খেলুৱৈসুলভ
মানসিকতাৰে ভৰপূৰ
এজন
ব্যক্তিৰ
জীৱন গাঁথাৰ
চলন্ত বিৱৰণী

RADHAGOBINDA BARUAH : A RUNNING COMMENTARY ON A MAN WHO TOOK LIFE SPORTINGLY : Written by Nirode Chaudhury, Assam Tribune / Asam Bani / Tribune Buildings, Gauhati - 781003 and published by SAHITYA-PRAKASH, Tribune Buildings, Gauhati - 781003. First Published on 15th July 1978. PRICE RUPEES FIVE ONLY.

---

॥ ৰাধাগোবিন্দ বৰুৱা ॥ এজন খেলুৱৈসুলভ মানসিকতাৰে ভৰপুৰ এজন ব্যক্তিৰ জীৱন গাঁথাৰ চলন্ত বিৱৰণী ॥

প্ৰকাশ কৰিছে ॥ সাহিত্য-প্ৰকাশ ॥ ট্ৰিবিউন বিল্ডিংছ ॥ গুৱাহাটী-৭৮১০০৩ ॥ ছপাইছে ॥ ট্ৰিবিউন প্ৰেছ ॥ গুৱাহাটী-৭৮১০০৩ ॥ প্ৰথম প্ৰকাশ ১৫ জুলাই ১৯৭৮ ॥ প্ৰচ্ছদ-পট চিত্ৰায়ণ ॥ ত্ৰৈলোক্য দত্ত ॥ মূল্য ॥ পাঁচ টকা মাত্ৰ ॥

---

## ॥ কোৱাৰ আগতে ॥

যাৰ জীৱন কেৱল অভিনৱ কৰ্মসূচীৰে বিধৌত, ইটোৰ পিছত সিটো ন ন পৰিকল্পনা আৰু আঁচনিৰ চিন্তাৰে সমুজ্জ্বল আৰু তাৰ পিছত সেইবোৰ সফল কৰি তোলাৰ প্ৰাণান্তকৰ সাধনাৰে পৰিবেষ্টিত, তেনে এজন সময়ৰ আগ চুলিত ধৰি ক্ষীপ্ৰ গতিত লৰৰি যোৱা ব্যক্তিৰ জীৱন কাহিনী লিপিবদ্ধ কৰা সহজ নহয়। আৰু সহজ নহয় এইবাবেই যে ৰাধাগোবিন্দ বৰুৱাই কৰি যোৱা বিবিধ কামৰ মাজত এনেদৰে আত্মনিমজ্জিত আছিল যে খন্তেক থমকি ৰৈ উভতি চাই জীৱন বোমন্থনৰ তেওঁৰ সময়ও নাছিল। গতিকেই নিজৰ জীৱনৰ অতীত বা বৰ্ত্তমান সম্পৰ্কে তেওঁ আছিল একেবাৰে মৌন আৰু নিৰ্বিকাৰ। সেইবাবেই নাই কোনো দিনপঞ্জী, নাই কোনো ঘটনাৰ চন-তাৰিখেৰে টুকি থোৱা টোকা, নাই ধাৰাবাহিকভাৱে লিপিবদ্ধ কৰি যোৱা কাম আৰু জীৱনৰ কোনো খতিয়ান। কৰাৰ আনন্দত মতলীয়া ৰাধাগোবিন্দক আজি আধুনিক অসমৰ বাতৰি কাকত, প্ৰেছ উদ্যোগ তথা অসমৰ ক্ৰীড়া, সংস্কৃতি আৰু ৰাজহুৱা জীৱনৰ বিভিন্ন দিশত আগবঢ়োৱা অৱদানৰ বাবে যেতিয়া সুঁৱৰি চোৱাৰ প্ৰয়াস কৰা হয়, তেতিয়া স্বাভাৱিকতে এটি সৰু প্ৰশ্নই মনৰ মাজত ভুমুকিয়াই যায় : তেওঁ যে অতবোৰ কাম কৰিলে সেইবোৰ বৰ সহজ আছিলনে? সহজ যে নাছিল, এই জীৱন বিৱৰণীয়ে ক'ব ০ ০ ০ ০ ০

অথচ সুস্থ হৈ থাকোঁতে এটা সময়ত যেতিয়া জোৰ কৰি ৰাধাগোবিন্দৰ জীৱনৰ কথা ক'বলৈ চেষ্টা কৰোৱা হৈছিল, তেতিয়া হাতত লোৱা বিভিন্ন কামৰ অজুহাতত সেই কথা তেওঁ উলাই কৰি গৈছিল। যেতিয়া শাৰীৰিক অসুস্থতাৰ বাবে প্ৰায় ঘৰতে আবদ্ধ হ'ল, তেতিয়াহে আকৌ যত্ন কৰা হৈছিল তেওঁৰ জীৱন সম্পৰ্কে জানিবলৈ। আৰু অসমত সম্ভৱতঃ এই জীৱন কাহিনী জনাৰ পদ্ধতিটোও নতুন। টেপ ৰেকৰ্ডাৰত ৰাধাগোবিন্দই মন গ'লেই কৈ গৈছিল তেওঁৰ জীৱনৰ সৰু-বৰ ঘটনা। শ্ৰোতা বা মাজে মাজে প্ৰশ্নকৰ্তা নাতিয়েক বুলবুল (দেৱজিত বৰুৱা)। নিজৰ স্বতঃস্ফূৰ্ত প্ৰকাশ, কোনো প্ৰশ্ন নাই, যি ভাবেই ভাল লাগিছে তেনেদৰে কৈ গৈছে। ইটোৰ স'তে সিটো বৰ্ণনাৰ সম্পৰ্ক নাই। ৰাধাগোবিন্দই টেপত কৈ যোৱা কথাখিনি এই গ্ৰন্থৰ প্ৰধান সম্বল আৰু তেওঁৰ প্ৰকাশ-ভঙ্গী, বৰ্ণনা তেওঁ যেনেদৰে কৈছে হুবহু তেনেদৰেই ৰখা হৈছে ০ ০ ০ ০ ০

তাৰ পিছত অসমৰ বিভিন্ন ঠাইৰ পৰা বিচৰা হৈছিল ৰাধাগোবিন্দৰ সান্নিধ্যলৈ অহা গুণমুগ্ধ বিভিন্ন ব্যক্তিৰ লিখনী। আমাৰ অনুৰোধৰ সঁহাৰি ৰূপে পোৱা সেইসকল ব্যক্তিৰ নিবিড় সান্নিধ্যৰ বিৱৰণীৰ পৰা সম্পাদিত প্ৰয়োজনীয় অংশ যথাযথ স্বীকৃতিৰে সন্নিবিষ্ট কৰা হৈছে। এই সকলৰ ৰচনাৰ অৱদানে এই গ্ৰন্থক প্ৰকৃত জীৱন দান কৰিছে বুলি ক'লেও বঢ়াই কোৱা নহয় ০ ০ ০ ০ ০

তাৰ উপৰিও আছিল ৰাধাগোবিন্দৰ ব্যক্তিগত '১২' নম্বৰ ফাইলৰ অজস্ৰ চিঠি-পত্ৰ। নিজে লিখা, আনে লিখা। সেইবোৰৰ পৰাও তেওঁৰ ব্যক্তিত্ব অনুধাবনত সুবিধা লৈছোঁ। বহু কেইজনৰ মানুহৰ স'তে ব্যক্তিগতভাৱে সাক্ষাৎকাৰো লৈছোঁ আৰু মৃত্যুৰ পিছত বিভিন্ন কাকতত প্ৰকাশিত বিভিন্নজনৰ ব্যক্তিগত বিৱৰণীয়েও বহুতো সহায় কৰিছে আৰু স্বীকৃতিৰে সেইবোৰৰ অংশবিশেষ সন্নিবিষ্ট কৰিছোঁ। ওপৰত উল্লিখিত এইবোৰ সমলৰ পৰাই কণ কণ অংশ লৈ মই নম্ৰভাৱে দাঙি ধৰিছোঁ এজন বিশাল ব্যক্তিৰ জীৱন গাঁথা ০ ০ ০ ০ ০

এটা কথা কৈ থোৱা ভাল হ'ব যে সচৰাচৰ জীৱনী বা আত্মজীৱনী যি ধৰণে লিখা হয় বা কোৱা হয় বা ধাৰণা কৰি লোৱা হয়, সেই চিৰা-চৰিত প্ৰথাটো এই গ্ৰন্থ উপস্থাপনত সযত্নে পৰিহাৰ কৰা হৈছে। গতিকে ইয়াক জীৱনী বুলি নকৈ মই ক'ব খুজিছোঁ এজন খেলুৱৈ-সুলভ মানসিকতাৰে ভৰপূৰ ব্যক্তিৰ জীৱন গাঁথাৰ চলন্ত বিৱৰণী। যিটো ৰাধাগোবিন্দৰ ব্যক্তিত্ব আৰু কামৰো প্ৰকৃত ৰূপ আছিল। এই বিৱৰণীয়ে ৰাধাগোবিন্দৰ বিশাল ব্যক্তিত্বক এখানিমানো সহৃদয়তাৰে উপলব্ধিৰ সুবিধা দিলেই মোৰ শ্ৰম সাৰ্থক হ'ব ০ ০ ০ ০ ০

ক'ৰবাত যদি কোনো ভুল তথ্য-পাতি আছে সেইবোৰ আঙুলিয়াই দিলে আমি পৰৱৰ্তী সংস্কৰণত স্বীকৃতিসহ শুধৰোৱাৰ আশা ৰাখিছোঁ। বিভিন্ন ধৰণে এই গ্ৰন্থ ৰচনাত নানান জনে সহায় আগ বঢ়াইছে। ধন্যবাদ জনাইছোঁ দেৱজিত বৰুৱাক যি অসীম ধৈৰ্য্যৰে টেপত আঁত ধৰি কথাবোৰ সংগ্ৰহ কৰিছিল, টেপৰ পৰা বৰ কষ্টৰে কথাবোৰ পুনৰ-লিখন কৰি মোৰ কাম সহজ কৰাৰ বাবে মায়া বৰুৱালৈ, আমাৰ অনু-ৰোধ ক্ৰমে অসমৰ বিভিন্ন ঠাইৰ যিসকল ব্যক্তিয়ে যথাসময়ত তেওঁ-লোকৰ লিখনীসমূহ পঠিয়াইছিল, সেইসকললৈ। প্ৰেছৰ ভিতৰ চ'ৰাৰ কামত নব বৰঠাকুৰ, ৰজনী কান্ত দেৱ শৰ্মাৰ সহযোগিতাই প্ৰকাশৰ বাট মুকলি কৰিছে। 'সাহিত্য-প্ৰকাশে' সুৰুচিসম্পন্নভাৱেৰে কিতাপখন প্ৰকাশৰ দায়িত্ব লোৱাত মই কৃতজ্ঞ ০ ০ ০ ০ ০

॥ নিঃ চৌঃ ॥ আসাম ট্ৰিবিউন/অসম বাণী ॥ ১ জুলাই'৭৮

*"The greatest man is he who chooses the right with invincible resolution ; who resists the sorest temptations from within and without ; who bears the heaviest burdens cheerfully ; who is calmest in storms, and most fearless under menace and frowns ; and whose reliance on truth, on virtue, and on God, is most unfaltering"*

*—Channing*

**যিসকলৰ বহুমূলীয়া ৰচনা সম্ভাৰেৰে এই জীৱন গাঁথা সম্পূৰ্ণ কৰা সম্ভৱ হৈছে**

শৈলজানন্দ বৰুৱা ॥ অধ্যাপক অতুল চন্দ্ৰ হাজৰিকা ॥ বিপিন বৰগোহাঁই ॥ শাৰঙ্গধৰ ৰাজখোৱা ॥ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য ॥ অতুল চন্দ্ৰ বৰুৱা ॥ ৰবীন্দ্ৰনাথ দত্ত ॥ শ্ৰীশ্ৰীৰাম চন্দ্ৰ দাস ॥ নৰেশ ৰাজখোৱা ॥ মৃণালিনী বৰুৱা ॥ কলিমুদ্দিন আহমদ ॥ লক্ষাধৰ চৌধুৰী ॥ ৰাজেন্দ্ৰ চন্দ্ৰ চৌধুৰী ॥ নৃপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য ॥পদ্ম বৰকটকী ॥ ডাঃ দুলাল বৰকটকী ॥ গুণেশ্বৰ পাঠক ॥ চাৰু মহন্ত ॥ ডাঃ প্ৰিয়নাথ গোস্বামী ॥ যোগেন শৰ্মা ॥পবনাথ শৰ্মা ॥ ৰত্নেশ্বৰ মিশ্ৰ ।। গণেশ দাস ॥ উদ্ধৱ কলিতা ॥ কালিনাথ শৰ্মা ॥ ডাঃ তাৰিণী মোহন বৰুৱা ॥ বিষ্ণুকিংকৰ কলিতা ॥ কুঞ্জলাল থাপা ॥ গুণীন ৰাজখোৱা ॥ আৰু স্বৰ্গীয় লক্ষ্মীনাথ ফুকন ॥



আকাশত মেঘ নাছিল। নীলা আকাশ ফটিক পানীৰ দৰেই ফটফটীয়া।

সৰু ল'ৰা এটা। বয়স আঠ ন।

ঘৰৰ বাৰাণ্ডাতে বহি ল'ৰাটোৱে এক দৃষ্টিত আকাশলৈ চাই আছিল। কাষত আৰু এজন মানুহ। মানুহজনে ল'ৰাটোৰ চকুৰ চাৱনি লক্ষ্য কৰি নিজেও চকু দিছিল আকাশৰ সেইটো দিশলৈ য'ত এজনী চিলনীয়ে অপৰূপ এক ভঙ্গীমাত উৰি আছিল।

ল'ৰাটোৰ বিস্ময়-বিহ্বল দৃষ্টি। ডিঙি বেঁকা কৰি চাইছে। চাই আকৌ চোৱাৰ দুগুণ উৎসাহত জীপাল হৈ উঠিছে। মানুহজনেও চাইছিল।

হঠাৎ সুধিলে : সেইজনী কি চৰাই ?

ল'ৰাটোৱে সঠিক উত্তৰ দিব নোৱাৰিলে।

মানুহজনে নিজে ক'লে : সেইজনী চিলনী।

ল'ৰাটো নির্বিকাৰ।

মানুহজনে আকৌ প্রশ্ন কৰিলে : চিলনীজনীয়ে কি কৰিছে ?

ল'ৰাটো এইবাৰো নির্বিকাৰ।

মানুহজনে ল'ৰাটোৰ গাত হাত দি ক'লে : ভালদৰে চাচোন। চিলনী-জনীয়ে কেনেদৰে ওপৰলৈ উৰিবলৈ যত্ন কৰিছে।

দুয়োৰে চকু নিবদ্ধ হ'ল নিজস্ব আলসুৱা ভঙ্গীমাত উৰি থকা চিলনী-জনীৰ ওপৰত।

উৰিছে। পাখি দুখন কঁপাই উৰিছে।

মানুহজনে আকৌ ক'লে : ভালদৰে চা, চিলনীজনীয়ে কেনেদৰে ওপৰলৈ, আৰু ওপৰলৈ যাবলৈ চেষ্টা কৰিছে।

ওপৰলৈ আৰু ওপৰলৈ।

এইবাৰ মানুহজনে ক'লে : চিলনীজনীয়ে ওপৰলৈ যাবলৈহে চেষ্টা কৰিছে। তললৈ নহয়। তয়ো চেষ্টা কৰিলে ওপৰলৈ যাব পাৰিবি। চেষ্টাহে ডাঙৰ কথা। সকলো কামতে ওপৰলৈ যোৱাৰ চেষ্টা লাগে।

ওপৰলৈ যোৱাৰ চেষ্টা লাগে বুলি কোৱা মানুহজনেই হ'ল ৰাধাগোবিন্দ বৰুৱা। সৰু ল'ৰাটো তেওঁৰ কণিষ্ঠ পুত্র প্রদীপ বৰুৱা। ঘৰমতে যাক মাতে ভাইটি বুলি।

চেষ্টাহে ডাঙৰ কথানে ? নে আৰু কিবা লাগে ?

ৰাধাগোবিন্দ বৰুৱা অসমৰ জনজীৱনত এনে এটি নাম, যিটো নামৰ স'তে ওপৰলৈ যোৱাৰ 'চেষ্টা'ৰ সতে জড়িত আছে আন আৰু বহুতো কার্য্যকলাপ।



এজন মানুহৰ জীৱনকালত সকলো কাম কৰা সহজ নহয়। নিজৰ বৈষয়িক সুখ-সম্ভোগ, প্ৰতিষ্ঠা, সংসাৰ আৰু তাৰ পিছত স্বকীয়ত্ব বিসৰ্জন নিদিয়াকৈ দেশৰ বা দহৰ বাবে কিবা এটা কৰাৰ উদাহৰণ বৰ বিৰল। আমাৰ দেশত আৰু বিৰল। অসমত প্ৰশ্নই নুঠে।

কিহৰ বাবে ? এইখন ৰাজ্যত সকলো কাম এটি নিৰ্দিষ্ট পৰিক্ৰমাত সংঘটিত হয়। আমি কথা কওঁ বেছি, কাম কৰোঁ কম। আমি ভাটৌ শিক্ষাৰে নিজকে দোহাৰোঁ, শিক্ষাহীনৰ মহানুভৱতাক স্বীকাৰ কৰিব নোৱাৰোঁ। আমি আনৰ পইচা দেখি নিজে ধনী হোৱাৰ সপোন দেখোঁ, ধনৰ মৰ্য্যাদা নুবুজোঁ। আমি বৰ সহজে নিজস্ব প্ৰতিষ্ঠা আৰু স্বনিৰ্ভৰশীলতাৰ পটভূমিত সমাজ জীৱনৰ এজন গণ্য-মান্য লোক হ'বলৈ চেষ্টা কৰোঁ। অথচ সেই চেষ্টাৰ আঁৰৰ আন্তৰিকতা পাহৰি যাওঁ। সকলো কামৰ মাজত স্বকীয় স্বাৰ্থক ডাঙৰ কৰি চাওঁ। ৰাজহুৱা জীৱনৰ বিভিন্ন কাৰ্য্য-কলাপত অংশগ্ৰহণেৰে নিজৰ পদ-মৰ্য্যাদাত গদ্‌গদ্ হৈ ৰওঁ। কাম দূৰতে বিদূৰ হৈ থাকে।

আৰু আছে। আৰু আছে কৰুণভাৱে অভাৱ আন এটি বিষয়ৰ। নতুন পৰিকল্পনাৰ। নতুন আঁচনিৰ। দৈনন্দিন জীৱন-যাত্ৰাৰ ধূলি-মাকতিৰ মাজৰপৰা সোণৰ চেকুৰা বুটলি লোৱাৰ দুৰন্ত অভিলাষ। আমাৰ সীমিত শক্তি-সামৰ্থ্যৰে কিমানদূৰ জাপ মাৰিব পাৰি সেইটো বুজাৰ অভিজ্ঞতা। সকলো কামৰ আঁৰত থকা প্ৰেৰণা মানি লৈও এজন সৃষ্টিশীল ব্যক্তিৰ দৰে ন ন সৃষ্টিৰ পৰিকল্পনা কৰাৰ সৎসাহস। আৰু সেই পৰিকল্পনা ৰূপায়িত কৰোঁতে সমুখলৈ অহা বিভিন্ন ধৰণৰ বাধা-বিঘিনি নেওচি আগবাঢ়ি যোৱা লৌহসদৃশ মনোভাৱ।

ৰাধাগোবিন্দ বৰুৱা এই সকলো গুণৰ সমাবেশেৰে মহিমামণ্ডিত আছিলনে ?

প্ৰশ্নটো বিতৰ্কমূলক।

বিতৰ্কমূলক এই কাৰণেই যে ৰাধাগোবিন্দ বৰুৱা এনে এজন মানুহ নাছিল যি সকলো ত্যাগ কৰি কেৱল জনহিতকৰ কাৰ্য্যত লিপ্ত হৈ পৰিছিল। ৰাধাগোবিন্দ বৰুৱা এনে এজন ব্যক্তি নাছিল, যি নিজস্ব স্বাৰ্থ পৰিহাৰ কৰি, দেশৰ, দহৰ কাম কৰিবলৈ আগবাঢ়িছিল। ৰাধাগোবিন্দ বৰুৱা এনে এজন ব্যক্তি নাছিল যি নিজৰ সীমিত সুযোগ-সুবিধাৰ প্ৰতি সচেতন নহৈ কেৱল বিভিন্ন কামত জপিয়াই পৰিছিল।

সম্ভৱতঃ এইটোৱে ৰাধাগোবিন্দ বৰুৱাৰ ক্ষেত্ৰত এক অনন্যসাধাৰণ বৈশিষ্ট্য আছিল। এটা বেলুনত কিমানখিনি বতাহ দিলে সেই বেলুনটো প্ৰকৃত বেলুনৰ আকৃতি পাব পাৰে সেই সম্পৰ্কে তেওঁ সচেতন আছিল। সচেতন আছিল নিজৰ কৰ্ম-পদ্ধতি সম্পৰ্কে। হাতত লোৱা কামৰ পৰি-পূৰ্ণতাৰ বাবে ঠিক কিমানখিনি কৰিব লাগিব সেই বিষয়ে সুপৰিকল্পিত আঁচনি সম্পৰ্কে।

ধন থকা মানুহৰ ধনৰ মাধ্যমেৰে আত্মগৌৰব আহে। যশস্যা আহৰণ কৰিলে আৰু লোভ হয় অধিক যশস্যা অৰ্জন কৰাৰ।

ধন আৰু যশস্যাৰ অভাৱ হোৱা নাছিল ৰাধাগোবিন্দ বৰুৱাৰ। কিন্তু কেৱল ধন আৰু যশস্যাই মানুহ এজনক অন্য মানুহতকৈ স্বকীয়া সত্তা দিব নোৱাৰে, যদিহে এই দুয়োটাৰ সোঁতত স্থিতিহীন বস্তুৰ দৰে কুহিলা উটাদি উটি যোৱা মনোবৃত্তিয়ে মনৰ মাজত শিপাই ধৰে।

ৰাধাগোবিন্দ বৰুৱাৰ জীৱনৰ পৰম লক্ষ্যণীয় দিশটোৱে হ'ল ধন, যশস্যা, কীৰ্তি, প্ৰশংসা আৰু আহৰিত সকলো সদনামৰ মাজত নিজকে সম্পূৰ্ণ বিচ্ছিন্ন কৰি এটি স্ব উদ্ভাৱিত নতুন ৰূপত নিজকে কৰা কামৰ মাজত বিচাৰি চোৱাৰ। তাৰ বাবে প্ৰয়োজনীয় দূৰদৃষ্টি, একাগ্ৰতা, সময়-জ্ঞান, ৰুচিবোধ একেৱে অভাৱ নহৈছিল তেওঁৰ মাজত। সমস্যাৰ পাহাৰ ৰাধাগোবিন্দ বৰুৱাৰ বাবে সদায় চেলেঞ্জৰ বস্তু আছিল। তেওঁৰ



জীৱন আৰু জীৱনৰ বহু লোভনীয় কাৰ্য্যাৱলীয়ে এই কথাৰ প্ৰমাণ দি গৈছে। বৰং সমস্যাপূৰ্ণ আৰু আহুকলীয়া কিবা এটা কৰাতহে তেওঁ সদায় আগ্ৰহী আছিল।

আৰু সেইটো আগ্ৰহৰ পোকটোৱে হ'ল অদ্ভুত সপোন দেখাৰ। ইয়াতকৈ চেলেঞ্জ কি লাগে। যিজন মানুহে নিজে কয় : 'আলাসত চাং পাতিব নোৱাৰি। মাটিতহে খুটা পুতি চাং পতা যায়। গতিকে মনতে চাং পাতিলে চাং হৈ নুঠে। চাং পাতিবলৈ মাটি লাগে।'

মাটি কিহৰ বাবে? নিজৰ ঘৰ সাজিবলৈ? সেয়াটো যিকোনো সাধাৰণ মানুহৰ সপোন। অদ্ভুত সপোন সেয়া হয় কেনেকৈ?

অথচ মাটি লৈ, মাটি বিচাৰি, মাটি আহৰণ কৰি অদ্ভুত সপোন দেখে ৰাধাগোবিন্দ বৰুৱাই। মাটি ষ্টেডিয়ামৰ বাবে। গুৱাহাটীত এখন ষ্টেডিয়ামৰ সপোন। ইয়াৰ বাস্তৱ ৰূপ ভাবিলেও বুকু কঁপি যোৱা কথা। কিন্তু ভাবিছিল। ভবাই নহয়, জীৱনৰ সমগ্ৰ শক্তি, কল্পনা আৰু দৈহিক শ্ৰম তথা এশ এটা সমস্যাৰ মুৰৰ বিষ লৈও ৰাধাগোবিন্দ বৰুৱাই সেই সপোন সাৰ্থক কৰিছিল। কেনেকৈ?

সেয়া অন্য এক কাহিনী। ৰাধাগোবিন্দৰ সতে ওতপ্ৰোতভাৱে জড়িত কাহিনী।

সপোন দেখিছিল বাতৰি কাকতৰ। সেয়াও অদ্ভুত সপোন।

অসমত বাতৰি কাকতৰ জীৱন, অসমীয়া বাতৰি কাকতৰ উদ্যোগী চন্দ্ৰকুমাৰ আগৰৱালাই 'জোনাকী'ৰ প্ৰথম সম্পাদকীয়তে 'অসমীয়া বাতৰি কাকতৰ জীৱন কচুপাতৰ পানী'ৰ দৰে বুলি আক্ষেপ কৰিছিল। অথচ ৰাধাগোবিন্দ বৰুৱাই প্ৰথমে ইংৰাজী সাপ্তাহিক, তাৰ পিছত দৈনিক ইংৰাজী কাকত, তাৰ পিছত আৰু অন্য কাকতৰ প্ৰকাশেৰে এটি স্বতন্ত্ৰ ব্যৱসায় গঢ়ি তুলিলে। যি কামৰ মাজেদি প্ৰমাণ কৰি দেখুৱালে যে আত্মসাহস

থাকিলে, সৎসাহসযুক্ত অপৰাজেয় মনোভাবেৰে উদ্বুদ্ধ হ'লে,' নিজকে সকলো স্তৰতে আত্মবিলোপন কৰিব পাৰিলে যিমান ডাঙৰ বাধাই আহক, সাফল্য আহিবই।

কেনেকৈ ?

সেয়াও অন্য এক কাহিনী। ৰাধাগোবিন্দৰ সম্পূৰ্ণ মানুহজনৰ নিজৰ কাহিনী।

সামাজিক জীৱনত এনে বহু মানুহ ওলাব পাৰে যাৰ উল্লেখযোগ্য অৱদানেৰে" আমাৰ ৰাজ্যৰ বিভিন্ন দিশ চহকী হৈছে।

কিন্তু এনে মানুহ খুব কম ওলাব যি এটা নহয় বিভিন্ন ক্ষেত্ৰত এনে লোভনীয় অৰিহণা আগবঢ়াইছে, যাৰ পৰিধিৰ বিস্তৃতি যেনেদৰে বিস্ময়কৰ, তেনেদৰেই অনাগত ভৱিষ্যতৰ বাবেও সম্ভাৱনাৰ এক উজ্জ্বল পটভূমি ৰাখি থৈ গৈছে। ৰাধাগোবিন্দ বৰুৱাৰ অবদানৰ তাৎপৰ্য্য সেইখিনিতে।

এজন মানুহে এনেদৰে ইমানবোৰ অদ্ভুত সপোন দেখে কেনেকৈ ?

বাতৰি কাকত উদ্যোগ, আজি অসমত উদ্যোগ, একমাত্ৰ ৰাধাগোবিন্দ বৰুৱাৰ ক্ষেত্ৰতহে।

ষ্টেডিয়াম প্ৰকল্প আজি পূৰ্বাঞ্চলৰ সবাতোকৈ বৃহৎ ক্ৰীড়া প্ৰকল্প। সেয়াও ৰাধাগোবিন্দ বৰুৱাৰ অৱদান।

আৰু আছে।

অসমলৈ প্ৰথম বেঙ্ক আনে তেওঁ।

লাইফ ইন্সিওৰেন্স ব্যৱসায়ৰ সাফল্যৰ বৰঙনিৰে প্ৰতিষ্ঠা হোৱা ব্যক্তি তেওঁ।

অসমত ফ্লায়িং ক্লাবৰ প্ৰতিষ্ঠাপক তেওঁ।

ৰাইফল চুটিং ক্লাবৰ জন্মদাতা তেওঁ।



অসমত শাস্ত্রীয় সঙ্গীতৰ চৰ্চা আৰু বিকাশৰ এটি পৰম্পৰা গঢ়ি তোলাৰ মানসেৰে অসম সঙ্গীত সন্মিলনীৰ জন্ম দিছিল ৰাধাগোবিন্দ বৰুৱাই। কোনে ভাবিব পাৰে চাৰ্চ ফিল্ডতে ত্রিপালেৰে সজা বিৰাট পেণ্ডেলৰ তলত সমবেত হ'বহি পণ্ডিত বিনাওক ৰাও পটবৰ্ধন, বি ভি পালুস্কাৰ, ৰতনঝংকাৰ, ওস্তাদ বড়ে গোলাম আলি খাঁ, ৰছুলন বাঈ, আমিৰ খাঁৰ দৰে কণ্ঠ-সঙ্গীতজ্ঞ, পণ্ডিত ৰবিশঙ্কৰ, বিলায়েৎ হুছেন খাঁ, আলী আকবৰ, নিখিল বেনাৰ্জীৰ দৰে যন্ত্রসঙ্গীতজ্ঞ, তবলাৰ যাদুকৰ শান্তাপ্রসাদ, নিখিল ঘোষ, কেৰামতুল্লা, চাগিৰুদ্দিনৰ দৰে সাৰেঙ্গীবাদক বা দময়ন্তী যোশী, চিতাৰা দেৱী অথবা গোপীকৃষ্ণনৰ দৰে নৃত্যশিল্পী। এইটো এই গুৱাহাটীতে সম্ভৱ কৰি তুলিছিল ৰাধাগোবিন্দ বৰুৱাই।

প্ৰচাৰ আৰু প্ৰসাৰ আৰু দুই একে ভবাৰ দৰে কেৱল গুৱাহাটীতে আবদ্ধ কৰি নাৰাখি ৰাধাগোবিন্দ বৰুৱাই পিছলৈ এই সন্মিলনী অসমৰ অন্যান্য প্ৰধান প্ৰধান নগৰবোৰতো অনুষ্ঠিত কৰাইছিল।

আৰু আছে।

অসমৰ প্ৰাচীনতম ঐতিহ্যমণ্ডিত জাতীয় উৎসৱ বিহুৰ নবজন্মদাতা তেওঁ। মকলি পথাৰৰ বিহুক ৰাধাগোবিন্দই মঞ্চলৈ আনিলে। বহু সমালোচনা, ঠাট্টা, বিদ্রূপ সহিও তেওঁ মনে ভবাৰ দৰেই ক্ৰমাগত হেৰাই যাব ধৰা বিহুৰ ঐতিহ্যক পুনঃ প্ৰতিষ্ঠা কৰিলে।

এইটোও আছিল এক অদ্ভুত সপোন। বিহুৰ প্ৰকৃত পৰিবেশক বন্ধ বন্ধ লগা মঞ্চৰ মাজলৈ টানি অনাৰ সৎসাহস বহুতৰে নাছিল। ৰাধা-গোবিন্দ বৰুৱাই কিন্তু নিজস্ব চিন্তাশৈলীৰে বিহুৰ ঐতিহ্যক নবৰূপত প্ৰতিষ্ঠা কৰিলে। গুৱাহাটীত আৰম্ভণিহে হ'ল, পিছলৈ সমগ্ৰ ৰাজ্যতে এই ঢউৰে ছুই গ'ল।

আজি অসমৰ ইমূৰ সিমূৰ এনে বিহু সন্মিলনীৰে ভৰি গ'ল। তাৰেই অভিযোজনাত ক'তনা নাম। বহাগী আৱাহন। বহাগী বিদায়। বিহু সন্মিলনী।

এইযে পৰম্পৰাৰ সুঁতি এটা নিৰবিচ্ছিন্নভাৱে প্ৰবাহিত হৈ ৰ'ল, তাৰবাবে অসমীয়া জাতিয়ে এইজনা ব্যক্তিৰ ওচৰত কৃতজ্ঞ হৈ থকা উচিত নহবনে? ৰাধাগোবিন্দ বৰুৱাই এই উৎসাহ আৰু উছ্বৰ প্ৰেৰণা বহু দিন আগতে পাইছিল। তেতিয়া তেওঁ অৱশ্যে এনে বৃহৎ পটভূমিত ভৰা নাছিল। কিন্তু ভৱিষ্যতৰ বীজ তেতিয়াই ৰোপিত হৈছিল।

আজি গা-মন ৰাইজাই কৰা বিহুৰা আবেশত ইখন বিহুতলীৰ পৰা সিখন বিহুতলীলৈ যোৱাৰ আৰু চোৱাৰ যি আনন্দ, তাৰ পৰিকল্পনাত কতনা চিন্তা।

নিজস্ব ভাবনাৰে। যেনে?

বিহু সন্মিলনীৰ এখন নিজস্ব পতাকা লাগে।

বিহু সন্মিলনীৰ এটি নিজস্ব প্ৰতীক চিহ্ন লাগে।

আৰু লাগে এটি গীত। বিহুৰ মূল সুৰটি য'ত প্ৰতিধ্বনিত হৈ ৰয়। সকলোৱে যাতে এই ৰাজ্যৰ জাতীয় উৎসৱটিক নিজৰ বুলি সাৱটি লব পাৰে।

পতাকা হ'ল। প্ৰতীক হ'ল। গীতো হ'ল।

'শ্ৰীময়ী অসমীৰ শীতল বুকুত বাজে/উছ্বৰ মধু আলোড়ন......'। যি আলোড়নত 'ভেদাভেদ পৰিহৰি/কত জাতি উপজাতি/মিলনৰ মহাপীঠ কৰে নিৰ্মাণ......'

অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাই লিখাৰ দৰে : 'ৰাধাগোবিন্দ বৰুৱাই প্ৰথমবাৰ গুৱাহাটীৰ নতাশিল পথাৰত বিহুতলী পাতি গাৱঁৰ বিহু নগৰলৈ



আদৰি আনিলে। পুৰণি বিহুক নতুন ৰূপত সজাই পৰাই তুলিলে......
আজিকালি অৱশ্যে এই নগৰীয়া বিহুত কিছু আবৰ্জনা আৰু অনিয়ম
সোমাইছে। সেইটো ৰাধাগোবিন্দ বৰুৱাৰ দোষ নহয়। বিহুৰলীয়া
ৰাইজে সেইখিনি সংশোধন কৰি ললে ৰাধাগোবিন্দৰ আত্মাই তৃপ্তি পাব।
মোৰ মনত আছে দ্বিতীয়বাৰ বিহুতলীত প্ৰথম দিনা শেষ ৰাতি ধুমুহাই
বিহু মণ্ডপৰ চাল-বেৰ উৰুৱাই নিলে। ৰাতিপুৱা দেখা গ'ল বৰদৈচিলাৰ
গছকত বিহু মণ্ডপটো মাটিত 'বৈঠ' হৈ পৰি আছে। তেন্তে ইমানতে
সেইবাৰ বিহুৰ চিলিম ছিগিল নেকি? ৰাধাগোবিন্দই সেইটো হবলৈ
নিদিলে। পুৱাৰপৰা আবেলিলৈকে পেটৰ ভাত, গাৰ জিৰণি এৰি
বনুৱাৰ লগত সমানে বণুৱা হৈ ভীমকৰ্মা ৰাধাগোবিন্দই শ্ৰমদান কৰিছিল।
সন্ধিয়াৰ লগে লগে আগৰ দৰে বিহুতলীৰ চাকি-বন্তি জ্বলি উঠিল। বিহু
মঞ্চত নৃত্য-গীতৰ হিল্লোল বাগৰিবলৈ ধৰিলে। এইটো ৰাধাগোবিন্দ
অবিহনে সম্ভৱ নহ'লহেঁতেন।'

দূৰদ্ৰষ্টাৰ দৰে সকলো চকুৰ আগত দেখিছিল তেওঁ। সেয়েহে
সাফল্যৰ আনন্দত উদ্বাউল হৈছিল। আৰু তেনেদৰেই প্ৰেৰণা পাইছিল
আৰু নতুন কিবা কৰাৰ।

নতুন কিবা এটা গঢ় দিয়াৰ। আচৰিত যেন লাগিলেও এইটোৱে
সঁচা যে যিহতে তেওঁ হাত দিয়ে সেয়াই সোণ হৈ পৰে।

অসমৰ সমাজ জীৱনৰ এনে কোনো গুৰুত্বপূৰ্ণ কাম নাছিল যিহৰ
সতে ৰাধাগোবিন্দ বৰুৱা জড়িত নাছিল। য'তেই আহ্বান আহিছিল,
তাতেই যে তেওঁ জপিয়াই পৰিছিল সেইটোও নহয়।

লৰ খোজা দায়িত্বৰ প্ৰতি সদা সচেতন আছিল।

আৰু যেতিয়াই কোনো দায়িত্ব লৈছিল তেতিয়াই সেই দায়িত্ব পালনৰ
বাবে উঠি-পৰি লাগিছিল। নিজৰ সীমিত শক্তি-সামৰ্থ্যই তেওঁক বৃহত্তৰ

পৰিকল্পনাৰ বাবে কেতিয়াও ভয় খুৰাই তোলা নাছিল। অজস্ৰ উদাহৰণ আছে যিবোৰে প্ৰমাণ কৰে কোনোৱে ভাবিব নোৱাৰা বা ভাবিব নোখোজা একো একোটা কামৰ বাবে তেওঁ নিজে আগবাঢ়ি আহিছিল।

আৰু এনে কামৰ বাবে তেওঁ পিছ্ত সুযোগ্য সহকাৰী বা অনুসৰণ-কাৰীৰ বাবে কেতিয়াও থৰ্মকি ৰ'বলগীয়া হোৱা নাছিল।

কিহত নাছিল ৰাধাগোবিন্দ বৰুৱা ?

নেচনেল ছেভিংছ চেণ্ট্ৰল এড্ভাইচাৰী ব'ৰ্ডৰ সদস্য।

অসমৰ স্মল ছেভিংছ এড্ভাইচাৰী ব'ৰ্ডৰ চেয়াৰমেন।

এই দুয়োটা পদতে তেওঁৰ কৃতিত্বৰ উজ্জ্বল স্বাক্ষৰ ৰাখি গৈছে। অসম ক্ষুদ্ৰ সঞ্চয় আঁচনিত এনে এক উল্লেখযোগ্য স্থানৰ অধিকাৰী হয় যাৰ বাবে নেচনেল ছেভিংছ চেণ্ট্ৰল এডভাইচাৰী ব'ৰ্ডৰ চেয়াৰমেন শ্ৰীমতী তাৰকেশ্বৰী সিনহাই ১৯৬০ চনৰ ১৬ ডিচেম্বৰত এখন ব্যক্তিগত চিঠিত এনেদৰে লিখে :

**You will be happy to know that Small Savings collections during this year have reached Rs. 45.36 crores net, up to the end of October 1960, about Rs. 13.24 crores more than those for the corresponding period last year ; this is apart from Prize Bond sales of Rs. 10.58 crores. The net collections in 1959-60 audited figures of which one now available, reached a total of Rs. 85.72 crores. With the improvement noticed so far, the target of Rs. 100 crores appears to be within our reach for the first time this year. I earnestly bank upon your co-operation not only for reaching the target but also sure for setting up a field organisation at the grass roots to inculcate the habit of thrift among the people and to persuade them voluntarily to participate in National Developement, by investing their Small Savings with the Government.**

এই আস্থাৰ মৰ্য্যাদা ৰাখিছিল।

অসমৰ ইমুৰ-সিমুৰ ঘুৰি ভিন্ন ঠাইৰ বিভিন্ন সমস্যাৰ বুজ লৈ সঞ্চয় আঁচনিৰ গুৰি ধৰিছিল। অসমৰ ভাৰতৰ ভিতৰতে প্ৰথম স্থান অধিকাৰৰ ভালেখিনি গৌৰৱ ৰাধাগোবিন্দ বৰুৱাৰ।



অসমত ফ্ল্যায়িং ক্লাব ১৯৫৮ চনতহে প্ৰতিষ্ঠা হয়।

কিন্তু ৰাধাগোবিন্দ বৰুৱাই অসমৰ যুৱক-যুৱতীৰ বাবে তাৰেই পৰিকল্পনা কৰিছিল ১৯৫২ চনতে। পৰিকল্পনাই নহয়, ক্লাবটো প্ৰতিষ্ঠাৰ বাবে আগভাগ লৈ তেওঁ ১৬০ টকা চান্দাও দিছিল। পিছত যেতিয়া ফ্ল্যায়িং ক্লাব অসমৰ ৰাজ্যপালক মুখ্য প্ৰেট্ৰ'ন, শিক্ষামন্ত্ৰীক সভাপতি, ৰাধাগোবিন্দ বৰুৱাক উপ-সভাপতি আৰু পৰম উৎসাহী স্বৰ্গীয় জয়কান্ত বৰুৱাক ছেক্ৰেটাৰী হিচাপে লৈ ইতিমধ্যে গজগজীয়া হৈছিল তেতিয়া ছেক্ৰেটাৰী জে. কে. বৰুৱাই ১৯৬১ চনৰ ৩০ অক্টোবৰৰ চিঠি এখনত লিখিছিল:

It may be recollected that you subscribed a sum of Rs. 160—towards opening a Flying Club in Assam in the year 1952.

You must be aware that due to lack of sufficient fund a Flying Club could not be instituted at that time and the amount so subscribed by you was lying in suspense.

However, with the formation of such a club at the instance of the Govt. of Assam in the year 1958 your amount of subscription was accounted for............ ইত্যাদি।

মাথোন গুৱাহাটীতে নহয়, এই ফ্ল্যায়িং ক্লাব তেওঁ ডিব্ৰুগড়তো খোলাৰ চেষ্টা কৰিছিল। চেষ্টা কৰাই নহয়, ১৯৬৭ চনত তেওঁ নিজে তাত উপস্থিত থাকি এটি এড্‌হক কমিটি পাতি থৈ আহিছিল।

'৬৭ৰ মাৰ্চ মাহৰ তিনি তাৰিখে ডিব্ৰুগড়ৰ ইনড'ৰ ষ্টেডিয়ামত তেতিয়াৰ আয়ুক্ত চি এছ্ শেষাদ্ৰিৰ সভাপতিত্বত বহা সেই সভাই তেনে ফ্ল্যায়িং ক্লাব গঠনৰ সিদ্ধান্ত লৈছিল।

আৰু আছে। কাম আৰু দায়িত্বৰ এনাজৰীয়ে সদায় তেওঁ ক'ৰ নোৱাৰাকৈয়ে তেওঁক বান্ধি পেলাইছিল।

অসমৰ টুৰিষ্ট এডভাইচাৰী ব'ৰ্ডৰ সদস্য আছিল তেওঁ। আৰু তেতিয়াই অসমক ভ্ৰমণকাৰীৰ মুখ্য আকৰ্ষণ কেন্দ্ৰ কৰি তুলিবলৈ তেওঁ বহু দিহা-

পৰামৰ্শ দিছিল। ৰাধাগোবিন্দ বৰুৱাই এই বিষয়ে কি ভাবিছিল? তেওঁৰ নিজৰে এটি কথিকাত তাৰ স্বৰূপ প্ৰকাশ পাইছিল। ১৯৬৭ চনতে তেওঁ কৈছিল :

'আমাৰ অসমৰ বাবে বৰ পৰিতাপৰ বিষয় যে ভ্ৰমণকাৰীসকল মোহ যাব পৰা ভালেমান বস্তু বা ঠাই থকা সত্ত্বেও আমি Tourist Trade টো ভালদৰে সংগঠন কৰি তুলিব পৰা নাই। অসমত তাজমহল বা ফাটেপুৰ চিক্ৰীৰ দৰে ঐতিহাসিক আৰু যুগমীয়া স্মৃতি চিহ্ন নাই পঁচা, কিন্তু ইয়াত অন্য ৰাজ্যত নথকা কিছুমান বিশেষ বস্তু বা সুবিধা আছে, যিবিলাকে ভ্ৰমণকাৰীসকলক সহজেই আকৰ্ষণ কৰিব পাৰে।......ভ্ৰমণকাৰীৰ আকৰ্ষণৰ তালিকাত প্ৰথমে ধৰিব লাগিব কাজিৰঙা অভয়াৰণ্য।......কিন্তু আমি এই সুযোগ ভালদৰে লব পৰা নাই। প্ৰচাৰৰ পিনে ত্ৰুটি থকাৰ উপৰিও যাতায়াতৰ অসুবিধাৰ বাবে যিমান বিদেশী ভ্ৰমণকাৰী কাজিৰঙা চাবলৈ আহিব লাগিছিল সিমান অহা নাই। কাজিৰঙাৰ উপৰিও মানস অভয়াৰণ্য-খনো চাবলগীয়া ঠাই। কিন্তু আজিকোপতি মানসলৈ যোৱা উপযুক্ত বাট-পথ হৈ নুঠিল।......অভয়াৰণ্য কেইখনৰ বাহিৰেও শ্বিলঙৰ ওচৰৰ নতুনকৈ গঢ়ি উঠা উমিয়াম হ্ৰদটোক ভ্ৰমণকাৰীৰ স্বৰ্গলৈ ৰূপান্তৰ কৰি তুলিবলৈ যথেষ্ট খল আছে। ভাৰতৰ কাশ্মীৰৰ বাহিৰে এনে বিতোপন দৃশ্য ক'ৰবাত আছে বুলি মনে নধৰে। এই উমিয়াম হ্ৰদটোক সজাই-পৰাই কেৱল ভাৰতৰে নহয়, পৃথিৱীৰ আন ঠাইৰ মানুহকো আকৰ্ষণ কৰিব পৰা সুবিধা হব পাৰে। পানীৰ মাজত অৱস্থিত একোটি টিলাত বঙলাঘৰ সাজি, নাও, মটৰ লন্স আদি মজুত ৰাখি আৰু বৰশীৰে মাছ ধৰা, সাঁতোৰা আৰু কাশ্মীৰৰ ডাল লেকৰ দৰে হাউচ বোটৰ ব্যৱস্থা আদি কৰি দিব পাৰিলে বহুতেই আজৰি সময়খিনি মনোৰম পৰিবেশনত কটাবলৈ আহিব। যিহেতু বিদেশী



ভ্ৰমণকাৰীসকল সাধাৰণতে দুমাহমানৰ বাবে ভাৰত ভ্ৰমণৰ উদ্দেশ্যে আহে; তেওঁলোকৰ বেছিভাগেই অসমলৈ আহিবলৈ সময় কৰিব নোৱাৰে। সেইবাবে অসমৰ পৰ্যটনৰ উন্নয়ন ভাৰতীয় ভ্ৰমণকাৰী-সকলক লৈয়ে গঢ়ি উঠিব লাগিব।'

'৬৭ চনতে তেওঁ কাজিৰঙালৈ ভ্ৰমণকাৰীসকলৰ বাবে স্পেচিয়েল টুৰিষ্ট বাছ ছাৰ্ভিচ এটা ব্যৱস্থা কিয় কৰিব নোৱাৰি বুলি আক্ষেপ কৰিছিল। মানসলৈ বৰপেটাৰপৰা নিয়মিত জীপ ছাৰ্ভিচ খোলাৰ কথাও তেতিয়াই কৈছিল। গুৱাহাটী, শ্বিলঙৰপৰা আৰম্ভ কৰি চেৰাপুঞ্জী, উমিয়াম, মানস, তেজপুৰ, শিৱসাগৰ, কাজিৰঙা আদি ঠাইলৈ পৰিচালিত ভ্ৰমণ বা কণ্ডাক্টেড্ টুৰৰ হৈও তেওঁ তেতিয়াই ওকালতি কৰিছিল। অসমৰ নৈসৰ্গিক সৌন্দৰ্য্যক বাহিৰত সদৰী কৰি ভ্ৰমণকাৰী আকৰ্ষণ কৰিবলৈ সুপৰিকল্পিত প্ৰচাৰৰ বিষয়েও তেওঁ গুৰুত্ব দিছিল। তেওঁ মনে প্ৰাণে বিশ্বাস কৰিছিল যে : 'প্ৰাকৃতিক সৌন্দৰ্য্যৰে ভৰপূৰ মনোৰম অসমত আনন্দৰ বাবে আহিবলৈ ভ্ৰমণকাৰীৰ অভাৱ নহব। লাগে কেৱল কল্পনাপ্ৰসূত সুপৰিকল্পিত আঁচনি আৰু ইয়াক কাৰ্য্যকৰী কৰিবলৈ উৎসাহী কৰ্মীবৃন্দ।'

কল্পনাৰ যেনেদৰে সীমা নাই, ৰাধাগোবিন্দ বৰুৱাই মনে ভৰা আঁচনিৰো সীমা নাই। একো একোটা চিন্তাই, ন ন পৰিকল্পনাই তেওঁক সততে জীপাল কৰি ৰাখিছিল।

কিমান বছৰ আগতে বাৰু ?

১৯৪৫-৪৬ চন। তেতিয়াই ভাবিছিল দীঘলী পুখুৰীত এটা সাঁতোৰা আৰু নাৱৰীয়া ক্লাব গঠন কৰাৰ কথা ভাবিছিল। তাৰ বাবে তেওঁ চেষ্টাৰ ত্ৰুটিও কৰা নাছিল। কিন্তু সেইটো হয়তো সফল নহ'ল কিন্তু তাৰ পৰিবৰ্তে তেওঁ ষ্টেডিয়াম কমপ্লেক্সত আঁচনি কৰি তুলিছিল চলিহা ছুইমিং পুল। লগতে আকিব হুছেইন জিমনেছিয়াম।

ৰাধাগোবিন্দ বৰুৱাৰ অসম্পূৰ্ণ দুটি স্বপ্ন।

এজন লেখকে স্মৰণ কৰাৰ দৰে : 'দীঘলীপুখুৰীক লৈ ৪৫-৪৬ চনত কৰা কল্পনা তেওঁ বিসৰ্জন দিছিল। পুৰণা দীঘলীপুখুৰীয়ে নিজৰ অবিকৃত সত্তাৰে গুৱাহাটীক যি দিছে, প্ৰাচীন গুৱাহাটীয়ে তাকে লৈ সন্তুষ্ট থাকিব লাগিব। নতুন গুৱাহাটীক নতুন ছুইমিং পুল এটাহে লাগে। ১৯৭৪ চনত ছুইমিং পুলৰ চৰকাৰী অনুদানৰ চেকখন মই নিজে আনি তেওঁৰ হাতত দিছিলোঁ।' (কালীনাথ শৰ্মা)

১৯৪৬ চনৰ জুন মাহত ডিব্ৰুগড়ৰ পৰা আসাম ট্ৰিবিউন কাকতখন গুৱাহাটীলৈ তুলি অনাৰেপৰা গুৱাহাটীৰ ৰাজহুৱা ক্ৰীড়া তথা সাংস্কৃতিক জগতৰ লগত ৰাধাগোবিন্দ বৰুৱাৰ যি সম্পৰ্ক স্থাপন হ'ল সেই সম্পৰ্কই শেষত এনে এনে এটি ৰূপ পৰিবহন কৰিলে যিটোৱে অসমৰ এই মুখ্য নগৰখনৰ সকলো কাম-কাজৰ এক motif বা ঘাই চলনশক্তি হৈ পৰিল। 'আধুনিক অসমৰ ৰূপ খনিকৰ' বুলি কোনোবাই আখ্যা দিয়া ৰাধাগোবিন্দ সঁচা অৰ্থত খনিকৰ আছিল।

যি মনে-প্ৰাণে বিশ্বাস কৰিছিল গুৱাহাটীক এখন সৰ্বদিশত সুন্দৰ নগৰ কৰি তুলিব। আৰু তাৰবাবে তেওঁৰ প্ৰাণান্তকৰ চেষ্টাও অবিৰতভাৱে চলিছিল।

শেষ বয়সত পৌৰ নিগমৰ মেয়ৰ হোৱাৰ সৌভাগ্যৰে সৌভাগ্যবান ৰাধাগোবিন্দৰ হয়তো সেইটোৱে আক্ষেপ হৈ ৰ'ল। আক্ষেপ : কাৰণ এই দায়িত্ব যেতিয়া আহিল, তেতিয়া বহু পলম হৈ গৈছে। তথাপিও গুৱাহাটীৰ মেয়ৰ হৈ তেওঁ গুৱাহাটীৰ সৌন্দৰ্য্য বৰ্দ্ধনৰ সুপৰিকল্পিত আঁচনি কৰিছিল। এজন লেখকে লিখাৰ দৰে :

'সেই চনৰে (১৯৭৪) বঙালী বিহুৰ আগে আগে উজান বজাৰৰ পূজাঘৰৰ কাষত থকা মেয়ৰৰ দপ্তৰলৈ মাতি পঠিয়ালে। সন্মানতকৈ জীৱন ডাঙৰ প্ৰগতিশীল মৰ্চাৰ কেইবাজনো কাউন্সিলাৰ গোট খাইছে।



বৰুৱাই আলোচনা আগবঢ়ালে। গুৱাহাটীৰ সৌন্দৰ্য্য বঢ়োৱাৰ প্ৰস্তাৱ। তাৰে ভিতৰত দিঘলী পুখুৰী আৰু পাণ্ডুৰ চাৰি আলিত দুটা বাট্টীয় ফোৱাৰা। তাৰ কাৰণে দুখন নক্সাও কৰি আনিছে। জু-ৰোডৰ দুয়োকাষে দেৱদাৰু গছ ৰোৱা। ব্ৰহ্মপুত্ৰৰ পাৰত কামাখ্যাৰ পৰা পানীকলৰ নামনিলৈকে ফুলনি সজোৱা আৰু ক'ত কি? সকলোৱে শলাগিলে। কিন্তু আকৌ মূল কথালৈ আলোচনাত নামিল। টকা ক'ত? বৰুৱাই ক'লে, টকা উলিয়াব লাগিব, টকাৰ কাৰণে কোনো কাম পৰি নাথাকে। চৰকাৰৰ ঘৰত পাবলগীয়া টকাখিনি আদায় কৰিবলৈ উঠি-পৰি লাগিল। সজাতী দল লৈ বৰুৱা নিজেই চৰকাৰৰ ওচৰ চাপিল। বিত্তমন্ত্ৰীয়ে ক'লে: আমি ভাবি চাম। বৰুৱাই টপৰাই উত্তৰ দিলে: ভাবি চাবলৈ কি আছে, পৌৰ নিগমৰ ধন—পৌৰ নিগমক দিয়ক। আকৌ সেই একে উত্তৰ: আমি ভাবি চাম। বৰুৱাই সদায় চৰকাৰৰ পৰা সঁহাৰি জনাই অহা ডাকৰ কাৰণে বাট চাই ৰ'ল। ডাক আৰু নাহিল।' (লক্ষ্যধৰ চৌধুৰী)

ডাক নাহিল। গুৱাহাটীক সজাই তোলা সপোন সফল নহ'ল। দোষ তেওঁৰ নহয়।

মেয়ৰৰ দায়িত্ব লৈ কি কথাত প্ৰথম সচেতন হৈছিল?

তেতিয়া নিগমৰ কৰ্তৃত্বত থকা দলৰ দলপতি লক্ষ্য চৌধুৰীয়ে লিখিছে: '৫ মাৰ্চ ১৯৭৪ চন। পুৱা ৮ বজাৰ সময়ত মেয়ৰ বৰুৱাৰ পৰা বাতৰি আহিল মই তেওঁক নিজৰ বাসভৱনত লগ পাব লাগে। কামৰ মানুহ বৰুৱা—অবাবত কাকো আমনি নকৰে। ৯ বজাৰ লগে লগে তেওঁৰ ওচৰ পালোঁগৈ। মাতি পঠিওৱাৰ কাৰণ সুধিলোঁ। 'আপুনি মন কৰিছেনে—আমাৰ পৌৰ নিগমৰ বেছিভাগ চাকৰিয়ালৰ বেতন বৰ কম। এই দৰ্মহাৰে তেওঁলোকে মন চালি কাম কৰিব কেনেকৈ? ইয়াৰ এটা ব্যৱস্থা কৰিব নোৱাৰিনে?

'....মই যেতিয়া ক'লো—এইটো বৰ বৰ সজ কথা। কিন্তু আজিয়েই এইটো কৰা সম্ভৱপৰ নহব। কাৰণ পৌৰ নিগমৰ এৰিয়াৰ আৰু তাকৰ। সীমা বঢ়াই পৌৰ নিগম কৰিলেও—সকলো ঠাইতে এতিয়া কৰ আদায় কৰিব পৰা নাযাব।

বৰুৱা বৰ হতাশ হ'ল। দলৰ সভাত তেওঁ দুখ কৰি ক'লে— 'উপযুক্ত বানচ নিদিয়াকৈ উপযুক্ত কাম বিচাৰিলে অন্যায় হব।'

এনে চিন্তাৰ বশবৰ্তী হৈ কাম কৰে কেইজনে? হয়তো এনে এটি উদাৰ আৰু মৰমিয়াল কোমল মন মানুহজনৰ মাজত লুকাই থকা বাবেই যি কাম বা যি অনুষ্ঠানৰে তেওঁ গুৰি ধৰিছিল, তাৰ সাফল্য বা কৃতকাৰ্য্যতা স্বতঃসিদ্ধ হিচাপে লোৱা হৈছিল।

ৰাধাগোবিন্দ বৰুৱাৰ জীৱন অভিধানত 'অসফল' শব্দটো নাছিল।

সকলো ক্ষেত্ৰতে তেওঁ ব্যক্তিত্বৰ মোহনীয় ছবিৰে কৰা কামৰ আঁৰৰ কষ্ট, যন্ত্ৰণা বা সমস্যা আলফুলে লুকুৱাই ৰাখি এনে এটি প্ৰতিচ্ছবি দাঙি ধৰিছিল যেন তেওঁ বৰ সহজ কাম এটাহে লৈছে।

কাম সহজ যেন কৰি লৈছিল। কিন্তু জীৱন সংগ্ৰাম ৰাধাগোবিন্দৰ বাবে কোনো দিন সহজ নাছিল। জীৱনৰ হলাহল খাইহে তেওঁ আত্ম-বিশ্বাসেৰে ক'ব পাৰিছিল, জীৱন সুন্দৰ। পৃথিৱী সুন্দৰ।

যি অৰ্থত সোণৰ চামুচ মুখত লৈ জন্মগ্ৰহণ কৰা মানুহ হিচাপে সৌভাগ্যবান হোৱাৰ বহুতৰে ভাগ্যত ঘটে, ৰাধাগোবিন্দ বৰুৱা সেই অৰ্থত তেনে ব্যক্তি নাছিল।

পৰিয়ালৰ ঐতিহ্য আছিল।

খাই বই সুখেৰে সংসাৰ গঢ়ি আলসুৱা জীৱন অতিবাহিত কৰি এক সংগ্ৰামহীন নিস্পৃহ জীৱন অতিবাহিত কৰিবলৈ তেওঁৰ ডেধাৰ সুযোগ সুবিধা হয়তো আছিল। সেইটোকে নকৰিলে।



দলিচাৰ ওপৰত খোজ কঢ়াৰ সুযোগ থাকিলেও সেয়া পৰিহাৰ কৰিলে। বুটলি লৈছিলে কাঁইটীয়া বাট। কাঁইটৰ আঁচোৰ খালেও বাটৰ কাঁইট আঁতৰাই গ'ল আনৰ বাবে। আৰু তেওঁৰ এই অনমনীয় সংগ্রামী মনোভাবেই অসমৰ বাবে আশীৰ্বাদ হৈ দেখা দিলে। নহ'লে আমাৰ অস্তিত্ব ৰক্ষাই কঠিন হ'লহেঁতেন। অতিৰঞ্জিত যেন লাগিলেও অলপ গমি চালেই এই কথাৰ তাৎপৰ্য্য ওলাব।

অসমৰ বাতৰি কাকত উদ্যোগ, প্রেছ উদ্যোগ, অসমৰ ক্রীড়া জগতৰ একাধিক ক্ষেত্ৰত অবৰ্ণনীয় নেতৃত্ব, সাংস্কৃতিক জগতত নিত্য নতুন পৰীক্ষামূলক উদ্ভাৱনাৰে দি অহা সাংগঠনিক নেতৃত্বৰে ৰাধাগোবিন্দ সমুজ্জ্বল। জীয়াই থকা দিনকেইটাত এইজন মানুহে এনে কামত হাত নিদিয়াকৈ থকা নাই, যিবোৰে এই অনুন্নত ৰাজ্যখনৰ ছিন্নভিন্ন ধূসৰিত ভাবমূৰ্তিক উজ্জ্বল কৰি তোলাত বৰঙণি যোগোৱা নাই।

নাম কিনিবলৈ তেওঁ একো কৰা নাছিল; বৰং সন্মান আৰু গৌৰৱৰ বৈজয়ন্তীমালা তেওঁৰ ডিঙি শোভা কৰিবলৈ পাছে পাছে দৌৰি ফুৰিছিল।

ট্রিবিউন প্রতিষ্ঠান যিটো আজি জাতীয় প্রতিষ্ঠানৰ সমপৰ্য্যায়ৰ হৈছেগৈ, সেই প্রতিষ্ঠানৰ বাতৰি কাকত কেইখনৰ ব্যৱসায়েৰেই নাম থুই খাবলৈ তেওঁৰ বাবে যথেষ্ট আছিল।

কিন্তু তেওঁ সেই ধাতুৰ মানুহেই নাছিল।

কৰ্মৰ মাজেদিহে আত্মাৰ মুক্তি। এয়ে আছিল তেওঁৰ বিশ্বাস।

'আধ্যাত্মবাদ আৰু ত্যাগৰ ওপৰত' তেওঁৰ বিশ্বাস নাছিল। তেওঁ কৈছিল: 'যিটো দেহত আত্মৰূপী ভগবান অৱস্থান কৰিছে সেই দেহৰ শ্ৰীহানি কৰা ভগবানৰ অভিপ্রায় নহয়। সেইবাবে জীৱন ত্যাগৰ হ'ব নোৱাৰে।' (বিষ্ণুকিংকৰ কলিতা)

ভোগৰ? ভোগৰ ক্ষেত্ৰতো তেওঁৰ তুলনা নাই।

শৈশৱৰ বহু এৰা-ধৰা বেয়া স্মৃতিৰ কথা তেওঁ প্ৰায়েই দেখুৱাবিছিল। জীৱনটোক পৰিপূৰ্ণ অৰ্থাৎ ভোগ কৰাৰ কথাত তেওঁৰ কোনো সঙ্কোচ নাছিল। দায়িত্বজ্ঞান অহাৰে পৰা এহাতে তেওঁ যেনেদৰে নিজৰ কৰ্তব্যৰ প্ৰতি সচেতন আছিল, তেনেদৰেই অৱসৰ মুহূৰ্তক আনন্দৰে ভৰাই পেলোৱাৰ বাসনাই তেওঁক উৰাউল কৰিছিল। এই ক্ষেত্ৰত তেওঁ ইউৰোপীয়ান সমাজৰ ব্যক্তিৰ দৰেই স্পষ্টবাদী আছিল।

কেইজন অসমীয়াৰ অলিম্পিক খেল চোৱাৰ আগ্ৰহ হৈছে? টকা ৰাধাগোবিন্দ বৰুৱাতকৈ আন আৰু বহুতৰে আছে। হয়তো বেছি আছে। কিন্তু এই উদ্যম?

জাপানৰ এক্সপো ছেভেনটী চোৱাৰ উৎসাহ?

সেয়াও চাইছিল। চাই তাৰেই সৰস অভিজ্ঞতাৰ কথাও বৰ্ণাইছে। নিজে কৈছে : 'এইবোৰ দেশৰ পৰা শিকিবলগীয়া বহুতো আছে; বিশেষকৈ সময়বোধ, চাফ-চিকুণতা, শৃংখলাবোধ আৰু কামৰ প্ৰতি একাগ্ৰতা।'

জাপানৰ পৰা আহি তেওঁ ভাবিছিল : গুৱাহাটী চহৰত নাৰেঙ্গীৰ পৰা জালুকবাৰীলৈ এখন লোকেল ট্ৰেইন চলাব পাৰিলে। বহু কম খৰছত মানুহৰ আহ-যাহ হ'লহেঁতেন।

এইবোৰ ডাঙৰ কথা।

অথচ এনে বহু সৰু-সৰু ঘটনাৰ উদাহৰণ আছে য'ত তেওঁ জীৱনৰ গতানুগতিকতাক আনন্দমুখৰ পৰিবেশেৰে সজীৱ কৰি তুলিছিল। ঘৰুৱা জীৱনৰ বহু ঘটনাৰ লগত তেওঁ নিবিড়ভাৱে জড়িত আছে। পৰিয়ালৰ মানুহ লৈ চিনেমা চোৱা, মটৰ লাঞ্চত পিকনিক কৰা, বৰশী বাবলৈ যোৱা বা ঘৰুৱা উৎসৱসমূহ ধুমধামকৈ পাতি আনন্দ কৰাত তেওঁ সমানে গুৰুত্ব দিছিল।



পলে পলে জীৱনৰ বৈচিত্ৰ্য বিচৰাৰ মাজতে আছিল তেওঁৰ ভোগৰ আনন্দ।

আৰু এই ভোগ জীৱনৰ শেষ মুহূৰ্তলৈ ৰাধাগোবিন্দ বৰুৱাই কৰিছিল।

শেষ সময়তো তেওঁৰ প্ৰিয় চালে চকুৰোৱা মেৰুণ-ক্ৰীম ৰঙ মিহলি ডজ্ গাড়ীত বহি বৰ লুইতৰ পানীৰ জিলমিলনি চাই চাই শান্ত, নিস্তব্ধ ভঙ্গীত বহি বহি কোনো আক্ষেপ নোহোৱাকৈ ৰাধাগোবিন্দ বৰুৱাই জিৰণি লৈছিল। তেতিয়া কামৰ ক্লান্তি নাই।

তেতিয়া কৰাৰ আনন্দৰ স্মৃতিৰ অনুৰণন।

ভোগৰ তৃপ্তি।

কেৱল আক্ষেপে বিন্ধিছিল : আৰু কেইটামান বছৰ জীয়াই থকা-হেঁতেন।

কৈছিলোঁ : 'শাৰঙ্গ, মই এশ বছৰ জীয়াই থাকিম।' মই ক'লোঁ : সেয়ে হব। তোমাৰনো কি অসুখ?' তেওঁ ক'লে : 'মোৰ কোনো বেমাৰেই নাই। তথাপি দৰব দিছে আৰু খাই আছোঁ। দিনৌ বিয়লি শৰাইঘাটৰ ফালে ফুৰিবলৈ যাওঁ আৰু এঘণ্টামানৰ পিছতে উলটি আহোঁ।' (শাৰঙ্গধৰ ৰাজখোৱা)

কৈছিল : 'মই বৰ সুখী।'

কেইজন মানুহে বুকুত হাত থৈ এই কথা কব পাৰে যে তেওঁ সুখী?

ৰাধাগোবিন্দ বৰুৱাই পাৰিছিল। কাৰণ তেওঁ জীৱনটোক ফাকি দিয়া নাছিল। জীৱনৰ আহৰিত বিন্দু বিন্দু সুখ, দুখ আৰু কষ্টৰ কণিকাৰে গঢ় দি তুলিছিল নিজৰ ভৱিষ্যত। সেই ভৱিষ্যতৰ বাবে আক্ষেপৰ থল নাই।

আছে আত্মতৃপ্তিৰ আনন্দ।

যি একান্তভাৱে বিশ্বাস কৰিছিল, 'সংগ্ৰাম আন এটি নাম জীৱনৰে।'



জীৱন সংগ্ৰাম।

বৰ কঠোৰ। বৰ নিষ্ঠুৰ।

ৰাধাগোবিন্দ বৰুৱায়ো তেনে এক নিষ্ঠুৰ জীৱনৰ সোৱাদ পাইছিল। কিন্তু কোনোদিন ভাঙি পৰা নাছিল।

প্ৰতি আঘাতে কৰিছিল আৰু উৎসাহী। অধিক সাহসী।

জন্ম ১৯০০ চনত। শিৱসাগৰত। এগৰাকী বায়েক আছিল। নাম পদ্ম। দেউতাক গুণগোবিন্দ বৰুৱা। এওঁ আছিল ৰেভিনিউ চিৰাস্তাদাৰ। তেতিয়াৰ দিনত সেই কামৰ গুৰুত্ব বহুখিনি। ৰাধাগোবিন্দই নিজে কৈছে: 'ই এ চি'তকৈও বেছি মান পাইছিল দেউতাই।'



জন্মৰ দুমাহৰ পিছতে ৰাধাগোবিন্দ বৰুৱা মাতৃহাৰা হয়। আল-ফুলীয়া ৰাধাগোবিন্দই সেই ফুলকলি বয়সতে মাতৃ মৰমৰ পৰা বঞ্চিত হয়।

কিন্তু এগৰাকী মাতৃৰ মৰমৰ মাজতে তেওঁ লালিত-পালিত হয় যাৰ কথা তেওঁ নিজে এনেদৰে কৈছে :

'মই মোৰ জীৱনী কোৱাৰ আৰম্ভণীতে এগৰাকী মানুহৰ নাম নক'লে অসম্পূৰ্ণ হব। সেই মানুহগৰাকী হৈছে মোৰ মা। এই গৰাকী মা কিন্তু মোৰ জন্মদাত্ৰী মা নহয়; প্ৰকৃত সম্বন্ধত এই গৰাকী মোৰ খুৰীহে। কিন্তু মোৰ জন্মৰ দুমাহৰ পিছত মাৰ মৃত্যু হ'ল। মৃত্যুৰ আগ মুহূৰ্তত মায়ে বোলে খুৰীৰ হাতত মোক গতাই দি গৈছিল। সেইবোৰ অৱশ্যে মই পিছত শুনা কথাহে। গতিকে খুৰীক মই মা বুলি মাতিছিলোঁ। খুৰীৰ নিজৰো মোতকৈ দুমাহ ডাঙৰ ল'ৰা এটা আছিল। (গোপীৰঞ্জন বৰুৱা)......, খুৰীয়ে নিজৰ ল'ৰাক বুকুৰ গাখীৰ একুৱাই মোক গাখীৰ খুৱাইছিল।'

অতি শ্ৰদ্ধাৰে ৰাধাগোবিন্দই এই গৰাকী মানুহৰ চাৰিত্ৰিক বৈশিষ্ট্য আৰু গুণাৱলী দোহাৰি গৈছে। তেওঁ কৈছে :

'তেতিয়া মই ইমান শকত হৈ পৰিলোঁ যে মোৰ মুখখন মলা চৰুৰ দৰে হৈ পৰিল। সেয়ে মোৰ নাম দিলে মলাই। নিজৰ ল'ৰাক গাখীৰ একুৱাই দিয়াত তেওঁ ইমান ক্ষীণাই গ'ল যে তেওঁক সকলোৰে কেৰ্কেটুৱা বুলিবলৈ লৈছিল। এইদৰে নিজৰ সন্তানক গাখীৰ একুৱাই পৰৰ সন্তানক নিজ গাখীৰ খুৱাই, ডাঙৰ দীঘল কৰা উদাহৰণ হয়তো খুব কমেইহে ওলাব।'

মানুহ গৰাকীৰ নাম হ'ল হৈম্যৱতী বৰুৱা।

তেওঁৰ স্বামীৰ নাম গুঞ্জানন বৰুৱা

ৰাধাগোবিন্দই আৰু কৈছে :

'মা'ৰ মতা নাম আছিল হেমী। খুৱাদেউক মই গৰুদেউতা বুলি

মাতিছিলোঁ। সৰুদেউতা উকীল আছিল। কেছাৰীৰ পৰা অহাৰ পিছত সৰু দেউতাৰ বহুতো পইচা থাকে। মায়ে সেইবোৰ লৈ দুখীয়া মানুহক দি দিয়ে। গাত লবলৈ দিয়া ছাদৰ আদিও আনক দি দিয়ে। সুধিলে কয়, এ অমুকৰ মাক আহিছিল, গাত লবলৈ একো নাছিল। দি দিলোঁ। তেওঁৰ আন এজন ল'ৰা চেঙেলীয়া অৱস্থাত মৃত্যু হৈছিল। ল'ৰাটোৰ স্বভাব চৰিত্ৰ অলপ বেয়া হৈছিল। মৃত্যুৰ খবৰ পাই মই যেতিয়া ডিব্ৰুগড়ৰ পৰা মাৰ ওচৰলৈ আহিলোঁ তেতিয়া মায়ে কৈছিল: বুজিছ্ মলু, সি মৰাত দুখ লাগিছে যদিও সি মৰাত বেয়া নহ'ল। জীয়াই থকাহেঁতেন সি আৰু বেয়া হ'লহেঁতেন আৰু কষ্ট খালেহেঁতেন।'

মানুহগৰাকীৰ এই ব্যক্তিত্বই ৰাধাগোবিন্দ বৰুৱাক মোহিত কৰিছিল। হয়তো নিচেই সৰুতে আপোন মাতৃৰ মৰম-স্নেহৰ পৰা বঞ্চিত হৈ তেওঁৰ মাজতে তেওঁ বিচাৰি পাইছিল মানসিক শান্তি।

তেওঁৰ প্ৰতি এই মহিলাগৰাকী কেনেদৰে, সহানুভূতিশীলা আছিল আৰু এটি উদাহৰণ দাঙি ধৰিছে:

'মোৰ বন্ধু এজন ডিব্ৰুগড়ৰ পৰা শিৱসাগৰলৈ বিয়া কৰাবলৈ আহিছিল। মই খবৰ পাই ৰেল ষ্টেচনলৈ গৈ দেখো সি কান্দি-কাটি বিয়া নকৰাই ঘৰলৈ যাবলৈ ওলাইছে। তাক সুধি গম পালোঁ যে কন্যাঘৰৰ পৰা ষ্টেচনলৈ কোনো নাহিল। সেই খঙতে সি যায়গৈ। মই তাক ক'লো যে কিবা ভুল হ'বও পাৰে। বিয়া নকৰালে কন্যাঘৰৰ অসুবিধা হ'ব। ইয়াত মোৰ ঘৰ আছে তোৰ কোনো অসুবিধা নহয়। ঘৰলৈ গৈ মাক সকলো ক'লোঁ যে, এতিয়া সকলো তুমিয়ে কৰিব লাগিব। মায়েও 'হৈ যাব' বুলি কৈ তাহাঁতক আনিবলৈ ক'লে। মই তেতিয়া দুখন গৰুগাড়ী বিচাৰি ষ্টেচন পালোগৈ। কাৰণ তেতিয়াৰ দিনত মটৰ গাড়ী নাছিল। আটাইবোৰক মাই আদৰি নিলে। আমাৰ ঘৰত



গণেশ নামে ল'ৰা এটা আছিল। তাক মাতি মাৰ অতি মৰমৰ খাহী ছাগলীটো মৰালে। তেতিয়াৰ দিনতে তাৰ দাম ৭/৮ টকা মান হ'ল-হেঁতেন। সেই খাহীটো মৰাই মাই বিয়াৰ ভোজ খুৱালে। দৰাৰ লগত অহা ল'ৰাবোৰক বিধে বিধে কামত লগালে। কাৰোবাক আলু, কাৰোবাক মাংস, কাৰোবাক কলপুলি পুতিবলৈ লগালে। এইদৰে নিজৰ মাকৰ দৰে মায়ে গোটেই দায়িত্ব লৈ ললে। সৰু দেউতা কেছাৰীৰ পৰা আহি ঘৰত হুলস্থূল দেখি কি হ'ল বুলি সোধাত 'মলুৰ বন্ধুৰ বিয়া পাতিছো। আমি এতিয়া আটায়ে যাম' বুলি সৰু দেউতাকো লগত লৈ আটাইবোৰ গৈ সুন্দৰকৈ বিয়া পাতি দিলে।'
নিজে তেওঁ এওঁক 'মহান মোৰ মাতৃ' বুলি কৈছিল।

ৰাধাগোবিন্দৰ অন্তৰ মুহি নিয়া এইগৰাকী মহিলাৰ মৃত্যু হয় তেওঁৰ একমাত্ৰ জীয়েক উষা দেৱীৰ ঘৰত। এওঁ স্বৰ্গীয় তুলসী নাৰায়ণ শৰ্মাৰ পত্নী। একেগৰাকী জী কাৰণে তেওঁ বৰ মৰমৰ আছিল। ফুৰিবলৈ গৈ গা বেয়া লগা বুলি কৈ 'জীৰ ঘৰতে মৰো' বুলি কোৱা মানুহগৰাকী সঁচাকৈয়ে থিতাতে হেনো তাতে মৃত্যু হয়।

দেউতাক গুণগোবিন্দ গহীন প্ৰকৃতিৰ মানুহ আছিল।

বৰ খঙাল।

স্বাভাৱিকতে দেউতাকৰ প্ৰতি ভয় আৰু ভক্তি দুয়োটাই আছিল।

পঢ়া-শুনা আৰম্ভ কৰিছিল শিৱসাগৰতে।

ৰাধাগোবিন্দ পঢ়া-শুনাত যে ভাল নাছিল এই কথা তেওঁ নিজে কৈ গৈছে। কৈছে :

'পঢ়া-শুনাত মই বেয়া আছিলোঁ। কোনোমতে পৰীক্ষাবোৰ পাচ কৰি গৈছিলোঁ।'

শিক্ষাৰম্ভ হয় শিৱসাগৰৰ 'দুখীয়া স্কুলত'।

তাৰেপৰা বেজবৰুৱা স্কুল।

তেতিয়াৰ দিনত ক্লাচবোবৰ নাম এতিয়াৰ দৰে নাছিল। ক্লাচ টেনক ফাৰ্ষ্ট ক্লাচ, নাইনক ছেকেণ্ড ক্লাচ এনেদৰেহে কৈছিল। ৰাধাগোবিন্দই বেজবৰুৱা স্কুলত লাষ্ট ক্লাচলৈ পঢ়িছিল।

ৰাধাগোবিন্দৰ নিজৰ ভাষাত:

'বেজবৰুৱা স্কুলৰ মালিক আছিল গুবিন্দ বেজবৰুৱা। তেওঁ স্কুললৈ আহি কয় whole class promoted। তাৰমানে গোটেই ক্লাচটোকে পাচ কৰাই দিয়ে। এইটো কৰাৰ কাৰণ হ'ল পাচ হ'লে চাৰি অনাকৈ ফিজ দিব লাগে। সেইটোৱেই তাৰ নিয়ম। স্কুলৰ ষ্টেণ্ডাৰ্ড খুব ভাল নাছিল। মেট্ৰিক খুব কম ল'ৰাই পাচ কৰিছিল।' শিৱসাগৰৰ পৰা দেউতাক বদলি হয় নগাৱঁলৈ। নগাৱঁৰ আমোলাপট্টিত আছিল। ৰাধাগোবিন্দৰো স্কুল সলনি হয়। নিজে কৈছে এনেদৰে: 'মই তাত ট্ৰাই চাইকেল লৈ স্কুললৈ যাওঁ। তেতিয়াই চুটি কৰি যাওঁ। মোৰ লগত এটা দাৰোৱানো যায়। সি স্কুলত থৈ আহে। কেতিয়াবা চাইকেলখন ঘৰলৈ লৈ আহে আকৌ চুটিত আনেগৈ। দুপৰীয়া টিফিন দিযেগৈ। অৱশ্যে বেছিকৈ টিফিন খাইছিলোঁ৷ বৃন্দাবন গোস্বামী বুলি এজনৰ লগতহে। তেখেত স্কুলৰ মাষ্টৰ আছিল। নগাৱঁৰ বহুতেই জানে। তেখেতৰ ঘৰৰ পৰা খোৱা আনে কল, গাখীৰ, লুচি আদি। তেখেতে খুব মৰম কৰি মোক লগতে খাবলৈ দিয়ে।

'তেতিয়া ডি. চি. আছিল মি: কচগ্ৰেভ্। দেউতাৰ লগত বৰ ভাল আছিল। এদিন তেখেত স্কুললৈ আহি আমাৰ মাষ্টৰক সুধিলে— Where is Gunagovinda's son? মাষ্টৰে মোক দেখুৱাই দিয়াত তেখেতে মোক মৰম কৰি ইংৰাজীতে কেইটামান প্ৰশ্ন সুধিলে। মইও উত্তৰ দিলোঁ। তেতিয়া তেওঁ খুব ভাল পালে।'

ভাল পাই ডি. চিয়ে ৰাধাগোবিন্দক এখন পেৰেম্বুলেটাৰ উপহাৰ দিছিল। সেই পেৰেম্বুলেটাৰখনত:



'মইতো উঠিলোৱেই, মোৰ ল'ৰা তুলসীগোবিন্দ, প্ৰফুল্ল, ভাইটি, তেওঁলোকো উঠিল। আনকি মোৰ নাতি ল'ৰা দেৱজিত (বুলবুল) সিও উঠিল। তাৰ চকা-তকা ক'ৰবাত বিচাৰিলে এতিয়াও ওলাব ছাগে।'
ডি. চিয়ে মৰম কৰি যোৱাৰ পিছত স্কুলত ৰাধাগোবিন্দৰ কদৰ বাঢ়িছিল। স্কুলৰ হেড মাষ্টৰেও তেওঁলৈ মৰমৰ চকুৰে চোৱা হ'ল।

নগাৱঁত সেই সময়ত দেউতাকৰ ভাল বন্ধু আছিল নবীন ফুকন (এওঁ দেশভক্ত তৰুণৰাম ফুকনৰ ককায়েক), ৰজনী বৰদলৈ, কৃষ্ণ চৌধুৰী আদি।
এওঁলোকে খুব তাচ খেলিছিল।
ৰাধাগোবিন্দক কিন্তু আকৰ্ষণ কৰিছিল অন্য এক বস্তুৱে।

দেউতাক ভাল চিকাৰী আছিল। নবীন ফুকনৰ লগত দুয়ো প্ৰায়েই চিকাৰলৈ গৈছিল। হাতীৰে গৈছিল চিকাৰলৈ। সীমা-সংখ্যাহীন পহু তেতিয়া। কৈ থৈ যায় কেইটা পহু আনিব। সেয়া আনেও।

ৰাধাগোবিন্দৰ পিছলৈ চিকাৰ ভালপোৱাৰ বীজ তেতিয়াই নিহিত হৈছিল।

নগাৱঁৰ পৰিবেশে ৰাধাগোবিন্দক বৰ বেছদিন আবদ্ধ ৰাখিব নোৱাৰিলে।

দেউতাকৰ বদলিৰ অজুহাতত ৰাধাগোবিন্দও আহিবলগীয়া হ'ল। ক'লৈ? সেয়া এক উল্লেখযোগ্য পদক্ষেপ।

কিন্তু সেই বয়সতে ৰাধাগোবিন্দই নগাওঁত কি দেখিছিল? সৰলভাৱে ৰাধাগোবিন্দই সেই সময়ৰ নগাৱঁৰ সামাজিক ছবি এখনি দাঙি ধৰিছে। তেওঁৰ বৰ্ণনাত :

'তেতিয়া কলং নৈত জাহাজ চলিছিল। আমি জাহাজেৰে ইপাৰ হওঁ। পুৰণিগুদামলৈ আমাৰ ছাভিচ আছিল। তেতিয়া মাছৰ যে কি উভৈনদী আছিল এতিয়া ভাবিলে আচৰিত লাগে। পাক-

ঘৰত বৌ মাছ দুই তিনিটা থাকেই। পোহাৰীয়ে মাছ বিকিবলৈ ভাগ ভাগ কৰি আনে। ডাঙৰ একোটা ভাগত চাৰি পইচা। মাহীয়ে কয়, বাই, ইমান মাছ কি কৰিম। এইকেইটা লৈ যোৱা। পোহাৰীয়ে তেতিয়া 'ভাগৰ মাছ কি লৈ যাম' বুলি এৰি থৈ যায়। তেতিয়া টকাত ১৭।১৮ সেৰ চাউল। ৬ পইচাত একোটা পাৰ পায়। গাখীৰৰ সেৰে বোধহয় দুই অনামান আছিল।' ইত্যাদি। নগাওঁ 'বৰ ভোগালি' ঠাই আছিল বুলি তেওঁ কৈ গৈছে।

নগাঁৱতেঁই ৰাধাগোবিন্দৰ একমাত্র ভায়েক কৃষ্ণগোবিন্দ বৰুৱাৰ জন্ম হৈছিল। ঘৰত মতা নাম আছিল বাপচন। কৃষ্ণগোবিন্দ মাহীমাকৰ সন্তান আছিল।

তাৰ পিছত ডিব্রুগড়।

ৰাধাগোবিন্দৰ জীৱনৰ প্ৰথম স্তৰৰ সকলো উল্লেখযোগ্য ঘটনা সংঘটিত হয় এই ডিব্রুগড়তে।

দিখৌপৰীয়া ৰাধাগোবিন্দ লুইতপৰীয়া হয়।

আৰু বৰ লুইতৰ দৰে বহল আৰু সীমাহীন নানান সামাজিক ৰাজহুৱা কামৰ পুলি-পোখাৰ জন্ম ইয়াতেই। ডিব্রুগড়ৰ সমাজ-জীৱন, কৰ্ম-জীৱন ৰাধাগোবিন্দৰ জীৱনৰ এক উল্লেখযোগ্য অধ্যায়ৰূপে সংযোজিত হয়।

ট্রিবিউন কাকত প্ৰতিষ্ঠানটো গুৱাহাটীলৈ উঠাই অনাৰ আগলৈ ডিব্রুগড় হৈ পৰে তেওঁৰ মৰমৰ চহৰ। তাতেই এচাম উৎসাহী, সুসংস্কৃত আৰু ৰুচিবান ব্যক্তিৰ সান্নিধ্য লাভেৰে তেওঁ বহু কাম কৰাৰো প্ৰেৰণা পায়।

প্ৰেৰণা পোৱাই নহয়, ৰাধাগোবিন্দই তেতিয়াও মূৰ ওখ কৰি স্বকীয় ব্যক্তিত্বৰে সকলোৰে নেতৃত্ব লৈছিল। সেই কথা তেওঁৰ গুণমুগ্ধ বহুতো ডিব্রুগড়ীয়াই স্বীকাৰ কৰি গৈছে।



সেয়েহে সেই সময়ৰ ডিব্ৰুগড়ৰ কাহিনী ৰাধাগোবিন্দ বৰুৱাৰো কাহিনী।

ৰাধাগোবিন্দৰ নিজৰ বৰ্ণনাত :

'যেতিয়া সপ্তম এডোৱাৰ্ড মৰিল, সেই সময়তে দেউতাক ডিব্ৰুগড়লৈ বদলি কৰে। কেছাৰীৰ পৰাই আমাক তেতিয়া চেফটিপিন লগোৱা ক'লা ফিটা হাতত মাৰিবলৈ দিছিল। আমি খুব ভাল পাইছিলো। নগাঁৱৰ পৰা ডিব্ৰুগড়লৈ আহি আমি আমাৰ সম্বন্ধীয় মানুহ এজনৰ ঘৰত তিনিমাহমান আছিলোঁ। তাৰ পিছত ৰবীন খাউণ্ডৰ দেউতাক পৰশুৰাম খাউণ্ডৰ মাটি লৈ ঘৰ সাজিলে। আমি তাতে থাকিবলৈ ল'লোঁ।'

পুৰণি যি ঠাইত আছিল সেই ঠাই পিছলৈ ব্ৰহ্মপুত্ৰৰ বুকুত জাহ গৈছিল।

ডিব্ৰুগড়ৰ নতুন পৰিবেশত ৰাধাগোবিন্দই মনৰ আনন্দত জপিয়াই উঠিল। আগতে কৈছোঁ, পঢ়া-শুনাত তেওঁ কোনোদিন প্ৰকৃত অৰ্থত ভাল ল'ৰা নাছিল। বৰং তেওঁৰ নিজৰ ভাষাত :

'মই সৰুৰে পৰা বৰ দুষ্ট আছিলোঁ। জেপত কেটেপা গুটি লৈ ফুৰিছিলোঁ। এদিন স্কুলত সেইদৰে মাৰোঁতে বিনয় সেনৰ গালত পৰিলগৈ। মাষ্টৰে দেখি আছিল। মোক সেইদিনা এঘণ্টা বেঞ্চৰ ওপৰত থিয় কৰাই থৈছিল।'

এই বিনয় সেনেই কিছু বছৰ আগতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সমাৱৰ্তনত মুখ্য অতিথিৰূপে ভাষণ দিবলৈ আহি এই 'পুৰণি কথা সুঁৱৰি' দুয়ো প্ৰাণখুলি হাঁহিছিল। আকৌ কৈছে :

'মই পঢ়াত খুব ভাল নাছিলোঁ। মই যেতিয়া মেট্ৰিক দিওঁ তেতিয়া দীনেশ বৰুৱাহঁতৰ ঘৰত পঢ়িবলৈ যাওঁ। পঢ়িবলৈ যাওঁ মানে কি, তেওঁলোকৰ মাকে আমাক খুব খাবলৈ দিয়ে। দীনেশ, ভবানন্দ,

নাৰায়ণ আৰু মই একেলগে পঢ়িছিলোঁ। ভালকৈ খাই ভবানন্দ আৰু মই শুই থাকোঁ, নাৰায়ণ আৰু দীনেশে খুব পঢ়ে। পাছে তাইঁত দুটাই ফেল মাৰিলে ; আমি পাছ কৰিলোঁ। যদিও ছেকেণ্ড ডিভিজনহে পালোঁ।'

পঢ়া-শুনাৰ লগে লগে ৰাধাগোবিন্দই শাৰীৰিক চৰ্চাও কৰিছিল। সৰুৰে পৰা ৰাধাগোবিন্দৰ চালে চকুৰোৱা চেহেৰা আছিল। এইটো হবলৈ পাইছিল নিয়মিত ব্যায়ামৰ হেতুকে। পিছলৈ এইটো নিয়মিত অভ্যাস হৈছিল।

'সেই কালত ল'ৰাবিলাকে শাৰীৰিক চৰ্চাত বেছ মনোযোগী আছিল। ডাম্বেল মুদ্গৰ, ব্যায়ামৰ বিভিন্ন যন্ত্ৰপাতি, তাৰ উপৰি মুক্ত হাতৰ ব্যায়াম শিক্ষক মোহন নাইডু প্ৰথা আৰু এম ভি কৃষ্ণ ৰাও প্ৰথা প্ৰচলিত আছিল। ৰাধাগোবিন্দই মুদ্গৰ ব্যৱহাৰ কৰিছিল। সেই সময়ত জে. আৰ. বৰুৱা এণ্ড ছন্সৰ বাওঁফালে এটা আহল-বহল ঘৰত কুস্তী আৰু মালযুঁজৰ শিক্ষা দিছিল ইদ্ৰিছ খাঁ আৰু সূৰ্য্য বেজবৰুৱাই। এই আখৰাই ৰাধাগোবিন্দক সুঠাম দেহ দিলে আৰু তেখেতসকলৰ ব্যক্তিগত এৰিষ্ট্ৰ'কেচীৰ পৰা আঁতৰাই সৰ্বসাধাৰণ ৰাইজৰ মাজলৈ আনিলে।' (বিষ্ণুকিংকৰ কলিতা)

আন এজনেও কৈছে :

'ডিব্ৰুগড়ৰ পাঁচ আলিত সেই কালত (১৯২৬-২৭ চন) চটু চাহৰ ঘৰৰ চৌহদত কুস্তী আৰু ব্যায়ামৰ এটা ভাল আখৰা আছিল। সেই আখৰাৰ এজন প্ৰধান পৃষ্ঠপোষক আছিল ৰাধা ককাইদেউ। সবল, সুপুৰুষ, দেখনিয়াৰ ৰাধা ককাইদেউ নিয়মিতভাৱেই সেই আখৰালৈ আহিছিল। সেই সময়ত সেই আখৰাত পাঁচ আলিৰ কুস্তীবীৰ ৺আব্দুল হালিম আৰু ৺ফকৰুদ্দিন আহমদৰ লগত বেছ ঘনিষ্ঠ সম্বন্ধ গঢ়ি উঠিছিল।' (কলিমুদ্দিন আহমেদ)



ৰাধাগোবিন্দই নিজে কৈছে :

'মই পঢ়ি থকা অৱস্থাতে কুস্তী কৰিবলৈ আৰম্ভ কৰিছিলোঁ। আমাৰ ঘৰৰ ওচৰতে থকা নাপিত এটাৰ পৰা কুস্তী শিকো মনে মনে। ঘৰত আহিলে সি নাপিত, কিন্তু কুস্তী শিকিবলৈ যাওঁতে মই তাক চালাম কৰোঁ। এদিন কিবা কথাত খং উঠি তাক পেটত মাৰি দিলোঁ। সি পৰি গ'ল। তাৰ খুব খং উঠিল। সি উঠি লৈ মোক দাৰা সিঙে কিঙ কঙক পেলোৱাদি পেচ লগাই পেলাই দিলে। মই আধামৰাৰ দৰে হৈ পৰি আছিলোঁ। তেতিয়া সি পানী-দুনি আনি মূৰে-মুখে দি ভৰিত ধৰি ঘৰত নকবলৈ কৈ পঠিয়াই দিলে। ঘৰত আহি মই নকলোঁহি। তাক মই ওস্তাদ বুলি মাতিছিলোঁ।'

কোনে জানে সৰুকালৰ এই ৰুচিয়ে ৰাধাগোবিন্দক হয়তো পিছলৈ কুস্তীৰ প্ৰতি এক অহেতুক দুৰ্বলতা আনি দিছিল। আৰু তাৰেই সহায়ত তেওঁ সফল কৰি তুলিছিল ৰাজ্যৰ সৰ্ববৃহৎ ষ্টেডিয়াম। কিন্তু সেয়া অন্য কাহিনী।

ডিব্ৰুগড়ৰ পৰাই ৰাধাগোবিন্দই কলেজৰ শিক্ষা লবলৈ আহে গুৱাহাটীলৈ। অতীত গুৱাহাটীৰ কটন কলেজৰ মোহে তেতিয়া আন সকলোকে আকৰ্ষিত কৰাৰ দৰে তেওঁকো কৰিছিল।

কিন্তু প্ৰকৃত অৰ্থত পঢ়াশুনাৰ মনোভাৱে তেতিয়াও তেওঁক আগ্ৰহান্বিত কৰি তোলা নাছিল।

বাৰে বাৰে ভুমুকি মাৰিছিল 'দুষ্ট' মনটোৱে। কলেজীয়া জীৱনৰ চিন্তাহীন দুষ্কাৰ্য্য। নিৰ্দোষ ৰঙ ধেমালি।

কিছু উৎপাতো।

কলেজৰ ৰাধাগোবিন্দ কেনে? নিজৰ নিঃসঙ্কোচ বৰ্ণনাত :

'কলেজ যেতিয়া পালোঁ হোষ্টেলত আছিলোঁ। তেতিয়া আকৌ ডিব্ৰুগড়ৰ ল'ৰা, শিৱসাগৰৰ ল'ৰা সুকীয়া সুকীয়াকৈ থাকে। ডিব্ৰু-

গড়ৰ আমাৰ নিচিনাবোৰক সকলোৱে গুণ্ডা বুলি ভাবিছিল্‌। এক-জামিনীবোৰ বেলেগে থাকে। মোৰ লগত আছিল যতীন খাউণ্ড, বত্রিশ গগৈ। মই একজামিনী ৱার্ডত আছিলোঁ। যতীন খাউণ্ডৰ ওচৰত একো কিতাপ নাথাকে। বিচনাও নাছিল। য'তে মন যায় তাতে শোৱে। ৰুম এটা আছিল কিন্তু। এদিনৰ কথা। তেওঁৰ ককায়েক ৰবীন খাউণ্ড হোষ্টেললৈ আহিল। ৰবীন খাউণ্ড তেতিয়া বৰপেটাত ই. এ. চি. আছিল। ককায়েক অহা বুলি শুনি যতীন খাউণ্ডে ওচৰৰে ল'ৰা এটাৰ কিতাপ আনি টেবুলত সজাই থলে। ককায়েক টেঙৰ মানুহ। ভায়েকৰ ফাঁকি বুজিলে। ক'লে: 'ও চায়েন্সৰ ল'ৰাই আৰ্টচৰ কিতাপ খুব পঢ়িব লাগে।' যতীনে বৰ লাজ পালে। পৰীক্ষাৰ সময়ত আমি যতীন খাউণ্ডক জোৰকৈ ধৰি পঢ়ুৱাওঁ। কিন্তু তেওঁ সেইদৰে পঢ়িয়ে ফাৰ্ষ্ট ডিভিজনত পাছ কৰিছিল্‌। বৰ চোকা ল'ৰা আছিল।....

'তেতিয়া আমি হোষ্টেলত আনবিলাকে কৰে নে নকৰে কৰ নোৱাৰো আমি কিন্তু ডিব্রুগড়ীয়া কেইটাই অলপ চাধা-চিধা মানুহ ৰুমমেট বিচাৰি লওঁ। কাৰণ চাহ কৰিব লাগে, কেটলী খুব লাগে। সেইবোৰ কাম তেতিয়া আমি নকৰাকৈয়ে হৈ যায়। মোৰ লগত আছিল অঘোৰ ভট্টাচাৰ্য্য, হেম কোঁৱৰ। হেম কোঁৱৰ বৰ্তমান চুপাৰিণ্টেডেণ্ড ইঞ্জিনীয়াৰ, দেবেন কোঁৱৰৰ দেউতাক। এওঁলোক বৰ চিধা মানুহ আছিল। আৰু এজন ধৰ্মানন্দ দত্তও আছিল। এই কেইজন ল'ৰা লৈ আমাৰ টনা-আজোৰা লাগে।'

কলেজৰ সৰু-বৰ সৰস ঘটনাৰে তেওঁৰ জীৱন ভৰপুৰ আছিল। এনে ঘটনাৰো ৰাধাগোবিন্দই নিজে উল্লেখ কৰি থৈ গৈছে যিটো কাৰ্য্য সংঘটিত কৰাৰ বেয়া দিশ সম্পৰ্কে তেওঁ সচেতন হৈও কৰিবলগীয়া হৈছিল বন্ধু-বান্ধৱৰ প্ৰৰোচনা আৰু টুটুকীয়া কৌশলৰ হেতুকে।



এনে প্ৰৰোচনাত পৰিয়ে এজন অধ্যাপকলৈ শিলগুটি দলিয়াইছিল তেওঁ। যদিও তেওঁৰ একো নহ'ল, নিদোষী ল'ৰা এজনৰহে শাস্তি হ'ল। ৰবাৰ্ট্‌চ তেতিয়া কলেজৰ অধ্যক্ষ আছিল। এই ঘটনাৰ সন্দৰ্ভত তেওঁ কৈছে : 'মোৰ পিছে বৰ বেয়া লাগিছিল। ইহঁতক (যি কেইটাই তেনে কাম কৰিবলৈ উচটাই দিছিল) খুব গালি-শপনি পাৰিলোঁ।'

শিক্ষাৰ চাৰিবেৰে ৰাধাগোবিন্দক বান্ধিব পৰা নাছিল।

ফাৰ্ষ্ট ইয়েৰৰ টেষ্ট দি ঘৰলৈ আহিল তেওঁ।

এই সময়তে তেওঁৰ আইসকলে দেখা দিয়ে।

প্ৰায় চাৰিমাহ তেওঁ ঘৰতে থাকিবলগীয়া হয়।

শৰীৰ দুৰ্বল।

পঢ়া-শুনাৰ আকৰ্ষণ টুটি আহিছিল। আটাইতকৈ ডাঙৰ কথা তেওঁ নিজৰ ভাষাত : 'মোৰ আগৰ পৰাই কাৰবাৰ কৰাৰ মতলব আছিল।

কাৰবাৰ ! বিজিনেছ !! ব্যৱসায় !!!

দেউতাকেও হয়তো ভিতৰি ভিতৰি ৰাধাগোবিন্দৰ মনৰ জগতৰ প্ৰকৃত অভিলাষৰ কথা উমান পাইছিল।

ব্যৱসায় কৰাৰ ধাউতিৰ কথাও হয়তো তেওঁ উমান পাইছিল।

ব্যৱসায়ী মানুহক তেওঁ তেতিয়া অহেতুক গুৰুত্ব দিছিল। ওচৰ চাপিছিল।

'ডিব্ৰুগড়ৰ পুৰণি আমোলাপটিৰ ৰাধা ককাইদেউৰ ঘৰৰ ওচৰতে মোৰ কাঠৰ শ্ব মিলটো আছিল। যৌৱনৰে পৰা ব্যৱসায়ী হোৱাৰ স্বপ্ন দেখা ৰাধা ককাইদেউক হয়তো মোৰ ব্যৱসায়ীসুলভ মনোবৃত্তিয়ে অধিক আকৰ্ষণ কৰিছিল। আৰু সেয়েহে হয়তো আনতকৈ মোক অধিক মৰম কৰিছিল।' (কলিমুদ্দিন আহমদ)

কিন্তু কি ব্যৱসায় কৰিব ?

দেউতাকে ৰাধাগোবিন্দক এদিন মাতিলে।

ক'লে : 'তই ব্যৱসায় কৰ। কিন্তু তাৰ আগতে বাগিছাৰ ব্যৱসায়ো অলপ শিকি ল।'

আপত্তিৰ প্ৰশ্নই নুঠে।

এয়া যেন তেওঁৰ স্বাভাৱিক ইচ্ছাৰ প্ৰকাশ।

ৰাধাগোবিন্দই নিজে কৈ গৈছে :

'দেউতাই এখন বাগিছা কিনিছিল। নাম মেগেলা। যিখনৰ নাম এতিয়া শঙ্কৰ টি ইষ্টেট।.. দেউতাই ক'লে বাগিছাতে লাগ। মই ঠিক আছে বুলি ক'লোঁ। বাগিছাত মেনেজাৰ আছিল। সাত-আঠ দিনৰ মূৰে মূৰে যাওঁ। তেতিয়া অৱশ্যে বাগিছাৰ কাম মই একো নাজানিছিলোঁ। এদিন শনিবাৰে পে ডে আছিল। মই পেমেণ্ট কৰিবলৈ অকলেই চাৰে চাৰি হেজাৰমান টকা লৈ গৈছিলোঁ। বাগিছালৈ যোৱা ৰাস্তা কেঁচা। তাতে বৰষুণ দি পিচল হৈছিল। অলপ দূৰ গৈ জোতা যোৰ পেলাই দিলোঁ। কাৰণ জোতাৰে বেছি পিচলে। ইফালে হাতত নিয়া টকাখিনিৰ ওজনো যথেষ্ট। সাতমাইলমান খোজ কাঢ়ি মই অকলে গৈছোঁ। কিছুদূৰ গৈ মই দেখিলো মোৰ আগে আগে প্ৰকাণ্ড ঢেকীয়াপতীয়া বাঘ এটা গৈ আছে। সেইটো দেখি মোৰ ভয় লাগিল। সেইখিনিত কোনো মানুহো নাছিল। কিছুদূৰ ভয়ে ভয়ে গৈ কুলী বস্তী এটা পাই মই সোমাই ক'লোঁ, 'মই মালিকৰ পুতেক। টকা লৈ আহিছোঁ। পিছে বাঘ এটা আগে আগে গৈ আছে।' সৰল সেই মানুহখিনিৰ কেইবাটাও মানুহে মোক টিং বজাই বজাই লৈ গ'ল। টিঙৰ শব্দত বাঘ হাবিত সোমাল। তথাপিও ভয় গুছা নাছিল। মানুহকেইটাই বাগানত থৈ গুছি আহিল।....বাগান তেনেদৰেই চলিছিল।'

বাগিছাৰ মোহেও ৰাধাগোবিন্দক বান্ধিব পৰা নাছিল। নিজৰ বাগিছা থাকিলে স্বাভাৱিকতে সেই বাগিছা চলোৱাৰ যি প্ৰবৃত্তিয়ে প্ৰকৃততে গা কৰি



উঠিব লাগে, সেইটো তেওঁৰ নাছিল। ব্যৱসায় মানে বাগিছা—এই সীমিত চিন্তাৰে তেওঁ আবদ্ধ নাছিল।

এবাৰ বাগিছাৰ এচিষ্টেণ্ট মেনেজাৰৰ ইণ্টাৰভিউ দি চাকৰি পাইও তেওঁ চাকৰি নকৰাৰ উদাহৰণো আছে। সেয়া পিছত হ'ব।

দেউতাকৰ বাগিছাত অহা-যোৱা কৰাৰ মাজত ব্যৱসায়ৰ কোনো গোন্ধ তেওঁ নাপালে। সঁচা জহৰীৰ দৰে তেওঁৰ চকু তেতিয়া কৰ'বাত। ৰাধা-গোবিন্দই মন কৰিছিল যে বাগিছাতে বিভিন্ন বস্তুৰ যোগান ধৰি দেছুৱালী কেইটামানে খুব টকা কৰিছে।

তেওঁৰ বৰ্ণনাত :

'মই দেখিছিলোঁ বাগিছাত কাঠ, খেৰ-চূণ, তেল, বালি, ইটা ইত্যাদি বহু বস্তু লাগে। আৰু সেইবোৰকে যোগান ধৰি দেছুৱালী ঠিকাদাৰ কেইটামানে খুব টকা কৰিছে। মেনেজাৰক ঘোচ দি এহেজাৰ টকাৰ বস্তু দুহেজাৰত বেচে। অজস্ৰ টকা কৰিছে। তাহাঁতি ভয় খুৱাবলৈকে ঘৰত একোটা হাতী আৰু পালোৱান ৰাখে। তাহাঁতৰ চখ সেইটোৱে। পঢ়া-শুনা নোহোৱা সেইচাম মানুহে তেনেদৰেই ঠগি বহু ধন ঘটিছিল।'

'বিশেষকৈ লাভ কৰিছিল খেৰত। সেইটো মই লক্ষ্য কৰিছিলোঁ।'

'লক্ষ্য কৰি সৰুকৈ তেনে এটা ব্যৱসায় আৰম্ভ কৰিলোঁ। মইও খুলিলোঁ এটা চাপ্লাই এজেন্সী। খেৰ আনে মিৰিবিলাকে। নাও ভৰ্তি খেৰ। দেছুৱালী ঠিকাদাৰকেইটাই পইচা বাকী ৰাখে। দিওঁতে গণ্ডগোল লগায়। মই কৰিলোঁ কি, মিৰি ভাষা অলপ শিকি ললোঁ। ঘাটত বোন্দাপৰ দি বৈ থাকোঁ। আৰু খেৰ ভৰ্তি নাও যেতিয়া আহে মই দূৰৈৰ পৰাই মিৰি ভাষাৰেই চিঞৰি কওঁ যে নাওঁবোৰ মোক দিবি। মই কেঁচা টকা দিম। তাতেই মই নগদ টকা দিওঁ। নগদ টকা পাই মিৰি খেৰ ব্যৱসায়ীয়ে আনন্দিত হ'ল। ফলস্বৰূপে তাহাঁতি চব খেৰ মোক দিবলৈ ধৰিলে। দেছুৱালী ঠিকাদাৰকেইটাই খেৰ

নোপোৱা হ'ল। মই ইমান অৰ্ডাৰ পাবলৈ ধৰিলোঁ যে কেতিয়াবা স্পেচিয়েল ডবা বুকড্ কৰিও মাল পঠিয়াব লগা হৈছিল। বিশেষকৈ ডুমডুমাৰ ফালে।'

খেৰ, চূণ, বালি, ইটাৰ ছাপ্লাই এজেন্সীৰে কিছু ধন ঘটি ৰাধাগোবিন্দৰ ব্যৱসায়ী মনটোৱে ধীৰে ধীৰে পাখি মেলি উৰিছিল।

খেৰৰ ব্যৱসায়েই নহয়, কানিৰ মহলৰ ব্যৱসায়ো কৰিছিল তেওঁ।

যদিও এই ব্যৱসায়ে তেওঁক বা তেওঁৰ দেউতাক কাকো স্বাভাৱিক মনৰ আনন্দ দিয়া নাছিল। নিজে কৈছে:

'মোৰ তেতিয়া কানিৰ মহল এটাও আছিল। এবছৰৰ কাৰণে লৈছিলোঁ। সেই এবছৰতে বহু লাভ কৰিছিলোঁ। লাইচেন্স নাছিল। কানিৰ মহল লৈ মই ৰামকুমাৰ ওজা নামৰ দেছুৱালী বন্ধু এটাৰ পৰা হাটলৈ গৈ তাৰপৰা কানি বেচিবলৈ শিকিলোঁ। দেওবাৰে হাটত বৰ ভিৰ হয়। ওজাৰ দোকানত বেচি বেচি মই ইমান পাৰ্গত হৈছিলোঁ যে কানিৰ টুকুৰাৰ পৰা নোজোখাকৈয়ে এক তোলা, বা আধা তোলা কাটিয়েই আন্দাজমতে গ্ৰাহকক দিব পাৰিছিলোঁ।'

ব্যৱসায় ব্যৱসায়েই। সোণৰ হওক, কানিৰ হওক।

তথাপি তাৰ মাজতো প্ৰভেদ থাকে। স্বভাৱজাত সঙ্কোচ আৰু বীতৰাগ থাকে। এই ক্ষেত্ৰতো সেইটোৱে হৈছিল।

কানি বিকি পোৱা পইচা দেউতাকৰ হাতত যেতিয়া তুলি দিছিল, তেতিয়া? তেওঁৰ বৰ্ণনাত:

'মই যেতিয়া কানি বেচা পইচা দেউতাক দিওঁগৈ, দেউতাই ভালপোৱা নাছিল। দেউতাই সদায় আপত্তি কৰিছিল। 'তই কানি বেচিছ, চৰকাৰৰ ঘৰত বদনাম হব' ইত্যাদি কৈছিল। মই কৈছিলোঁ, 'মইতো আনৰ দৰে কানিত খয়েৰ বা চুণী মিহলোৱা নাই, বা কম-কৈও দিয়া নাই। কিন্তু দেউতাৰ ইমান অশান্তি হৈছিল যে সেই



কথা 'মই ৰামকুমাৰক ক'লোগৈ । সি মোক এটা বুধি দিলে যে তই গোটেইখিনি টকা ঘৰলৈ নিনি অলপ নি বাকীখিনি মোৰ হাতত থৈ যাবি । মই সেইটো কৰাৰ পৰা দেউতাৰ গালি-শপনি নোখোৱা হ'লোঁ ।'

এই ব্যৱসায়ৰে তেওঁ কিছু পইচা উপাৰ্জন কৰে । তথাপিও মনৰ শান্তি নাছিল । ব্যৱসায়ৰ কিমান যে ৰূপ তেতিয়ালৈ তাৰ সোৱাদ লোৱা-তেই তেওঁ ব্যস্ত আছিল । আৰু এনে এটা সোৱাদ লবলৈ গৈ ৰাধা-গোবিন্দই এটা ভাল শিক্ষা পালে । এই শিক্ষাই তেওঁক জেদী কৰি তুলিলে ।

খেৰৰ ব্যৱসায় কৰি থকাৰ সময়তে ৰাধাগোবিন্দৰ স'তে মহৰি কামত সোমায় মহম্মদ চকিৰ নামৰ এজন । স্কুলৰে বন্ধু । কিন্তু চকিৰৰ পঢ়া-শুনা নহ'ল । চকিৰক স্কুল শিক্ষকে কিবা কথাত চৰ মৰাত একেচৰে স্কুল বন্ধ হয় । চকিৰৰ স'তে মোহনবাৰী বাগিছাৰ মেনেজাৰৰ বৰ সম্ভাৱ আছিল । মেনেজাৰৰ উপাধি হালদাৰ । ঘৈণীয়েকৰ নাম বেলা হালদাৰ ।

জীয়েকৰ নাম চিলা হালদাৰ ।

চিনেমা জগতৰ লগত এওঁ পিছত জড়িত হৈ পৰে । চিলাৰ জন্মৰ কথাও তেওঁ জানিছিল, কাৰণ বেলা হালদাৰৰ গিৰিয়েক ওচৰৰ বাগিছালৈ যোৱাত তেওঁলোকৰে টি মডেলৰ ফৰ্ডখন লৈ তেৱেঁ ধাই আনি দিছিল ।

জীয়েকতকৈও মাক আছিল বেছি স্মাৰ্ট ।

গাউন পিন্ধে । পিস্তল লৈ ফুৰে । গোটেইজনী মতা মানুহৰ দৰে ।

এই বেলা হালদাৰৰে নিজৰ এটা ব্যৱসায় আছিল ।

ৰেলৰ শ্লিপাৰ ছাপ্লাই কৰে । নাহৰকটীয়াৰ ফালে । তেওঁ নিজেও তেতিয়া অকলশৰে নাহৰকটীয়াৰ ফালে থাকে ।

চকিৰৰ যোগেদিয়ে বেলা হালদাৰে ৰাধাগোবিন্দৰ লগত কাৰবাৰৰ অংশ ল'ব বিচাৰিলে ।

বন্দবস্ত হ'ল। লাভৰ এভাগ বেলা হালদাৰৰ। তিনি ভাগ ৰাধাগোবিন্দৰ।

কেপিটেল ৰাধাগোবিন্দৰ।

বেলা হালদাৰে কেৱল অৰ্ডাৰ আনি দিব।

সঁচাকৈয়ে বেলা হালদাৰে বহু অৰ্ডাৰ আনি দিলে। মাইকী মানুহ বাবে সম্ভৱত: সকলোৱে খাটিৰো কৰিছিল।

অৰ্ডাৰৰ সংখ্যা ক্ৰমাগত বৃদ্ধি পাব ধৰিলে। ব্যৱসায় সংক্ৰান্তত বেলা হালদাৰে ৰাধাগোবিন্দৰ পৰা ডেৰ হেজাৰ টকা ধাৰেও ল'লে।

সেই সময়ত অসমত বেঙ্ক নাছিল।

বাগানৰ চাহাববোৰে লোকেল কেঞা গোলাৰ পৰা টকা লৈ বাগান চলায়। প্ৰতি বাগানতে কেঞা গোলা থাকে। তেওঁলোকক চাহাববোৰে ত্ৰিশ চল্লিশ হেজাৰ টকাৰ চেক্ দি দিয়ে। তাৰে পৰা গোটেই মাহটোত শ্লিপ দি দি টকা উলিয়ায়। উল্লেখযোগ্য যে কেঞাজনৰো সেই টকাই কেপিটেল হয় আৰু তাৰে তেওঁলোকে আন ব্যৱসায় কৰে। তাৰ উপৰি চেক ভঙালে এশ টকাত বাৰ অনাকৈ ডিচকাউণ্ট লৈছিল, যিটো এতিয়া বেঙ্কৰ ডিচকাউণ্টৰ তুলনাত যথেষ্ট বেছি।

এনেদৰে এশ্ৰেণী মানুহে ব্যৱসায়ৰ খুটি পুতি বহিছিল অসমত।

উল্লেখযোগ্য কথা যে ব্যৱসায়ীবোৰকো চাহাবে কেঞা গোলাৰ শ্লিপ একোখন দিয়ে।

ৰাধাগোবিন্দ আৰু বেলা হালদাৰৰ যুটীয়া ব্যৱসায়ৰ বিল সমূহবো পেমেণ্ট এনে শ্লিপৰ যোগেদি হৈছিল। বেলা হালদাৰে এই শ্লিপবোৰ নিজে লৈ আহে, কেঞাৰ তাত ভঙাই লৈ যায়।

বহু দিন ৰাধাগোবিন্দক টকা দিয়া নাই।

ইফালে আকৌ নগদ টকা দি মাল ল'ব লাগে। হাতত সিমান পইচাও নাই।



খবৰ লৈ গম পালে যে বেলা হালদাৰে প্ৰায় বাৰ তেৰ হেজাৰ টকা ইতিমধ্যে উলিয়াই লৈ গৈছে।

চৰগ ভাগি পৰিল ৰাধাগোবিন্দৰ মূৰত।

বেলা হালদাৰক সুধিলে কয় : আনিছোঁ হয়, পিছে মই খৰচ কৰিলোঁ। দিম।

তেতিয়াৰ দিনত বাৰ-তেৰ হেজাৰ টকা উলাই কৰিব পৰা বিধৰ টকা নহয়। ইফালে ধাৰে নিয়া ডেৰ হেজাৰ টকাৰ হেণ্ডনোটখনো নিদিয়ে।

সাতে পাছে কেচ দিলে আদালতত।

কিন্তু।

কেচত হাৰিল ৰাধাগোবিন্দ।

কিহৰ বাবে?

টকা-লেন-দেনৰ হিচাপ যেনেদৰে ৰাখিব লাগিছিল, তেনেদৰে ৰখা নাছিল ৰাধাগোবিন্দই।

তেওঁৰ ভাষাত :

'সেই টকাৰ হিচাপ-পত্ৰ দেছুৱালী ঠিকাদাৰৰ দৰে সৰু নোট বহী এখনত পেন্সিল এডালেৰে কৰি থৈছিলোঁ। যেতিয়া ক'ৰ্টত একাউণ্ট বিচাৰিলে সেইখিনিকে মই produce কৰিলোঁ। কিন্তু Book Keepingৰ সেয়া নিয়ম নহয় বুলি মোৰ কেচটো ডিচমিচ কৰিলে।'

ভালদৰে হিচাপ নৰখাৰ অজুহাতত নাকচ হোৱা গোচৰটোৱে তেওঁক বৰ দুখ দিলে। আটাইতকৈ দুখ পালে তেওঁ সঁচা কথা এটাত হাৰি যোৱাত।

এইটো তেওঁৰ সহ্য নহ'ল। প্ৰতিজ্ঞাবদ্ধ হ'ল সেইদিনাই—যে একাউণ্টেচী আৰু বুককিপিং ভালদৰে শিকিহে তেওঁ ব্যৱসায়ত নামিব।

ভবা মতেই কাম। আৰম্ভ হ'ল কলিকতীয়া জীৱন।

তেওঁৰ নিজৰ ভাষাত :

'মোকৰ্দমাত হাৰি বৰ দুখ পালোঁ। সেয়ে এশ টকামান হাতত লৈ মই কলিকতালৈ গ'লোগৈ। ভাবি গৈছো, ঘৰৰ পৰা টকা নলওঁ। যি কৰোঁ। কৰিম আৰু একাউণ্টেন্টচী পঢ়ি পাছ কৰিবই লাগিব। ঘৰৰ পৰা সেইদৰে ওলাই যাওঁতে দেউতাৰ লগত অলপ মনোমালিন্যও হৈছিল। কাৰণ মাহে চাৰে চাৰি হেজাৰ টকাৰ উপাৰ্জন এৰি কলি-কতালৈ সেইদৰে যোৱাটো দেউতাই ভাল পোৱা নাছিল। মই কিন্তু গলোৱেই...........'

গ'ল বুলি গ'লেই। অসম্ভৱ জিদ তেতিয়া। মনৰ মাজত কেৱল এটা কথাই ক্ৰিয়া কৰিছিল 'ইমান সঁচা কথাত হাৰিলোঁ যেতিয়া বুককিপিং শিকিবই লাগিব।'

ৰাধাগোবিন্দ তেতিয়া চফল ডেকা।

দুচকুত তেতিয়া বহুতো সপোন। ব্যৱসায় কৰাৰ লোভ। আৰু ডাঙৰ হোৱাৰ। আৰু ডাঙৰ।

ওপৰলৈ আৰু ওপৰলৈ।

আৰম্ভ হ'ল কলিকতাৰ সংগ্ৰামময় জীৱন।

একাউণ্টেন্টচী, বুককিপিং শিকাৰ আগ্ৰহ।

ঘৰ এৰি বিদেশৰ সেই আচহুৱা পৰিবেশৰ মাজতো কিন্তু ৰাধাগোবিন্দই নিজস্ব বৈশিষ্ট্য ক'তো হেৰুওৱা নাছিল।

কলিকতা তেতিয়া অসমৰ বহু ছাত্ৰৰ পীঠস্থান। আধুনিক অসমক গঢ় দিওঁতা সীমা সংখ্যাহীন অসমীয়া ছাত্ৰৰে কলিকতাৰ বিভিন্ন ঠাই তেতিয়া ভৰি আছিল।

কলিকতালৈ গৈ প্ৰথম কেইদিনমান তেওঁ তেওঁৰ বন্ধু ডাঃ বত্ৰিশ গগৈ আৰু ডাঃ বেণী মাধৱ শৰ্মাৰ লগত মেডিকেল হোষ্টেলত আছিল।

তাৰ পিছত আহে আইডিয়েল ব'ৰ্ডিংলৈ।



তাতেই তেওঁৰ সঙ্গী হয় ভেঙ্কাৰাম দাস। গোৱালপাৰাৰ কোনোবা চুবেদাৰ মেজৰৰ পুতেক। তেওঁৰ অন্য ব্যৱসায় আছিল, কেৱল একেলগে আছিলহে। তেওঁৰ স্বভাৱ চৰিত্ৰও ভাল নাছিল।

ভেঙ্কাৰামৰ ডজ টেক্সী এখনো আছিল। যদিও ড্ৰাইভাৰৰ হাতত এৰি দিয়াত টেক্সীৰপৰা লাভ বিশেষ নহৈছিল। বৰং টেক্সী চলাই ৰাখিবলৈ ঘৰৰ পৰাহে পইচা আনিছিল।

ব'ডিংৰ খোৱা বোৱা বৰ বেয়া আছিল। এদিন দুপৰীয়া ভাত খাবলৈ বহি খোৱা বেয়া পাই ডাইলৰ বাটিটো ঠাকুৰৰ মুখলৈ মাৰি পঠিয়ালে ৰাধাগোবিন্দই। চিঞৰ-বাখৰ লাগিল।

মেনেজাৰ দৌৰি আহিল।

ইতিমধ্যে তেওঁ ভেঙ্কাৰামলৈ ফোন কৰি দিয়ে টেক্সীখন লৈ আহিবলৈ। ভেঙ্কাৰাম আহে। মেনেজাৰে ইতিমধ্যে হোটেলৰ তলৰ গুণ্ডা বিড়িৱলা দুটা লগাই দিছিল। ভেঙ্কাৰামে তাহাঁতক গুৰিয়াই একেবাৰে ফুটপাথত পেলায় দিয়ে।

স্থিৰ হ'ল তাত আৰু নাথাকে।

গতিকে দুই বন্ধুৱে বয়-বস্তলৈ গুছি আহিল। সেই ব'ডিংতে থকা অন্য এজন অসমীয়া ল'ৰাকো লগত লৈ আহিল।

থাকিবলৈ ল'লে তিনি নম্বৰ ৰাজা নবকৃষ্ণ ৰ'ডৰ ভাড়া ঘৰ এটাত।

ইফালে ব'ডিংৰ মেনেজাৰে টকা দিবলৈ বাকী থকাত তেওঁলোকৰ ওপৰত কেচো দিয়ে।

যিটো ঘৰত তেওঁলোক আছিল, সেইটো ঘৰ অতি সৰু। তথাপি তাতে তিনিওজনে কোনোমতে থাকে। খোৱা-লোৱাত কষ্ট। ৰাধাগোবিন্দৰ বৰ্ণনাত:

"বঙালী পিয়নৰ নিচিনা কাম কৰা মানুহ এজনৰ লগত আমাৰ বন্দবস্ত হ'ল যে তেওঁ আমাক ভাত ৰন্ধা, বজাৰ কৰা আদি বিভিন্ন কাম কৰি

দিব তাৰ পৰিবৰ্তে তেওঁৰ খোৰাটো ফ্ৰি পাব। মানুহজনে কাম কৰে অইন ঠাইত। ১৮ টকা মান দৰ্মহা পায়। আমি কেতিয়াবা তেওঁৰ পৰাও টকা ধাৰে লওঁ। কেতিয়াবা ডাইল ভাত খাওঁ, কেতিয়াবা তাকো খাব নোৱাৰি লঘোনে থাকোঁ।'

'তেতিয়া মুক্তা বৰদলৈ, সুৰেন বৰদলৈ কলেজত পঢ়ে। আমি থকা ঠাইৰ পৰা ছমাইলমান দূৰ হয়। তাতে গৈ খালি চাহ টোপা খাবৰ কাৰণে আধা ট্ৰাম আধা খোজ কাঢ়ি যাওঁ। পইচা নিদিয়াকৈ যাওঁ। ট্ৰামত উঠি লৈ বেলেগ বেলেগ ঠাইৰ টিকট বিচাৰোঁ। নমাই দিয়ে। আন এখনত উঠো, এনেদৰে যাওঁ।'

অভাব হৈছিল টকা পইচাৰ। কিন্তু ঘৰৰ পৰা একো নিবিচৰাৰ যি প্ৰতিজ্ঞা তেওঁ কৰিছিল সেয়া আখৰে আখৰে ৰাখিছিল। কিন্তু নিজৰ উদ্দেশ্য তেওঁ পাহৰি যোৱা নাছিল।

লাল বজাৰৰ এটা কমাৰ্চিয়েল ইনষ্টিটিউটত ৰাধাগোবিন্দই একাউণ্টেচী, বুককিপিং পঢ়িছিল।

লগতে চৰ্ট হেণ্ডো শিকিছিল।

থকা ঠাইৰপৰা এই ঠাইলৈ দূৰত্ব প্ৰায় চাৰি-পাঁচ মাইল হয়। খোজ কাঢ়ি অহা-যোৱা কৰে। দিনটোত অন্ততঃ দহ-এঘাৰ মাইল খোজ কঢ়া হয়। ভেল্লাবামৰ টেক্সীৰ অৱস্থাও তথৈবচ।

ঘৰৰ পৰা পইচা নিয়াৰ প্ৰশ্নই নুঠে। অপৰিসীম কষ্টৰ মাজেদি দিন-বোৰ অতিবাহিত কৰে। ৰাধাগোবিন্দৰ নিজৰ বৰ্ণনাত :

'আঠুৱা কিনিবলৈ পইচা নাই। ইফালে ঘৰটোত ফেনো নাই। মাটিত শোওঁ। তেতিয়া মই আকৌ কুস্তী কৰিবলৈ লওঁ। কুস্তী কৰি কৰি ভাগৰ লাগে। খাবলৈ নাপাওঁ।'

এনে সময়তে ভেল্লাবামে ক'লে : 'এখন চাহৰ দোকান দিও। আমাৰ দুপইচা হ'ব।'



আইডিয়াটো বেয়া নালাগিল ৰাধাগোবিন্দৰ।

কষ্টৰ কিছু লাঘৱ হ'ব।

ওচৰতে ২২০ টকাত এখন চাহৰ দোকান বিক্ৰী হ'ল। সেইখনকে কিনি ল'লে। দোকানখন বেকবাজাৰৰ 'নবীন দাসৰ ৰসগোল্লা বনোৱা' দোকানৰ সমুখতে।

এতিয়া দোকানৰ দুৰবস্থা শুনক :

'তেতিয়া আমাৰ মেছত অসমৰ গান্ধীয়ান কংগ্ৰেছী ৰোহিনী হাতীবৰুৱা ওলালগৈ। চেহেৰাটো তেওঁৰ অদ্ভুত আছিল। চুলি ঠিয়, ঠৰঙা। মুঠতে দেখিবলৈ ভয় লগা। তেওঁক আমাৰ দোকানৰ মেনেজাৰ পাতিলোঁ। কাৰণ আমি দুয়ো অনবৰতে থাকিব নোৱাৰো। কিন্তু আমাৰ দোকানলৈ গ্ৰাহক প্ৰায় নাহিছিলেই। ওচৰৰ আটাইবোৰে আমাক গুণ্ডা বুলি ভাবিছিল। ভেক্সাবামো দেখিবলৈ বেয়া। মই তাহাঁতকৈ দেখিবলৈ বেয়া নাছিলোঁ যদিও দেখাত লুঙী পিন্ধো, চুলি চুটি চুটিকৈ কাটো। গতিকে মোকো তাহাঁতৰ শাৰীতে ধৰিছিল। তেতিয়া চাহ একাপৰ দাম ১ পইচা। ২ পইচাত দুখন কটা বিস্কুট। দিনটোত ২০।২৫ টকা বিক্ৰী হয়। লাভ থাকেগৈ দুই তিনি টকামান। সেইদৰে চলিছিলোঁ।'

কিন্তু কিমান দিন? দোকানৰ প্ৰতি আকৰ্ষণ বঢ়াবলৈ আৰু তেওঁলোকৰ ওপৰত এটা ভাল ইম্প্ৰেছন গঢ়ি তুলিবলৈ তেওঁলোকে এটা চক্ৰান্ত কৰিলে।

'ৰোহিনী হাতীবৰুৱাৰ চাৰ আশ্চাৰ্য্য (?) পি. চি. ৰায়ৰ (সম্ভৱতঃ কটন কলেজৰ ইংৰাজী সাহিত্যৰ প্ৰথিতযশা অধ্যাপক পি. চি. ৰায়) সতে খুব ভাল আছিল। এদিন কিবা কাৰণত আমাৰ কলেজ বন্ধ আছিল। আমি ফুৰি আছো দোকানৰ ওচৰতে। পি. চি. ৰায়ৰ খুব বগা ঘোঁৰা এটা আছিল। তেওঁ ৰোহিনী হাতীবৰুৱাৰ লগত সেইদিনা ফুৰিবলৈ

আহিছে। মোক দেখি ৰখালে। ৰায়ে মোক চিনি পাইছিল পঢ়ি থকা দিনতে। মোক দেখি যোঁৰা গাড়ী ৰখাই সুধিলে : 'কি ৰাধা, কি খবৰ?' মইও বঙালীতে ক'লো যে মোৰ ভালেই কিন্তু তেখেতে মোক এটা উপকাৰ কৰি দিব লাগে। মই ক'লো যে ওচৰতে আমাৰ এখন চাহৰ দোকান আছে। কিন্তু আমাক গুণ্ডা বুলি ভাবি কোনো মানুহ নাহে। আপুনি যদি খন্তেক তাতে ঠিয় দিয়ে তেন্তে বৰ ভাল হয়। তেওঁ মোক যোঁৰাৰ গাড়ীত উঠাই ল'লে। আহিল দোকানলৈ। দোকানৰ ওচৰত গাড়ী ৰখাই নমাৰ লগে লগে ওচৰৰ ল'ৰাবোৰ আহি বেঢ়ি ধৰিলেহি। তেওঁলোকে সম্ভৱতঃ ভাবিলে যে পি. চি. ৰায়ক আমি অপমান কৰিবলৈ আনিছোঁ। কথাটো বুজি আমি তেখেতক ক'লো। তেতিয়া পি. চি. ৰায়ে ল'ৰাবোৰক ক'লে যে এওঁলোকক যে দেখিছা তেওঁলোকৰ চেহেৰা তোমালোকৰ সমান ফুলাম নহব পাৰে কিন্তু প্ৰত্যেকজনেই অসমৰ এক৷ একোজন ডাঙৰ মানুহ। ৰোহিনী বৰুৱাৰ কথা ক'লে, এওঁ অসমৰ আচল কংগ্ৰেছী মানুহ। ভদ্ৰ, শিক্ষিত। ইয়াত এম. এ. পঢ়িছে। আৰু এওঁ ইয়াৰ কলেজত পঢ়ে বুলি মোক চিনাকি কৰি দিলে। ভেস্তাক চিনি নাপায় যদিও খুব ভাল বুলি কৈ গ'ল। আৰু ক'লে তোমালোকৰ কথা শুনিছো, এওঁলোকৰ দোকানত খাবলৈ নাহা, উপদ্ৰব কৰা। তোমালোকৰ ভুল ভাঙিবৰ বাবেই এওঁলোকে মতাৰ লগে লগে আহিলোঁ।'

এই দৰৱে গুণ দিছিল। কাৰণ :

'সেই দিনাৰ পৰা আমাৰ দোকান ইমান চলিল যে নাল ভঙা কাপ গুছি ভাল কাপ প্লেট আহিল, ১ পইচাৰ চাহৰ কাপ ১ অনা হ'লগৈ। কটা বিস্কুটৰ ঠাইত কেক আহিল। দু পইচাৰ ঠাইত কেক আৰু চাহৰ দাম দুই অনা হ'ল। খুব বিক্ৰী হ'ব ধৰিলে। লাভো হ'বলৈ ধৰিলে।'



লেঠা ছিঙা নাছিল তেতিয়াও। ৰ'ডিওত ঠাকুৰৰ মুখলৈ বাল্টি মাৰি পঠিয়াই যি কেচ লগাইছিল তাৰ ম্যাদ তেতিয়াও শেষ হোৱা নাছিল। চাহৰ দোকান পৰ্য্যন্ত আহি ওলাইছিলহি। টকা-পইচা দিয়াত যেনিবা কেছাৰীত ঠিয় হ'ব লগা নহ'ল।

কলিকতাৰ এঠাইত স্থিৰভাৱে ৰাধাগোবিন্দ থকা নাছিল। তাত থাকোতেই ডাঃ বেনীমাধব বৰুৱাৰ ভতিজাকৰ স'তে পৰিচয় হয়। তেওঁ কলেজত পঢ়িছিল। তেওঁৰ প্ৰৰোচনাত পৰি আকৌ অইন ঠাইত মেছ এটা কৰে। ক্ৰমাগত ল'ৰা বহু হয়গৈ।

জ্যোতি প্ৰসাদ আগৰৱালাকো কলিকতাতে পাইছিল ৰাধাগোবিন্দই। জ্যোতি আগৰৱালাৰ স'তে তেওঁৰ তিনি ভায়েক সূৰ্য্য, অৰুণ আৰু বাপু। তেওঁলোকৰ দেউতাকৰ তাত এখন ফাৰ্ম আছিল। তাৰে পৰা তেওঁলোকলৈ টকা আহে। ৰাধাগোবিন্দৰ বৰ্ণনাত: 'সেই কেইদিন আমাক কোনে পায়, টেক্সীৰ বাহিৰে অইনত নুঠোৰে।'

জ্যোতি আগৰৱালাই শোনিত কুঁৱৰী নাটক লিখাৰ কথা উল্লেখ কৰি ৰাধাগোবিন্দই কৈছে: 'তাত থকা কুঁজী বুঢ়ীৰ পাৰ্টটো (চৰিত্ৰটো) মোৰ contribution।

ৰবীন খাউণ্ডৰ ভনীয়েক তেতিয়া কলিকতাত আছিল। তেওঁৰ লগত ভায়েক নে ককায়েক মহেন্দ্ৰ খাউণ্ড আছিল। তেওঁ ডিব্ৰুগড়লৈ আহিব লগা হোৱাত ৰাধাগোবিন্দক ভনীয়েকৰ ঘৰত থাকিবলৈ ক'লে। তেতিয়াই ৰাধাগোবিন্দক লগ পোৱা এজনৰ লিখনীত:

> 'মোৰ ৰাধাগোবিন্দৰ লগত প্ৰথম চিনাকি হয় ১৯২৩ চনত বাঘবাজাৰ অঞ্চলৰ ৰাজা দীনেন্দ্ৰ নাৰায়ণ ৰ'ডৰ এটা ঘৰত। এই ঘৰটো কেৰেয়া কৰি আছিল যোৰহাটৰ বি. এ. জগণ্নাথৰ বোৱাৰীয়েকে। তাতে আছিল ৰাধাগোবিন্দ বৰুৱা। চিনাকি কৰি দিছিল মোৰ পৰম বন্ধু শ্ৰীনলিনী-

ধৰ বৰুৱাই। এওঁ সাহিত্য বথ ৺চন্দ্ৰধৰ বৰুৱাৰ দ্বিতীয় পুত্ৰ। মই স্কটিচ চাৰ্চেচ্ কলেজৰ বি. এ. মহলাৰ ছাত্ৰ। থাকো ৭১।১ কৰ্ণাবালিছ ষ্ট্ৰীটৰ লেডী জেন ডুগাচ হোষ্টেলত। বনফুলৰ কবি যতীন্দ্ৰ নাথ দুৱৰা (সম্বন্ধত মোৰ ককাইদেউ) উক্ত হোষ্টেলৰ এছিষ্টেণ্ট চুপাৰিণ্টেণ্ডেণ্ট আছিল।.............

'ৰাধাগোবিন্দৰ লগত চিনাকি কৰি দি নলিনীয়ে তেওঁৰ নিজা মামীয়েকৰ (আগতে উল্লেখ কৰা বি. এ. জগণ্নাথৰ বোৱাৰীয়েক) সৈতেও চিনাকি কৰি দিয়ে। এখেতৰ ভাল নামটো মই পাহৰিলোঁ। ঘৰত মতা নাম মাজুলী। ....এখেত ডিব্ৰুগড়ৰ স্বৰ্গীয় পৰশুৰাম খাউণ্ডৰ দুহিতা। সন্তানৰ মুখ দেখিবলৈকে নাপালে। বিধবা হ'ল। এখেতৰ বয়স এতিয়া ৮১ বছৰ। স্বাস্থ্য প্ৰায় অটুত আছে।'

'ৰাধা মোতকৈ ৩।৪ বছৰে ডাঙৰ। ঘৰত মতা নাম মলু। তেতিয়া চিনাকিহে হলোঁ। ঘনিষ্ঠতা নহ'ল। পিছত ১৯২৭ চনত আমোলাপা ট্ৰ নাট্য মন্দিৰৰ মাজেৰে ঘনিষ্ঠতা হ'ব ধৰিলে.........।' (শাৰঙ্গধৰ ৰাজখোৱা)

এওঁৰ ঘৰতো কিছুদিন থাকে। গুছি আহিবৰ সময়ত মানুহগৰাকীয়ে মৰম কৰি ৰাধাগোবিন্দক ভঙা পইচাৰ টোপোলা এটা দিছিল।

যি প্ৰাতজ্ঞা কৰি ৰাধাগোবিন্দ এদিন ডিব্ৰুগড়ৰপৰা কলিকতা অভিমুখে গৈছিল, সেই প্ৰতিজ্ঞা পূৰণ কৰিহে তেওঁ এৰিছিল।

চৰ্টহেণ্ড আৰু একাউণ্টেচী তেওঁ শিকি পেলাইছিল।

পাচ কৰিছিল ভালদৰে।

উপকৰণা কৈ শিকা চৰ্টহেণ্ড শিক্ষা তেওঁৰ বৰ ভাল লাগিছিল।

সেই সময়তে এজন পৃথিৱী বিখ্যাত ভ্ৰমণকাৰী কলিকতালৈ আহিছিল। তেওঁ কলেজ স্কোৱাৰত বক্তৃতা দিছিল। 'মানুহজন দেখিবলৈ ৰবি ঠাকুৰৰ দৰে। লগত এটা বগা কুকুৰ।'



তেওঁৰ জেপত তেতিয়া পেঞ্চিল আৰু বহী থাকেই। মানুহজনৰ গোটেইটো লেকচাৰ চৰ্টহেণ্ডত লিখি পেলাইছিল। ভ্ৰমণকাৰীজনৰ লেক-চাৰটো এজন বন্ধুই কাগজলৈ পঠিয়াব কৈছিল।

'মই ক'লো কি হ'ব? তেওঁ ক'লে দেচোন পইচা পাবি। মই অমৃত বাজাৰ পত্ৰিকালৈ পঠিয়াই দিলোঁ। মোলৈ পোন্ধৰ টকীয়া চেক এখন আহিল। লেকচাৰটো কাগজখনত প্ৰচাৰ হৈছিল।'

এনে বহু সৰু বৰ ঘটনাৰে বিধৌত আছিল কলিকতীয়া জীৱন। নিজৰ লক্ষ্য কিন্তু কোনো সময়তে পাহৰি যোৱা নাছিল।

তিনি বছৰৰ পিছত ঘৰলৈ উভতি আহিল ৰাধাগোবিন্দ।

এই তিনি বছৰ তেওঁ ঘৰলৈ অহাই নাছিল।

সুদা হাতে অহা নাছিল।

চাহৰ দোকান, ইটো সিটোৰ পৰা প্ৰায় 'সোতৰশ মান টকা' হাতত লৈ আহিছিল।

আকৌ সপোন দেখাৰ সময়।

অদ্ভুত সপোন।

জীৱন যাত্ৰাপথৰ সেয়া আৰম্ভণিহে আছিল। বেলা হালদাৰে অন্যায় কৰি ঠগোৱাৰ জেদত কলিকতাত গৈ তিনি বছৰৰ অভিজ্ঞতাই ৰাধাগোবিন্দক বহুতো শিক্ষা দিছিল। মনৰ মাজত তাত দেখা দুই এটি কাৰ্য্যই তেতিয়াও তেওঁক পোকে কামোৰাদি কামুৰি আছিল। সময় আৰু সুযোগ পোৱা মাত্ৰকে সেইবোৰৰ তাত সদ্ব্যৱহাৰ কৰিছিল।

ঘৰলৈ উভতি আহি ৰাধাগোবিন্দই দেখিলে তেওঁলোকৰ বাগিচাখন নাই।

কাৰণ ফাৰ্ম এখনৰ ধাৰ লৈহে বাগিচা চলাইছিল। সেই ধাৰ গৈ গৈ প্ৰায় ২৭ হেজাৰমান হ'লগৈ। ইফালে সুদো হ'লগৈ বহুতো। সেয়ে দেউতাকে ভয় খাই বাগিচাখন বিকি দিয়ে।

ৰাধাগোবিন্দই এই সময়তে এটা বৰ দৃঢ় পদক্ষেপ পেলায়।

সেই সময়ত কোনোৱে ভাবিব নোৱাৰা কথা।

কলিকতাতে দেখি অহা বেঙ্কৰ দৰে অসমতো এটা বেঙ্ক প্ৰতিষ্ঠাৰ। কিন্তু সেইটো হ'ব কেনেকৈ? সেই কাম সহজ নাছিল।

আগতেই কৈছো যে কলিকতাত দেখা বহুতো কাৰ্য্যই তেওঁক পোকে কামোৰাদি কামুৰি আছিল। বেঙ্কৰ সপোন তেতিয়াই দেখিছিল। দেখাই নহয়, বেঙ্কৰ বিষয়ে জানিবলৈ তেওঁ কি কৰিছিল চাওক:

'মই একাউণ্টেটচী পঢ়ি থাকোতেই দেখিলোঁ যে বেঙ্ক নামৰ এটা বস্তু আছে যিটোৱে সম্পত্তিৰ against এ টকা ধাৰলৈ দিয়ে। তেতিয়া কলিকতাত ইম্পেৰিয়েল বেঙ্ক আছিল। দহ নম্বৰ ষ্ট্ৰেণ্ড ৰ'ডত। তাৰ মেনেজাৰ, কেৰাণী আটাইবোৰেই চাহাব।

'মোৰ বেঙ্কৰ বিষয়ে জনাৰ আগ্ৰহ। কিন্তু তালৈ যাবলৈ মোৰ চুট নাই। মোৰ এজন বন্ধু আছিল খলিলুৰ ৰহমান বুলি। থাকে ১৯ নম্বৰ মীৰ্জাপুৰ ষ্ট্ৰীটত। তাৰ স'তে মোৰ গাৰ জোখ প্ৰায় একে। তাৰ পৰা চুট এজোৰ ধাৰলৈ আনি তাকে পিন্ধি বেঙ্কলৈ যাওঁ।

'কিন্তু দেখা কৰিব নোৱাৰি। দাৰোৱানৰ আগত কৈ পঠিয়ালে 'কেলৈ' বুলি সুধি পঠিয়ায়। অসমত বেঙ্ক খুলিব খুজিছোঁ তাৰে বিষয়ে শিকিব খোজো বুলিলে লগেই নধৰে। বলিয়া বুলি পঠিয়াই দিয়ে।

'শেষত এদিন লগ পালোগৈ। এজেণ্ট নহয়, চেক্ৰেটেৰী ট্ৰেজাৰাৰ কয়। তেওঁক কথাটো ক'লো। তেতিয়া তেওঁ অসম ক'ত চিনিয়ে নাপায়। বাৰ্মাত নে নেপালত সুধিছে! মই বুজাই দিলোঁ, চাহৰ কাৰণে বিখ্যাত অসম। বহুতো কিবা কিবি কোৱাৰ পিছত অসম চাই যাবলৈ মি: কেমৰন নামৰ চাহাব এজনক পঠিয়াই দিলে। তেওঁ কলিকতাৰপৰা ফাষ্ট ক্লাচৰ টিকট লৈ আহিছে আৰু মই আহিছোঁ থাৰ্ড ক্লাচত।'



'তিনিচুকীয়া পাই মই তেওঁক মোৰ চিনাকি বাগিচাৰ চাহাব এজনৰ তালৈ লৈ গ'লো। চাহাবৰ বঙলাতে থকাৰ বন্দবস্ত হ'ল। কাৰণ আমাৰ ঘৰলৈতো নিব নোৱাৰি, টিনৰ চকী, সাধাৰণ ঘৰ। চিনাকি চাহাবজনৰ লগত কথা পাতি থাকোতেই ই চি ষ্টকীন আৰু কর্ণেল হার্বাড, বস্থাৰতী বাগিছাৰ ছুপাৰিণ্টেডেণ্ট ওলালগৈ। আটাইকেউজন মোৰ চিনাকি আছিল। তেওঁলোকৰ লগতো বেঙ্কৰ মিঃ কেমৰনক চিনাকি কৰি দিলোঁ। তেওঁলোকে কেমৰনক ক্লাবৰ গেষ্ট হাউচলৈ লৈ গ'ল। ক্লাবৰ ১০ নম্বৰ ৰুমত তেওঁ আছিল।

'পিছদিনা মই তেওঁক লগ ধৰিবলৈ গলোঁ। আটাইবোৰ কথা কোৱাত তেওঁ ক'লে যে ইয়াত বেঙ্ক খুলিব পৰা যাব যদিহে গৱৰ্ণমেণ্টৰ ট্ৰেজাৰীত টকা থবলৈ দিয়ে। মই সেইটো বন্দবস্ত কৰিব পাৰিম বুলি ক'লোঁ। তেতিয়া ডি. চি. আছিল পেটন নামৰ এজন ইউৰোপীয়ান। দেউতাৰ লগত ডি. চিৰ খুব ভাল আছিল। দেউতাক আহি কথাটো ক'লোঁ। দেউতা মোৰ স'তে যাবলৈ সন্মত হ'ল। আমি দুয়ো গৈ কথাটো ডি. চিক ক'লোগৈ। তেওঁ ক'লে মোৰ হাত নাই, গৱৰ্ণমেণ্টৰহে কথা। কিন্তু পেটনে কামটোৰ খুব প্ৰশংসা কৰিলে।

'তেতিয়া ডচন নামৰ এজন কমিচনাৰ আছিল শ্বিলঙত। পেটনে ক'লে যে কমিচনাৰে যদি অনুমোদন জনায় হ'ব পাৰে। মই ডি. চিক ক'লো যে আপুনি চিঠি এখন দিয়ক। সেই চিঠি লৈ মই কমিচনাৰক দেখা কৰিম।

'ইফালে কেমৰনক ক'লো যে চেষ্টা কৰি আছোঁ, দুই এদিনতে হ'বগৈ লাগে। পেটন চাহাবৰ চিঠি লৈ মই গ'লো শ্বিলঙলৈ। ডচন চাহাবে কথাটো শুনি ক'লে যে এইবোৰ কামত বহুতো নিয়ম আছে।

তেওঁ বেঙ্কৰ অফিচাৰজনক পঠিয়াই দিবলৈ ক'লে। মই আহি মিঃ কেমৰনক আকৌ পঠিয়ালোঁ খিলঙলৈ। কথা-বতৰা পাতি মিঃ কেমৰনক 'হয়' বুলি আশা দিলে। কেমৰন চাহাব কলিকতালৈ গ'লগৈ।'

আৰু ৰাধাগোবিন্দৰ সপোন ফলিয়ালে।

১৯২৩ চনৰ জুলাই মাহত ডিব্ৰুগড় ট্ৰেজাৰীত মিঃ কেমৰন আৰু ৰাধাগোবিন্দ বৰুৱা লগ লাগি অসমৰ প্ৰথম বেঙ্ক প্ৰতিষ্ঠা কৰে।

বেঙ্কৰ নাম ইম্পেৰিয়েল বেঙ্ক।

বেঙ্কত তেওঁক কাম এটাও দিছিল। প্ৰথমে ল'ব খোজা নাছিল।

পিছত ল'লে। তেওঁৰ বৰ্ণনাত :

'তাহাঁতে মোক এবছৰ ৰাখিলে। প্ৰথম দৰমহা লোৱা নাছিলোঁ। কিন্তু হেড অফিচে দৰ্মহা নোহোৱাকৈ মানুহ ৰাখিব নোৱাৰো বুলি কোৱাত যৎসামান্য পইচা লৈছিলোঁ। মাহে চাৰে সোতৰ টকা। যিদিনা দৰ্মহা পাও সিদিনা বেঙ্কৰ চাহাবৰ পৰা, কেৰাণীলৈকে আটাইবোৰলৈ খাই মেলি শেষ কৰি দিও।'

কাম মানে, এডভাইচাৰ, উপদেষ্টা। নতুন বেঙ্ক কাৰণে, কাক কেনেকৈ টকা ধাৰে দিব লাগে ইত্যাদি।

ৰাধাগোবিন্দৰ উপদেশৰ নমুনা চাওক :

'........ডিব্ৰুগড়ত জে. ডি. আৰ্নোলডক নামৰ এখন ডাঙৰ ফাৰ্ম আছিল। ঘোঁৰাৰে টনা গাড়ী এখনত উঠি আহি এদিন এজন চাহাবে চেক ভঙাবলৈ আনিছিল। বাগিছাৰ ৩০ হেজাৰ টকাৰ চেক। জে. ডি. আৰ্নোলডক যে দেৱলীয়া হ'ব পাৰে তেতিয়া কোনোৱে ভবাই নাছিল। মই পিছে অলপ গম পাইছিলোঁ। গতিকে মই চাহাবক ক'লো যে মই এইটো টকা দিয়া ভাল দেখা নাই। চাহাবে ইফালে টকা দিবলৈ সাজু। মোৰ কথাত টকাখিনি দুদিন পিচত দিবলৈ ক'লে। তেওঁ



লোকে প্ৰথমতে অলপ আপত্তি কৰিছিল। কিন্তু পিছদিনা দেখা গ'ল যে জে. ডি. আম্বোলডকৰ ফাৰ্মৰ তলা বন্ধ। তেওঁলোকে বহুতৰে টকা আত্মসাৎ কৰিলে। গোলাপ চন্দ্ৰ দুৱৰা নামৰ অসমীয়া মানুহ এজনৰো বহু টকা গ'ল। সেই দুখতে তেওঁৰ মৃত্যু হ'ল। পিছদিনা কেমৰন চাহাবে কথাটো শুনি মোক সাৱটি ধৰিলে আৰু ক'লে : তই আমাক ৰক্ষা কৰিলি।

বেঙ্কৰ ব্যৱসায় বাঢ়ি গ'ল। ৰাধাগোবিন্দইও তাতে কাম কৰি অন্য সা-সুবিধালৈও চকু দি থাকিল। বেঙ্কৰ আটাইবোৰ মানুহেই ৰাধাগোবিন্দৰ তৎপৰতা আৰু নকৈ প্ৰতিষ্ঠিত বেঙ্কৰ উন্নতিৰ বাবে কৰা চেষ্টাৰ প্ৰতি সচেতন আছিল। মিঃ কেমৰনে বিশেষভাৱে ডেকা ৰাধাগোবিন্দৰ প্ৰতি আকৃষ্ট হৈছিল।

অথচ এই বেঙ্কৰ বাবে তেওঁ কৰি যোৱা চেষ্টাৰ মাজতো কেৰোণ ওলাল। নিজৰ দোষ নহয়, অন্যায়ৰ গুৰি শিপা অন্য ক'ৰবাত। ৰাধাগোবিন্দৰ বাবে সেয়া এক দুখ লগা অভিজ্ঞতা।

ইম্পিৰেয়ল বেঙ্কৰ ডিব্ৰুগড় শাখাতে এজন কেচিয়াৰ আছিল। নাম হৰকান্ত শৰ্মা। ৰাধাগোবিন্দৰ বন্ধু মানুহ। ডিব্ৰুগড়ৰ স্থানীয় মানুহ। দেউতাকক সৰু মৌজাদাৰ বুলি জানিছিল। টকা-পইচা তেওঁলোকৰ প্ৰচুৰ।

কিন্তু বৰ কৃপণ। সুদ লৈ তেওঁ টকা ধাৰে দিছিল। পিছলৈ এওঁ-লোকৰ অৱস্থা বৰ বেয়া হৈছিল।

হৰকান্ত শৰ্মা আছিল ভীষণ ফুৰ্তিবান মানুহ। ডিব্ৰুগড়ত প্ৰথম টেক্সী তেৱেঁই লৈছিল। নিজৰ ঘৰ থকা সত্ত্বেও ঘৰত নাথাকি বেঙ্কৰ ওচৰত এটা ঘৰ ভাড়া কৰি আছিল।

বেঙ্কত কেচিয়াৰ কাম কৰা হৰকান্ত শৰ্মাই বেচ মোটা দৰমহাই পাইছিল। দুই বন্ধুৱে উপাৰ্জনৰ পইচাৰে খুব ফুৰ্তি কৰে।

এনেতে সেই অঘটনটো ঘটে।

কেচিয়াৰ হৰকান্ত শৰ্মাই এদিন গা ভাল নহয় বুলি যাব খুজিলে। দিনটো আছিল শুকুৰবাৰ। ৰাতিপুৱা তেওঁ কামলৈ আহিছিল। পিছবেলা আহি চাহাবক ক'লে যে তেওঁ যাবগৈ। কেচৰ চাবি চাহাবে খুজিলত ক'লে যে 'বৰুৱাক দিছো'।

চাহাবে আপত্তি কৰাৰ প্ৰশ্নই নুঠে।

বেঙ্কৰ-নিয়ম অনুযায়ী হৰকান্ত শৰ্মাই কেচটো তেওঁক চমজাই দিলে। বন্ধু মানুহ। অবিশ্বাসৰ প্ৰশ্ন নুঠে। গতিকে একো নগণা-নেমেলাকৈ কেচৰ বিষয়ে 'চেকড্ ফাউণ্ড অলৰাইট' বুলি ৰাধাগোবিন্দই লিখি দিলে।

পিছদিনা কেচ মিলাবলৈ গৈ ৰাধাগোবিন্দ বিপাণ্ডত পৰিল।

টকা কম আছে।

কেনেকৈ ?

নানান ধৰণে চালি-জাৰি চালে। কোনোপধ্যে নিমিলে। চাহাবেও চালে। নিমিলে। চাহাব অবাক হ'ল এই কাণ্ডত। ৰাধাগোবিন্দ নিজেও। বেঙ্কৰ আৰ্মি গাৰ্ডক সমুখৰ দৰ্জা বন্ধ কৰিবলৈ কোৱা হ'ল। খবৰ দিয়া হ'ল ডি চিলৈ। খবৰ গ'ল এছ্ পিলৈ। তেতিয়া ফোন নাছিল। শ্লিপত লিখি পঠিয়াইছিল।

ডি চি, এছ্ পি আহিল।

গোটেইটো ঘটনা মিঃ কেমৰনৰ পৰা শুনিলে। ৰাধাগোবিন্দৰ পৰাও। তেওঁলোকে আলচ কৰিলে।

এছ্ পিয়ে নিৰ্দেশ দিলে যে ৰাধাগোবিন্দক এৰেষ্ট কৰিব লাগে।

ডি চিৰ স'তে ৰাধাগোবিন্দৰ চিনাকি আছিল। দেউতাকৰ স'তে তেওঁৰ বৰ ভাল। ডি চিয়ে কথাটো সহজভাৱে ল'ব নোৱাৰিলে। ল'ব নোৱাৰিলে মিঃ কেমৰনেও।



মিঃ কেমৰনে ক'লে যে এইটো হ'বই নোৱাৰে। এই সন্দেহ অমূলক। ৰাধাগোবিন্দৰ বিষয়ে ক'লে : ল'ৰাটো বৰ বিশ্বাসী। বৰ honest, ভাল ঘৰৰ ল'ৰা। তাৰ উপৰি তেৱেঁই বেঙ্কটো খুলিছে।

এৰেষ্ট নহ'ল ৰাধাগোবিন্দ। বেঙ্কৰ তৰফৰ পৰা এন্‌কুৱেৰী কৰিব লাগে বুলি কোৱাত এন্‌কুৱেৰী কৰিবলৈ দিলে।

ছিলেটৰ পৰা প্ৰবোধ চন্দ্ৰ পালিত নামৰ চি আই ডি অফিচাৰ এজন আহিল। অনুসন্ধান চলালে তেওঁ।

অনুসন্ধানত দেখা গ'ল এই কেচৰ গন্দগোলটো বহুদিন আগৰ। হৰকান্ত শৰ্মাই কৌশলেৰে তলে তলে বহুদিনৰ পৰা কেচৰ টকা ইফাল-সিফাল কৰি আছিল। দোষী হয়তো হৰকান্ত শৰ্মাও নাছিল। হৰকান্ত শৰ্মাৰে আন এজন ককায়েক ৰেলওৱেৰ কেচিয়াৰ আছিল। তেওঁ ভায়েকৰ যোগেদি টকা নিছিল। সেই টকাৰে ৰতন নামৰ এখন বাগিছাও কিনি-ছিল।

কেচৰ টকাৰ বাহিৰেও ষ্টেম্প আদিৰ বিক্ৰীৰ ক্ষেত্ৰতো বহু গন্দগোল ওলাই পৰিল।

কেচ হ'ল। সাক্ষীৰ প্ৰথম নম্বৰত আছিল ৰাধাগোবিন্দ।

প্ৰমাণ হ'ল যে হৰকান্ত শৰ্মা দোষী।

ৰাধাগোবিন্দ নিৰ্দোষী প্ৰমাণিত হ'ল।

হৰকান্ত শৰ্মাৰ জেল হৈছিল। বেঙ্কৰ এই তিক্ত অভিজ্ঞতাই ৰাধা-গোবিন্দক কষ্ট দিছিল। তেওঁ নিজে কৈছে :

'চাহাববোৰৰ স্বভাৱ আছিল, যাক যিটো দায়িত্ব দিয়ে সেই দায়িত্ব নিয়াৰিকৈ পালন কৰে বুলি ধৰি লয়। আৰু দায়িত্ব দিওঁতাজনকো তেওঁলোকে অগাধ বিশ্বাস কৰিছিল। বেঙ্কৰ টকা আদি কেতিয়াও গণি নাচাইছিল। কাম কৰাৰ পিছত কৰোঁতাজনৰ সততাক সন্মান কৰি চহী কৰি দিছিল।'

বেঙ্কৰ কাম কৰি থাকিলেও ৰাধাগোবিন্দৰ মনে শান্তি পোৱা নাছিল। ইফালে দেউতাকে 'ভাল কাম এটা কৰ বুলি খেচখেচাই থাকে।'

এটা কামৰ সন্ধান পাই ইণ্টাৰভিউ দিছিল ৰাধাগোবিন্দই বৰুৱাই। মাইজান বাগিছাত এচিষ্টেণ্ট মেনেজাৰৰ পোষ্ট। দৰমহা ২০০ টকা। ৰাধাগোবিন্দৰ বৰ্ণনাত :

'মই বাগিছাৰ কাম নাজানো। সূৰ্য্যমল বৰুৱাৰ ককায়েক ভোলা বৰুৱাৰ বাগানৰ হেড ক্লাৰ্ক আৰু একাউণ্টেণ্ট আছিল। তেওঁৰ পৰা কিছু কিতাপ আনি পঢ়িলোঁ। পঢ়ি ৰাতিপুৱা মাইজান বাগিছালৈ গ'লোঁ। চাহাবক দেখা কৰিলোঁ।

চাহাবে সুধিলে : Do you know any work ?

মই কলোঁ : I am supposed to know.

চাহাবে সুধিলে : What do you mean by that ?

মই ক'লোঁ : মোৰ বহুতো বন্ধু আৰু সম্পৰ্কীয় লোক বাগিছাৰ স'তে জড়িত, গতিকে, I supposed to know.

চাহাবে ক'লে : Alright you answer my questions.'

চাহাবে সুধিলে : চাহ গছৰ পুলি কিমান আঁতৰে আঁতৰে ৰুব লাগে ?

মই ক'লোঁ : মাটিৰ উৰ্বৰতা আৰু মালিকৰ ওপৰত নিৰ্ভৰ কৰে। চাহাবে 'মালিকৰ ওপৰত কিয়' বুলি সোধাত মই ক'লোঁ : ভাল চাহ পাবলৈ হ'লে পুলি সেৰেঙাকৈ ৰোৱা উচিত।

মোৰ এই কথা তেওঁ সমৰ্থন কৰিলে। আৰু খুব ভাল পালে। তাৰ পিছত সুধিলে : 'পাত কিমানকৈ তুলিবা ?' মই ক'লোঁ : সেইটো মালিকৰ সততাৰ ওপৰত নিৰ্ভৰ কৰিব। কাৰণ ভাল চাহ পাবলৈ হ'লে বাছি বাছি কম পাত তোলাই শ্ৰেয়। যদিও পৰিমাণ কম হ'ব। মোক আৰু কথা নুসুধিলেই। কেতিয়া আহিম বুলি সোধাত মই



যেতিয়াই মাতে আহিম বুলি ক'লোঁ। মোক লগে লগে এপয়ণ্টমেণ্ট লেটাৰ দিলেই।'

কিন্তু তেওঁ সেই চাকৰি নকৰিলে।

নকৰিলে কাৰণ, তেওঁৰ বন্ধু পূৰ্বে উল্লেখিত হৰকান্ত শৰ্মাই তেওঁ বাগিছালৈ গ'লে সন্ধিয়া একেলগে বহাৰ সঙ্গী হেৰুৱাব বুলি ক'লে।

সেইটো হয়তো মূল কাৰণ নহব পাৰে, কিন্তু বাগিছাৰ চাকৰিৰ মোহে তেওঁক আকৰ্ষণ কৰিব নোৱাৰিলে।

ঘৰত যেতিয়া সুধিলে কিয় চাকৰিটোত যোগ নিদিলে তেওঁ চমুকৈ উত্তৰ দি থলে: চাহাববোৰ বৰ খিঙখিঙিয়া। তাতকৈ মই কাৰবাৰকে কৰিম।

কাৰবাৰ! ব্যৱসায়!! বিজিনেছ!!!

বেঙ্কৰ যিটো চাকৰিত আছিল, সেইটো চাকৰিত ৰাধাগোবিন্দ বৰুৱাই প্ৰায় আঠজনমান চাহাবৰ তলত কাম কৰিছিল। আৰু বেঙ্কৰ যি ছাৰ্ভিচ ৰেকৰ্ড থাকে তাত আটাইবোৰ চাহাবে ৰাধাগোবিন্দৰ বিষয়ে লিখি থৈ গৈছিল excellent বুলি। মাত্ৰ এজন চাহাবে লিখিছিল fairly good.

চাহাবৰ নাম এছ ডি ষ্টুৱাৰ্ড।

'ফেয়াৰলী গুড্' লিখাৰ কাৰণো আছিল।

১৯২৬ চন। পাণ্ডু কংগ্ৰেছ। অসমৰ বাবে এক নতুন অভিলেখ। গোটেই অসমতে তৰুণ ফুকনে আমন্ত্ৰণ কৰি অনা এই কংগ্ৰেছৰ প্ৰতি এক গভীৰ কৌতুহ'ল।

ৰাধাগোবিন্দৰ ডেকা মনৰ মাজতো সেই কংগ্ৰেছ চোৱাৰ পিৰপিৰণি। তেতিয়াই যিটো কৰিম বুলি ভাবে কৰাৰ সাহসেৰে উদ্দীপ্ত ৰাধাগোবিন্দ চাহাবৰ ওচৰলৈ গ'ল।

চাহাবে সুধিলে : 'কি হ'ল ?'

'ছুটী লাগে।' তেওঁ ক'লে।

চাহাবে সুধিলে : 'কিহৰ বাবে ?'

ৰাধাগোবিন্দ বৰুৱাই ক'লে : 'গুৱাহাটীলৈ কংগ্ৰেছ চাবলৈ যাম।'

স্বাভাৱিকতে কংগ্ৰেছ চাবলৈ যাবলৈ দায়িত্বত থকা এছ ডি ষ্টুৱাৰ্ডে তেওঁক ছুটী দিব নোৱাৰাৰ অপাৰগতাৰ কথা ক'লে।

ৰাধাগোবিন্দৰ হাতত তেতিয়া বেঙ্কৰ পেটী কেচ এটা থাকে। প্ৰায় দুশমান টকাৰ।

ৰাধাগোবিন্দই কেচৰ চাবিকোছা দলিয়াই দি ক'লে : ছুটী দিয়ে যদি দিব, নিদিলেও নাই। মই গ'লোঁ।

কথামতে কাম। ৰাধাগোবিন্দই সেইদিনাই গুৱাহাটীলৈ ৰাওনা হয়। নিধাম বুলি তেওঁৰ এজন চাহাব বন্ধু আছিল। নিধাম বৰ ওখ চাহাব আছিল। তেওঁৰ আছিল এখন ক্ৰাইছলাৰ গাড়ী। ডিব্ৰুগড়ৰ ভিতৰতে ধুনীয়া গাড়ী আছিল সেইখন। চাহাবক ক'লে গুৱাহাটীলৈ ওলাবলৈ।

দুয়ো গুছি আহিল। সেইখন গাড়ীতে ৰাধাগোবিন্দই প্ৰথম ড্ৰাইভিং শিকিছিল।

ষ্টুৱাৰ্ড চাহাবে খিৰিকীয়েদি তেওঁ গুছি অহা দেখি আছিল। জেদী ৰাধাগোবিন্দই হয়তো প্ৰকৃততে দেখুৱাইয়ে গুছি আহিছিল।

তিনিদিনমানৰ মূৰত তেওঁলোকে গুৱাহাটী পাইছিলহি। তেতিয়াৰ ৰাস্তা-ঘাট বৰ বেয়া। কেঁচা আলিবাট। গুৱাহাটীৰ কংগ্ৰেছ চাই মহা আনন্দৰে আকৌ ঘৰলৈ উভতি গৈ বহি আছে। দেউতাকে সুধিলে, বেঙ্কৰ চাকৰিৰ কি হ'ল ? তেওঁ কাম ৰিজাইন দিয়া বুলি ক'লে।

এনেতে বেঙ্কৰ চাহাব আহি ঘৰ ওলালহি এদিন। আহি সুধিলে : কামলৈ যোৱা নাই কিয় ?



: কাম? কামতো থকাৰ প্ৰশ্নই নুঠে। চাহাবে ক'লে : 'পাগলামি নকৰিবি কাইলৈৰপৰা কামলৈ যাবি।'

চাহাবক ধন্যবাদ দি পিছদিনাৰ পৰা কামলৈ গৈছিল।

বেঙ্কৰ কামৰ মোহো ক্ৰমাগত আঁতৰি গৈছিল।

দুচকুত তেতিয়া আকৌ নতুন সপোন।

ইঞ্চিওৰেন্স। জীৱন বীমা।

ৰাধাগোবিন্দই বম্বে মিছুৰেল কোম্পানীৰ বীমা এজেণ্ট হিচাপে সোমায়। অসমৰ বাবে সেয়া এক অনাস্বাদিত অভিজ্ঞতা।

এই বীমা ব্যৱসায়ত ৰাধাগোবিন্দৰ আকৰ্ষণ বঢ়ায় মোহিনী গোস্বামীয়ে। এবাৰ যেতিয়া সোমাল তেওঁক পায় কোনে? দিনে দিনে ব্যৱসায় বাঢ়ি গ'ল। তাৰবাবে তেওঁৰ কি প্ৰাণান্তকৰ পৰিশ্ৰম আছিল।

এজনে লিখিছে: 'বৰ্তমান বহু প্ৰচলিত জীৱন বীমাৰ কথা যি সময়ত অসমৰ প্ৰায়ভাগ মানুহেই বুজা নাছিল, কিহবাৰ চান্দা বিচাৰি অহা বুলি তেনে লোকক দেখিলেই দুৱাৰ বন্ধ কৰি দিছিল, সেই সময়ত ৰাধাগোবিন্দ বৰুৱাই তেনে বীমা ব্যৱসায়ত অসম, বঙ্গ, বিহাৰ এই তিনিওখন ৰাজ্যৰ ভিতৰত শ্ৰেষ্ঠ বীমাকাৰী হিচাপে স্বীকৃতি লাভ কৰিবলৈ সমৰ্থ হৈছিল।' (যোগেন শৰ্মা)

আন এজনৰ লিখনীত : '...সেইসময়ত আমি ডিব্ৰুগড়ত ইঞ্চিওৰেঞ্চ কোম্পানীৰ ডাঙৰ ডাঙৰ পোষ্টাৰবিলাক তেখেতৰ ঘৰত আৰু য'তে ত'তে দেখিবলৈ পাইছিলোঁ।' (মৃণালিনী বৰুৱা)

ইঞ্চিওৰেন্স কোম্পানীৰ স'তে জড়িত হৈ ৰাধাগোবিন্দই স্বকীয় বুদ্ধি-বৃত্তি আৰু মেধাৰ সুপৰিচয় ৰাখি গৈছে। জীৱন বীমা এনে এটা বৃত্তি যাৰ প্ৰতি তেতিয়াৰ মানুহৰ স্বাভাৱিক আগ্ৰহ গঢ়ি উঠা নাছিল। গতিকে কাৰোবাক বীমা কৰোৱাবলৈ তেওঁ নানান ছল-কৌশলৰ আশ্ৰয় লবলগীয়া হৈছিল।

লো গৰম হৈ থাকিলেহে ইচ্ছানুযায়ী গঢ় দি ল'ব পাৰি।

মানুহৰ মনৰ গতি-প্ৰকৃতি বুজিহে জীৱন বীমা এজেণ্টৰ কাম নিয়াৰিকৈ পালন কৰিব পাৰি। ৰাধাগোবিন্দই সেইটো বুজিছিল। সেইবাবেই সাধাৰণতে চিকাৰ আদিলৈ গ'লে জীৱনটোৰ নিৰাপত্তাৰ ব্যৱস্থা বা ভৱিষ্যতৰ কথা কৈ বহুতৰে মন গলাই তেওঁ তেওঁৰ উদ্দেশ্য সফল কৰি লৈছিল।

সৰ্বভাৰতীয় পৰ্য্যায়ত তেওঁ দুবাৰ শ্ৰেষ্ঠ এজেণ্টৰ সন্মান লাভ কৰিছিল। এই কাম কিন্তু সহজ নাছিল। গুণমুগ্ধ বাল্যবন্ধু এজনৰ বৰ্ণনাত:

'এবাৰ সৰ্বভাৰতীয় পৰ্য্যায়ত প্ৰথম স্থান পাবলৈ তাৰ কিছু ব্যৱসায় কম আছিল। আনহাতে শেষ দিন প্ৰায় সমাগত অৱস্থাত। গতিকে ব্যৱসায় পূৰণৰ উদ্দেশ্যে এজন বিশিষ্ট বন্ধুৰ লগত যোৰহাট পালেগৈ। নিশাটোৰ ভিতৰতে কিছু নতুন বীমা কৰাই পিছদিনা যোৰহাট নগৰৰ এজন বিশিষ্ট ব্যক্তিৰ ওচৰ পালেগৈ। ৰাধাৰ উপস্থিতিৰ প্ৰতি বিশেষ মন নিদি সেই ব্যক্তিজনে তেওঁৰ পুৰণা মটৰ গাড়ী এখন বিক্ৰী কৰিবৰ কাৰণে নানান ব্যক্তিলৈ টেলিফোন কৰি ব্যস্ততা প্ৰকাশ কৰি অসৌজন্যসূচক ভাব প্ৰকাশ কৰিছিল। এই পৰিস্থিতিত প্ৰায় অতীষ্ঠ হৈ ৰাধাই ব্যক্তিজনক সুধিলে তেওঁ বেচিবলৈ লোৱা গাড়ীখনৰ মূল্য কিমান? দাম ৪০০ টকা বুলি কোৱাত ৰাধাই লাহেকৈ ৪০০ টকাৰ চেক এখন লিখি দি ক'লে—"আপোনাৰ মটৰ গাড়ী ময়েই কিনিলোঁ, এতিয়া মোৰ কথালৈ আহক" বুলি তেওঁৰ নিজৰ ব্যৱসায় সৰকাই আনিলে।' (শৈলজানন্দ বৰুৱা)

বীমা ব্যৱসায়ৰ বিৰল কৃতিত্বৰ বিষয়ে তেতিয়াই আৱাহন আলোচনীত ফটোসহ প্ৰচাৰ হৈছিল।

'১৮৯০ শকৰ জেঠৰ 'আৱাহন'। 'বিশ্ব প্ৰবাহ' শিতানত এজন শুৱনি ডেকা ব্যৱসায়ীৰ ছবি ওলাইছিল। ছবিখনৰ লগত ব্যৱসায়ী-



জনৰ এটি চমু চিনাকি। চিনাকিটো আছিল : 'বীমা কোম্পানী হিচাপে অসম পিছ পৰা। কিন্তু উপযুক্ত কৰ্মী হিচাপে অসম পিছ পৰা নহয়। ডিব্ৰুগড়ৰ বৰুৱা প্ৰেছৰ অধ্যক্ষ শ্ৰীযুত ৰাধাগোবিন্দ বৰুৱা-দেৱে বোম্বে মিচুৱেল লাইফ ইন্সিওৰেন্স ছচাইটীৰ সাধাৰণ এজেণ্ট হিচাপে সোমাই অন্যান্য কৰ্মীৰ স'তে প্ৰতিযোগিতাত যোগ দিয়ে। নিচেই অলপ দিন মাথো কাম কৰিয়েই তেওঁ অসমীয়া ডেকায়ো যে ব্যৱসায়ত সুবিধা পালে পাৰ্গতালি দেখুৱাব পাৰে তাৰে জ্বলন্ত প্ৰমাণ দাঙি ধৰিছে। এজেণ্ট হিচাপে কাম কৰিবৰে পৰা বৰুৱাদেৱে এই কোম্পানীৰ প্ৰত্যেক প্ৰতিযোগিতাত অসম, বংগ, বিহাৰ আৰু উৰিষ্যাৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰিছে। তেখেতৰ এহা-শুধীয়া চেষ্টা, কৰ্মকুশলতা আৰু কাৰবাৰৰ প্ৰতি ধাউতিয়ে আন স্বাধীন-চিতীয়া অসমীয়া ডেকাসকলকো ব্যৱসায়ৰ প্ৰতি আকৃষ্ট কৰিব পাৰিব বুলি বিশ্বাস।' (বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য)

জীৱন বীমাৰ কামৰ কৃতকাৰ্য্যতাই ৰাধাগোবিন্দক আৰু এটি ক্ষেত্ৰত অৰিহণা যোগাইছিল। বীমা সংগ্ৰহৰ কামত তেওঁ অজস্ৰ বিভিন্ন মানুহৰ সংস্পৰ্শলৈ আহিবলৈ সুযোগ পাইছিল। ভিন্ন ৰুচিৰ। ভিন্ন চৰিত্ৰৰ।

আৰু উজনি অসম যিহেতু বাগিছা আৰু ব্যৱসায়ৰ সোণৰ খনিৰ দৰে আছিল সেইবোৰৰ ঠাইত বিভিন্ন ধৰণৰ মানুহৰ বসবাস আছিল। বাগিছাৰ ইউৰোপীয়ান চাহাববোৰৰ ঘনিষ্ঠ সংস্পৰ্শলৈ আহিবলৈও তেওঁ অগাধ সুযোগ পাইছিল।

এই সময়তে ৰাধাগোবিন্দই সবাতোকৈ গুৰুত্বপূৰ্ণ পদক্ষেপ এটি দিয়ে। জীৱন গঢ়াৰ ভাবাদৰ্শৰে অনুপ্ৰাণিত হৈ দিয়া এই পদক্ষেপে ৰাধাগোবিন্দৰ সম্পূৰ্ণ ভাবমূৰ্তিৰে অন্য এটি ৰূপ দিয়ে।

মনে দেখা সপোনৰ পাহ পাহকৈ পাহি মুকলি হ'ল।

ওপৰলৈ, আৰু ওপৰলৈ যোৱাৰ এয়া এক বিৰতিহীন যাত্ৰা। আৰম্ভ অনুষ্টুপীয়াভাৱে ডিব্ৰুগড়ত।

সামৰণি বিয়াগোমভাৱে গুৱাহাটীত।

সেই যাত্ৰাৰ লক্ষ্য প্ৰেছ।

বাতৰি কাকত।

সাদিনীয়া।

তাৰ পিছত দৈনিক।



বৰ দুখেৰে কৈছে ৰাধাগোবিন্দ বৰুৱাই তেওঁৰ ভায়েকৰ কথা।

নাম যাৰ কৃষ্ণগোবিন্দ বৰুৱা। মাহীমাকৰ ল'ৰা। কিন্তু দুয়োৰে মাজত বৰ মিল। বৰ অনুগতও আছিল ককায়েকৰ।

ভায়েক পঢ়াত ভাল নাছিল। ফাৰ্ষ্ট ইয়েৰৰ পৰাই দুবাৰ প্ৰমোচন নোপোৱাত পঢ়া এৰুৱাই দিলে। ঘৰৰ problem child ৰ দৰে হ'ল যেতিয়া কৃষ্ণগোবিন্দই ক'তো সাফল্যৰ উদাহৰণ ৰাখিব নোৱাৰিলে।

সোমেশ্বৰ বৰুৱাৰ বাগিছাত কাম শিকিবলৈ লগাই দিলে।

তাতো নোৱাৰিলে।

মটৰ মেকানিকৰ কাম এটা শিকাবলৈ যত্ন কৰিলে। তাতো নোৱাৰিলে।

বাগিছাৰ বহু মেনেজাৰৰ স'তে চিনাকি। কৈ মেলি তাতো সুবিধা কৰি দিলে। তাতো সফল নহ'ল। তেতিয়া দেউতাকে প্ৰেছ এটা খুলি দিলে।

বৰুৱা প্ৰেছ।

ৰাধাগোবিন্দ তেতিয়া প্ৰেছৰ স'তে তেনেদৰে জড়িত নাছিল! বেঙ্কৰ চাকৰি আছেই। তাৰে ওপৰত বীমা এজেন্সী। চেয়াৰ বেছি বেছ কেইহেজাৰমান টকা গোটাইছিল, সেই টকাখিনি প্ৰেছত খটুৱালে। দেউতাকৰ টকা, তিনিচুকীয়াৰ সোমেশ্বৰ বৰুৱাৰ কেইহেজাৰমান টকা আৰু ৰাধাগোবিন্দৰ টকাৰে বৰুৱা প্ৰেছ আৰম্ভ হয়।

আৰম্ভ কৰে আমোলাপটিত। ঘৰৰ ওচৰতে। চালি এখন দি প্ৰেছ আৰম্ভ কৰিছিল।

লক্ষ্য আছিল ডায়েকটোৰ সংস্থাপনৰ বাট ওলাওক।

আকৌ বিফল হ'ল। ঘৰৰ মানুহ হতাশ হ'ল।

ৰাধাগোবিন্দৰ নিজৰ ভাষাত : তেতিয়া দেউতাই ক'লে, ইয়াৰ দ্বাৰা নহব। তই আহ।

এই যে আহিল, তাৰে পৰা ৰাধাগোবিন্দ বৰুৱা আৰু উভতি যোৱা নাই বা এবাৰলৈ পাছলৈ উভতি চোৱা নাই। হয়তো ইমান দিনৰ মৃগতৃষ্ণা তেতিয়াহে পূৰ হ'ল। জীৱনৰ পৰম লোভনীয় ক্ষণটি সম্ভৱতঃ সেইদিনাই ধৰা দিলে। দেউতাকৰ আহ্বান উপেক্ষা কৰিব নোৱাৰিলে।

প্ৰেছৰ অভিজ্ঞতা কাৰো নাছিল। কিন্তু জনাৰ আগ্ৰহ আছিল। প্ৰেছ খুলিবলৈ হ'লে প্ৰেছৰ প্ৰয়োজনীয়তাৰ কথাও জানিব লাগিব।



ডিব্ৰুগড়ত তেতিয়া পুৰণি প্ৰেছ নন্দেশ্বৰ চক্ৰবৰ্তীৰ। সদাশিৱ প্ৰেছ। ৰাধাগোবিন্দ তালৈ গ'ল। প্ৰেছৰ যন্ত্ৰ-পাতি চালে। তেওঁৰ ভাষাত: তেতিয়া সেই প্ৰেছটোকে বৰ ডাঙৰ প্ৰেছ বুলি ভাবিছিলো।

নন্দেশ্বৰ চক্ৰবৰ্তীয়ে ক'লে যে তেওঁৰ প্ৰেছটোতকৈও যোৰহাটৰ দৰ্পণ প্ৰেছটো ডাঙৰ।

দেউতাকক লগত লৈ ৰাধাগোবিন্দ গ'ল যোৰহাটলৈ।

দৰ্পণ প্ৰেছ চালে। বিভিন্ন মেচিনৰ নাম ল'লে। প্ৰয়োজনীয় টাইপ, বয়-বস্তু সকলোবোৰৰ খা-খবৰ লৈ লিষ্ট কৰি আনিলে। বয়-বস্তু ক'ত পাব তাৰো ঠিকনা সংগ্ৰহ কৰিলে।

অৰ্ডাৰ দিলে। লাহে লাহে ঠন ধৰি উঠিল বৰুৱা প্ৰেছ।

প্ৰেছৰ কামো এটা দুটাকৈ আহিবলৈ ল'লে।

ব্যৱসায়ী বুদ্ধিৰে ক্ৰমাগত পাকৈত হৈ অহা ৰাধাগোবিন্দই বুজিছিল যে তুলনামূলকভাৱে অইন প্ৰেছতকৈ কাম-কাজত গুণগত বৈশিষ্ট্য দেখুৱাব নোৱাৰিলে বৰুৱা প্ৰেছৰ মানদণ্ড উন্নত নহয়। গতিকে সেইটোৰ প্ৰতি তেওঁ চোকা দৃষ্টি ৰাখিলে। প্ৰেছৰ কলেৱৰ বৃদ্ধিৰ প্ৰতিও মনযোগ দিলে।

ইউৰোপীয়ান চাহ বাগিচাৰ তেতিয়া বহু কাম। সেই কামবোৰ কৰিছিল ঘাইকৈ স্থানীয় প্লেণ্টাৰ্চ ষ্ট'ৰচৰ প্ৰেছে। প্লেণ্টাৰ্চ ষ্ট'ৰচ তেতিয়া আকৌ ডিপাৰ্টমেণ্টেল ষ্ট'ৰৰ দৰে সকলো বস্তুৰে ভৰপুৰ। কণীৰ পৰা আৰম্ভ কৰি যাবতীয় প্ৰয়োজনীয় সকলো বয়-বস্তু পায়।

তেওঁলোকৰে প্ৰেছ এটা আছিল। ৰাধাগোবিন্দৰ চকু গ'ল সেই প্ৰেছলৈ। ভিতৰুৱাভাৱে খা-খবৰ কৰি তেওঁ সেই প্ৰেছত থকা মেচিন-পত্ৰ, হোৱা কামৰ খতিয়ান, লাভ-লোকচান সকলোবোৰ খা-খবৰ লৈ ল'লে।

প্লেণ্টাৰ্চ ষ্ট'ৰচত বহে এৰ্লাম চাহাব। ৰাধাগোবিন্দৰ স'তে ভাল। একেলগে ড্ৰিঙ্ক কৰে।

সকলো জানি লৈ তেওঁ লাগি গ'ল তেওঁৰ নিজৰ লক্ষ্যত উপনীত হোৱাৰ চেষ্টাৰে।

চাহাবক ক'লে: প্ৰেছটো ৰাখি কি লাভ? লাভ একো হোৱা নাই। বৰং লোকচানহে হৈছে। যিখিনি কাম প্ৰেছটোত হয় সেই কামখিনি অৰ্ডাৰ দি কৰাব পৰা যায়। আৰু কামো ভাল হ'ব। খৰচো কমিব।

ৰাধাগোবিন্দৰ যুক্তি এৰ্লাম চাহাবৰ গ্ৰহণযোগ্য নহ'ল।

ক'লে :- হিচাপ কৰি দেখুৱাব পাৰিবি যে আমাৰ লোকচান হয়।

তেওঁ ক'লে : পাৰিম।

আগতেই সকলো তথ্য-পাতি তেওঁ সংগ্ৰহ কৰি থৈছিলেই। এইবাৰ সুযোগ বুজি কামত খটুৱালে। হিচাপ-পত্ৰ কৰি দেখুৱাই দিলে। তেওঁৰ নিজৰ বৰ্ণনাত: চাহাব convinced হ'ল।

সুধিলে : প্ৰেছটোৰ কি হ'ব?

সুযোগ সন্ধানী ৰাধাগোবিন্দই ক'লে: মোকেই দে।

আৰু অবিশ্বাস্য যেন লাগিলেও তেতিয়াৰ সেই প্ৰেণ্টাৰ্চ ষ্ট'ৰৰ প্ৰেছৰ মেচিন-পত্ৰ, টাইপ আদি মাত্ৰ ৪00 টকাত কিনি লয়। সেইবোৰকে স্থাপন কৰে বৰুৱা প্ৰেছত।

আটাইবোৰ মেচিনেই বিদেশী আছিল। মেচিনৰ স'তে আহিল বিভিন্ন হৰফৰ সৰু ডাঙৰ টাইপ, যিটো সেইসময়ত স্থানীয় প্ৰেছত করুণভাৱে অভাৱ আছিল।

বৰুৱা প্ৰেছক টনকিয়াল কৰিবলৈ তেওঁ আৰু এটা প্ৰেছ কিনিছিল তেতিয়াই। সেইটোও ইউৰোপীয়ান চাহাবৰ পৰা। কৌশল একেটাই। 'কম খৰচত মই ভাল কাম কৰি দিম।'

প্ৰেছটো আছিল আসাম কোম্পানীৰ। নাজিৰাত।



ৰাধাগোবিন্দ গ'ল। চাহাবক বুজালে যে নিজে কাম কৰাতকৈ অইন অইন ফাঁৰ্মক দি কাম কৰালে কাম ভাল হবই। খৰচো কমিব। তাৰ উপৰি আগতে প্ৰেছ্ নাছিল। এতিয়া প্ৰেছ্ হৈছে। গতিকে কাম কৰাই চোৱাত আপত্তি কি?

তেওঁৰ কথাত চাহাব পতিয়ন গ'ল। ক'লে যে এই বিষয়ে ব'ৰ্ড অব্ ডিৰেক্টৰচৰ-স'তে কথা হ'ব লাগিব।

ডিৰেক্টৰকো লগ পালে। নাম মি: হাৱাৰ্ডচ।

হাৱাৰ্ডচে সুধিলে: প্ৰেছ্ কিনিব খুজিছ্?

তেওঁ কলে: কিনিম।

চাহাবে সুধিলে: আমাৰ কামবোৰ কৰিবি?

'কৰিম' বুলি কোৱাতেই থমকি নৰ'ল তেওঁ ভালদৰে যে কৰিব আৰু প্ৰেছৰ ক্ষেত্ৰত যিটো সবাতোকৈ ডাঙৰ কথা সময়মতে দিয়াৰ প্ৰতিশ্ৰুতি দিয়াই নহয়, সেই বিষয়ে 'লিখি দিম' বুলিও জনালে।

কিন্তু দাম?

ৰাধাগোবিন্দৰ নিজৰ বৰ্ণনাত: 'চাহাবে সুধিলে দাম কিমান হ'ব? মই ক'লোঁ দাম আৰু কি হ'ব, এইবোৰ লোহাহে, এইবোৰ মেচিনৰ আয়ুস নায়েই। ৫০ টকাও নহয় বুলি মই কৈ দিলোঁ। চাহাবে ক'লে দাম এটা ক'। মই ক'লোঁ, দুশমান টকা। চাহাবে জপিয়াই উঠিল। ক'লে, দুশ টকা দিবি? মই ক'লোঁ, কিমান হ'ব আৰু, লোহাহে, এইবোৰতো মোৰ কামতে নালাগে। লোহা হিচাপে বেচিব লাগিব। লোহাৰ মোনে তেতিয়া দহ টকা নে পাঁচ টকাহে আছিল। অৱশেষত গৈ চাহাবে ৫০০ টকাত দিবলৈ মান্তি হ'ল।'

এশ টকা দি বছিদ ললে। বাকী চাবিশ টকা ডিব্ৰুগড়ৰ পৰা কাৰোবাক পঠিয়াবলৈ ৱাইৰ এখন কৰি দিলে।

এই সুযোগ সুবিধা ৰাধাগোবিন্দই নেৰিলে। সেইদিনা তাতে থাকি ললে। চাহাবক ক'লে যে প্ৰেছটো খুলি মেলি সেইদিনাই তেওঁ ডিব্ৰুগড়লৈ লৈ যাব। চাহাবৰ পৰা বাগিছাৰে কুলী আৰু মেচিন-পত্ৰবোৰ খুলিবলৈ মেকানিক বিচাৰিলে।

চাহাবেও সেইমতে সহায় কৰি দিলে।

আসাম কোম্পানীৰ প্ৰেছ নিজস্ব ব্যৱসায়িক বুধিৰে সৰকাই আনিলে।

সকলোবোৰ মেচিন-পত্ৰ লৈ সাতখন ট্ৰাকত শোভাযাত্ৰাৰ দৰে অহা সেই দৃশ্য চাবলগীয়া হৈছিল। ট্ৰাক বোজাই মেচিন থকা গাড়ী যেতিয়া নাজিৰাৰ পৰা আহি শিৱসাগৰত ৰৈছিলহি, তেতিয়া সেয়ানো কিহৰ দ'ম চাবলৈ মানুহৰ ভিৰ হৈছিল।

শিৱসাগৰত দত্ত প্ৰিণ্টিং প্ৰেছ বুলি এটা প্ৰেছ আছিল। তেওঁলোকে সেইবোৰ প্ৰেছৰ বয়বস্তু বুলি জানি তেতিয়াই পাঁচ হেজাৰ টকা দি লবলৈ আগবাঢ়িছিল। দিয়াৰ প্ৰশ্নই নুঠে। যুদ্ধ জয়ৰ আনন্দৰে ৰাধাগোবিন্দই বৰুৱা প্ৰেছ সমৃদ্ধ কৰিবলৈ এনেদৰেই প্ৰেছৰ সঁজুলি গোটাইছিল।

প্ৰেছৰ এই যিবোৰ সঁজুলি আছিল আটাইবোৰ বিদেশী বস্তু আছিল। ইংলিছ মেচিন। ভাল ভাল মেচিন। এতিযাৰ দৰে অত্যাধুনিক মেচিন হয়তো নাছিল, পুৰণা ধৰণৰ হেও প্ৰেছ। কিন্তু বস্তুবোৰ বৰ ভাল আছিল।

ডিব্ৰুগড়ৰ প্লে'টাৰ্চ ষ্ট'ৰচৰ পৰা কিনা মেচিনসমূহৰ মাজত ট্ৰেডল মেচিন এটা আছিল, যদিও অটোমেটিক নহয়। নাজিৰাৰ আসাম কোম্পানীৰ প্ৰেছৰ বয়-বস্তুৰ ভিতৰত হট্ প্ৰেছড্ এটা আছিল। আৰু আছিল বিভিন্ন ইংৰাজী টাইপ। নতুন।

এই আটাইখিনি বস্তু সুমুৱাই দি ৰাধাগোবিন্দই বৰুৱা প্ৰেছৰ যি পুৰণি টাইপ আছিল সেইবোৰ বিকি দিলে। তাৰ সলনি ঠাই ললে নতুন



টাইপে। বৰুৱা প্ৰেছৰ প্ৰেছ্ সঁজুলিৰ এনেদৰেই পৰিবৰ্তন সাধন কৰিছিল তেওঁ। তেওঁৰ ভাষাত :

'এই দুটা প্ৰেছ্ কিনি বৰুৱা প্ৰেছৰ সুনাম বহুতো বাঢ়ি গ'ল। ছপা কামত বৰুৱা প্ৰেছে এটা নতুন পৰিবৰ্তন আনিলে।' কথা দি কথা ৰখা মানুহ ৰাধাগোবিন্দ বৰুৱা।

তেতিয়া প্ৰেছত সৰহ ছপা কাম দিছিল ইউৰোপীয়ান বাগিছাৰ চাহাব-সকলে। বঙালী, অসমীয়াৰ অৰ্ডাৰ খুব কম। বাগিছাৰ বিভিন্ন ছপা কাম ধৰ নিয়াৰিকৈ আৰু নিখুঁতভাৱে কৰি দি আটাইৰে প্ৰশংসা অৰ্জন কৰিছিল।

একোটা কামৰ মাজত নিজকে বিলীন কৰি সেই কামৰ স্বীকৃতি আদায় কৰাৰ কৌশল তেওঁ জানিছিল। গতিকেই আৰু দহোটা প্ৰেছে যিটো কৰে, সেইটো ৰাধাগোবিন্দই বা তেতিয়া বৰুৱা প্ৰেছে নকৰিছিল।

যেনে : সাধাৰণতে কোনো পাৰ্টিৰ কাম ললে, পাৰ্টিয়ে নিজে প্ৰুফ আদি চোৱাৰ সাধাৰণতে নিয়ম। অন্ততঃ এটা ৰিডিং পাৰ্টিয়ে দিয়ে। সেইটো হ'লে প্ৰেছৰ দায়িত্বও বহু কমি থাকে। বৰুৱা প্ৰেছত এই নিয়ম মানি চলা নহ'ল। প্ৰুফ কেতিয়াও নিদিয়ে। অথচ নিৰ্ভুল হৈ পাৰ্টিয়ে কাম পায়।

প্ৰেছৰ উন্নতিৰ বাবে তেওঁ অক্লান্ত পৰিশ্ৰম কৰিছিল। নতুন নতুন উদ্ভাৱনী শক্তিৰে সদা সজীৱ।

দেউতাকো প্ৰেছত প্ৰথমৰ ফালে বহিছিল। তেতিয়া তেওঁ পেঞ্চন পাইছিল ; কিন্তু কিছুদিনহে। ৰাধাগোবিন্দই সকলো দিশ নিয়াৰিকৈ চম্ভালি উঠিছিল।

দেউতাকৰ বিষয়ে কৈছে : 'প্ৰেছৰ কাম দেউতাই ভালদৰে নাজানি-ছিল। তেখেতে আন্দাজতে পাঁচ টকাৰ কামটো পঞ্চাশ টকা আৰু

পঞ্চাশ টকাৰ কামটো পাঁচ টকা বুলি কয়। কোনোবাই দৰ-দাম কৰিলে 'যা তোৰ কাম নকৰোঁ।' বুলি কাগজ-তাঁগজ দলিয়াই দিয়ে।'

কিন্তু প্ৰেছৰ উন্নতিৰ বাবে এনে খঙ আৰু মেজাজ কেতিয়াও উপকাৰৰ কথা হব নোৱাৰে। ৰাধাগোবিন্দই সেইটো বুজিছিল। বুজিয়ে আৰু এটা কাম কৰিলে তেওঁ। সেয়াও তেওঁৰ অভিনৱ চিন্তা।

প্ৰেছৰ লগতে এটা পোষ্ট অফিচ খুলিলে। বাগিছাবোৰৰ পৰা নিতৌ ডাকৱালা আহে। ডাক লৈ আহে। ডাক লৈ যায়। দিনটোত দুবাৰ আহে বৰুৱা প্ৰেছলৈ। এবাৰ ডাক দিবলৈ। এবাৰ নিবলৈ।

কি লাভ হ'ল ইয়াৰ পৰা ?

লাভ হ'ল। কাৰণ বৰুৱা প্ৰেছলৈ বাগিছাবোৰৰ কাম স্বাভাৱিকতে আহিবলৈ ল'লে। ডাকৱালাই চিঠিৰ লগতে ছপাৰ কামো লৈ আহে। এই ব্যৱসায়ী বুদ্ধিয়ে এনে সুফল দিলে যে বৰুৱা প্ৰেছৰ দোপতদোপে উন্নতি হ'ল।

ব্যৱসায় বাঢ়ি গ'ল। কামৰ বোজা বাঢ়ি গ'ল।

বাঢ়ি গ'ল ক্ৰমাগত ৰাধাগোবিন্দৰ মনৰ উৎসাহ।

সৰ্গৰবে তেওঁ কৈছে :

'বাগিছাৰ চাহাববোৰে বৰুৱা প্ৰেছটোক নিজৰ প্ৰেছ বুলি ভাবিছিল। কলিকতীয়া প্ৰেছে তেতিয়াও অসমত ব্যৱসায় কৰিবলৈ নহাকৈ নাছিল। সেইবোৰ প্ৰেছক চাহাববোৰে কৈছিল আমাৰ নিজৰ প্ৰেছ আছে। বৰুৱা প্ৰেছক একেবাৰে নিজৰ বুলি লৈছিল। চাহাব-বোৰৰ আৰু এটা ভাল গুণ আছিল, বিলৰ লগত কোনো সম্পৰ্ক নাই। যিমানেই ৰেট দিয়া নহওক, প্ৰশ্ন নুতুলিছিল। কেৱল কামটো ভাল হব লাগিব। বৰুৱা প্ৰেছৰ বছৰি ৪০/৫০ হেজাৰ টকা লাভ হৈছিল।'



আক্ষেপো কৰিছিল এনেদৰে :

'সেই বৰুৱা প্ৰেছত আজিকালি শুনিছো মানুহক দৰমহা দিব নোৱাৰে, কিবাকিবি হ'ল........' (বৰুৱা প্ৰেছ এতিয়া আৰু নাই। ৰাধা-গোবিন্দ বৰুৱাই আসাম ট্ৰিবিউন কাকতসহ যেতিয়া গুৱাহাটীত প্ৰেছ স্থাপন কৰে তেতিয়া সেইটো সম্পূৰ্ণ প্ৰেছৰ আনজন অংশীদাৰ তিনিচুকীয়াৰ এছ বৰুৱাৰ পৰিয়ালৰ দায়িত্বত দি থৈ আহে। অংশীদাৰৰ দায়িত্বও এৰি দিয়ে। পিছলৈ প্ৰেছটো ক্ৰমাগত চলাব নোৱাৰাৰ ফলত নষ্ট হৈ গৈ প্ৰেছটো বিকিবলগীয়া হয়। -নিঃ চৌঃ)

বৰুৱা প্ৰেছৰ স'তে ওপৰত উল্লেখ কৰা ডাকঘৰ খোলাৰ এই আই-ডিয়াটো তেওঁক দিছিল মোকালবাৰী বাগিছাৰ (এতিয়া এইখন কানৈৰ বাগিছা) মেনেজাৰ মেকডনাল্ড চাহাবে। ৰাধাগোবিন্দই পিছত ইংলেণ্ডলৈ যাওঁতে মেকডনাল্ড চাহাবক দেখা কৰি আহিছিল। সাফল্যৰ উচ্চ শিখৰত উপনীত হৈও আদি জীৱনত তেওঁক দিহা-পৰামৰ্শ দি সহায় কৰা মানুহক তেওঁ পাহৰি যোৱা নাছিল। সেয়ে সেয়া সৌজন্যমূলক ভিজিট আছিল।

অথচ এই প্ৰেছৰ ভাবমূৰ্তি উজ্জ্বল কৰি দেখুৱাবলৈ বা তেতিয়াৰ ইউৰোপীয়ান চাহাব কাষ্টমাৰক ইম্প্ৰেছড্ কৰিবলৈ ৰাধাগোবিন্দৰ কিমান কৌশল! এবাৰৰ কথা :

'তেতিয়া বৰুৱা প্ৰেছে বৰ ডাঙৰ আঁকাৰ ধাৰণ কৰা নাই এথোন। আমাৰ জনদিয়েক বন্ধুৱে দুপৰীয়া ৰাধাৰ আজৰি পৰত কথাৰ মহলা মাৰোগৈ। এদিন কোনোবা এখন চাহ বাগিছাৰ এজন ইংৰাজ মেনেজাৰে দুপৰীয়া বৰুৱা প্ৰেছত ব্যৱসায় সংক্ৰান্তত গৈছিল। এনেতে এজন বন্ধু (স্বৰ্গীয় মুক্তা বৰদলৈ) আন কালৰ দৰে মটৰ চাইকেলত

উঠি হাজিৰ হ'লগৈ। তেওঁ প্ৰেছৰ ভিতৰ সোমাই অহাৰ লগে লগে ৰাধাই মেজৰ ওপৰত ডাকত দিবলৈ থোৱা চিঠি খনচেৰেক লৈ নিৰ্দেশ দিয়াৰ সুৰত ক'লে : 'এই যাও পোষ্ট অফিচ মে ডেকে আও' বুলি হিন্দীতে ক'লে। বন্ধু প্ৰবৰেও তয়া-হয়া একো নুবুজি সেই মতেই চিঠিৰ জাপটো লৈ মটৰ চাইকেল ডাকঘৰলৈ বুলি ছুটালে। কিছু সময়ৰ পিছত তেওঁ উভতি আহি পালেহি। ইতিমধ্যে চাহাব গ'ল। বন্ধুৰ মুখ ডাৱৰীয়া। ৰাধা আৰু তেওঁৰ মাজত সম্বোধনটো আছিল 'গিয়াতি'। তেওঁ ক'লে—'গিয়াতি তুমি আজি মোক এনেখন কৰিব নালাগিছিল। সেই চাহাবটোৰ আগত তুমিনো মোক এনেকৈ হেয় কৰিব পোৱানে?' বুলি মুখ আমোলালে। ৰাধাই ক'লে : গিয়াতি তুমি বুলি ক'লো। তাৰো অৰ্থ আছে। ইংৰাজ মেনেজাৰে ভাবিলে, এই প্ৰেছটোৰ পিয়নেও মটৰ চাইকেলেৰেহে যাতায়াত কৰে, গতিকে এইটো উলামূলা প্ৰেছ নহয়। প্ৰমাণ লাগে যদি চোৱাঁ, এইটো সি ডাঙৰ অৰ্ডাৰ দি থৈ গ'ল। গতিকে সেইবোৰ কথাত বৰকৈ নালাগিবা গিয়াতি।....' (শৈলজানন্দ বৰুৱা)

এনে অজস্ৰ উদাহৰণ আছে যিহে স্পষ্টভাৱে প্ৰমাণ কৰি দেখুৱায় ৰাধাগোবিন্দৰ দূৰদৃষ্টি তথা বিজিনেচ টেনাচিটী। কিন্তু তাৰ অৰ্থ এইটো নহয় যে কিবা অন্যায় বা অসৎ উপায়ৰ মাধ্যমেৰে তেওঁ প্ৰেছৰ ব্যৱসায়ত লিপ্ত হৈছিল বৰং অন্যায় কৰা বুলি কোনোবাই ভাবিলে ৰাধাগোবিন্দই কাকো ক্ষমা নকৰিছিল। নিৰ্ভীকভাৱে তাৰ প্ৰতিবাদো কৰিছিল।

এটা ঘটনা উল্লেখ কৰিলেই যথেষ্ট হ'ব।

'মহাযুদ্ধৰ সময়ত ইতিমধ্যে প্ৰতিষ্ঠিত নিজৰ বৰুৱা প্ৰেছত যুদ্ধ বিষয়ক আমেৰিকান সৈন্য বাহিনীৰ অনেক ছপা কাম হৈছিল। ছপাটোহে ডাঙৰ কথা আছিল, টকা-পইচাৰ কথা তেওঁলোকে নাভাবিছিল। স্বাভাৱিকতে ৰাধাই চৰকাৰী নীৰস ছপা কামতকৈ



মিলিটেৰী ছপা কামত অধিক মনযোগ দিছিল। পিছে টুটকীয়াৰ কথাত সেই সময়ত লক্ষীমপুৰ জিলাৰ ডিব্রুগড়ত থকা ডেপুটী কমিচনাৰ পতিয়ন গ'ল যে বৰুৱা প্ৰেছে চৰকাৰে যোগান ধৰা কাগজতহে এই ছপা কামবোৰ কৰিছে। কাৰণ তেতিয়া যুদ্ধৰ বজাৰত কাগজৰ নাটনি আছিল। সেয়ে এদিন ডেপুটী কমিচনাৰ ফ্লেচাৰে ৰাধাক এই বিষয়ে প্ৰশ্ন কৰি ক'লে যে কাগজ ব্যৱহাৰ কৰাৰ সম্পূৰ্ণ হিচাপ দাখিল কৰিব লাগিব। স্বাভাৱিকতে এই কথাত ৰাধা ক্ষুণ্ণ হ'ল। সি ফ্লেচাৰক কাগজৰ ভঁৰালঘৰলৈ লৈ গ'ল আৰু দ'ম দ'ম কাগজৰ মাজত সুমুৱাই দি ইংৰাজীত ক'লে: 'তোমাৰ চৰকাৰী যোগানৰ কাগজ ইয়াত আছে। তুমি হিচাপ কৰি লৈ যোৱা। মোৰ সময় নাই' বুলি ফ্লেচাৰক তাতে এৰি থৈ গুচি গ'ল। বৃটিছ শাসনৰ দিনত এজন অতি ক্ষমতাশীল ইংৰাজ ডেপুটী কমিচনাৰক সেই প্ৰত্যুত্তৰ যে মাথোন খামিডাঠ কলিজাৰ লোকেহে দিব পাৰে সেইটো নিশ্চয় সকলোৱে বুজিব।' (শৈলজানন্দ বৰুৱা)

এই ঘটনাটোৱে হেনো ৰাধাগোবিন্দক এনেদৰে খঙ উঠাইছিল যে ঘটনাটোৰ উল্লেখকৰা (শৈলজানন্দ বৰুৱাক তেওঁ কৈছিল): 'কোনোবাই যদি বাজি মাৰে মই ফ্লেচাৰক ধৰি আনি গোহালিত বান্ধি থ'ব পাৰোঁ। কাইলৈ যি হয় হ'ব।'

অন্যায়ৰ প্ৰতি এনেদৰেই প্ৰতিবাদৰ ভয়াবহ মূৰ্তি আছিল ৰাধাগোবিন্দ।

বৰুৱা প্ৰেছ তেতিয়া আৰু আমোলাপটিৰ ঘৰত নাছিল। নৈয়ে খহাই নিয়াত স্বাভাৱিকতে ঘৰৰ সৈতে প্ৰেছটোও স্থানান্তৰ কৰিবলগীয়া হৈছিল।

বৰুৱা প্ৰেছ উঠাই আনে নগৰৰ মাজ মজিয়াত। ছোট গোলাৰ মহাজনৰ ঘৰ ভাড়া কৰি তালৈ। বৰ্তমান ডিব্রুগড়ৰ প্ৰধান ডাকঘৰৰ সমুখত। বগা পটভূমিত ক'লা আখৰৰ চাইনবৰ্ড।

কিন্তু। প্ৰেছৰ ব্যৱসায়ে মন ভৰাই তুলিলেও ৰাধাগোবিন্দই শান্তি পোৱা নাছিল।

আৰু কিবা লাগে। আৰু ওপৰলৈ।

ৰাধাগোবিন্দৰ সমগ্ৰ জীৱনটোৰে সৰহভাগ কামেই এডভেঞ্চাৰৰ দৰে আৰম্ভ হয়। পৰিণতি কিন্তু ঠিকেই থাকে।

বাতৰি কাকতৰ ক্ষেত্ৰত সেইটোৱেই হৈছিল।

সৰু বৰুৱা প্ৰেছৰ বন্ধ বন্ধ পৰিবেশ তেওঁৰ বাবে কোনোদিন আনন্দৰ নাছিল। চাহ বাগিছাৰ চাহাবৰ কাম কৰা, বিয়াৰ চিঠি, চিনেমাৰ হেণ্ডবিল। এইবোৰেই জানো কাম প্ৰেছৰ ?

অদ্ভুত সপোন এটা দেখিলে। বাতৰি কাকতৰ সপোন।

১৯৩৯ চনৰ কথা।

ডিব্ৰুগড়ত ৰাধাগোবিন্দ বৰুৱাই তৰুণ ভট্টাচাৰ্য্য নামৰ এজন মানুহৰ স'তে সদায় আড্ডা মাৰে। তেওঁৰ ঘৰতে থাকে। পঢ়া-শুনা কৰা। খুব কথা কয় আৰু ৰাধাগোবিন্দৰ প্ৰায় কামৰে প্ৰশংসা কৰে। ৰাধাগোবিন্দৰ নিজৰ বৰ্ণনাত :

'ড্ৰিঙ্ক কৰা মানুহক সদায় কম্পেনী লাগে। তৰুণ ভট্টাচাৰ্য্যই মোক সঙ্গ দিছিল। সি ড্ৰিঙ্ক নকৰে। মোৰ স'তে কেৱল আলোচনা কৰে। গিয়ে এদিন ক'লে ইংৰাজী বাতৰি কাকত এখন উলিওৱাৰ কথা।'

ৰাধাগোবিন্দৰ চকু জিলিমিলাইছিল। আইডিয়াটো ভাল পালে।

আৰু এই আইডিয়াৰ কথাকে যেতিয়া তেওঁ স্বৰ্গীয় জীৱন ফুকন, শাৰঙ্গধৰ ৰাজখোৱা, বিপিন বৰগোহাঁইৰ আগত ক'লে, তেওঁলোক আটায়ে বৰ ভাল পালে। ৰাধাগোবিন্দৰ নিজৰ বৰ্ণনাত :

'সেই ৰাতি মোৰ টোপনি নাহিল।'



উল্লেখযোগ্য কথা যে সেইসময়ত ডিব্রুগড়ৰ পৰা এখন সাপ্তাহিক ইংৰাজী কাকত ওলাই আছিল। নাম 'টাইমচ্ অব আসাম।' সম্পাদক আছিল কেদাৰ নাথ গোস্বামী।

ৰাধাগোবিন্দ ৰাতি শুব নোৱাৰি পিছদিনা ৰাতিপুৱা পাঁচ বজাতে উঠিল। উঠি দেখিলে তেওঁৰ মৰিচ মাইনৰ গাড়ীখনৰ চকা দুটা ফুটি আছে।

গাড়ী বাদ দিলে। কাগজ-পেন্সিল ল'লে। চাইকেল ল'লে। চাইকেল লৈ গ'ল বৰুৱা প্ৰেছৰ ফ'ৰমেন নবীন চন্দ্ৰ গগৈৰ ঘৰলৈ। নবীন গগৈ তেতিয়া মানকটা গাৱঁৰ ফালে থাকে। প্ৰেছৰ মালিকক তেনেদৰেই ৰাতিপুৱাই ঘৰলৈ অহা দেখি আচৰিত হ'ল।

ৰাধাগোবিন্দ বৰুৱাই হাততে টাইমচ অব্ আসামৰ কপি এটা লৈ গৈছিল। ফ'ৰমেনক দেখুৱাই ক'লে যে ঠিক এনেধৰণৰে কাগজ এখন উলিওৱাৰ আঁচনি লৈছে। কাগজৰ এক কলম মেটাৰ হাতেৰে কম্পোজ্ কৰিবলৈ কিমান সময় লাগিব। কি ধৰণৰ টাইপ লাগিব, বিজ্ঞাপন কেনেকৈ সজাব মোটামুটি এইবোৰ বিষয়ে আলচ কৰিলে। খৰচৰ হিচাপটোও কৰি চালে।

দেখিলে, সম্ভৱ হ'বগৈ দেখোন।

বাতৰি কাকতৰ সপোন তেতিয়া বাস্তৱ হোৱাৰ পথত। অৱশ্যে বাধা আছিল, হেঙাৰ ধৰিছিল বহুতেই। ঠাট্টাও কৰিছিল। খেনোৱে কৈছিল: ইয়াতেই শেষ।

শেষ হোৱা মানুহেই নাছিল ৰাধাগোবিন্দ।

পিছদিনা তেওঁ গ'ল স্বৰ্গীয় কেদাৰ গোস্বামীৰ ঘৰলৈ। কাৰণ 'টাইমচ অব্ আসাম'ৰ সম্পাদক হিচাপে তেওঁৰ দিহা-পৰামৰ্শও তেওঁ কাম্য বুলি ভাবিছিল।

কেদাৰ গোস্বামীক তেওঁৰ মনোভাবৰ কথা জনালে। তেওঁ এখন কাকত থাকোতেই আৰু এখন কাকত উলিওৱা আৰু কাগজখন চলাৰ সম্পৰ্কত নিৰাশাৰ ভাব ব্যক্ত কৰিলে।

ৰাধাগোবিন্দ থমকি যাব লাগিছিল।

নগ'ল।

বৰং স্বৰ্গীয় গোস্বামীৰ নিৰাশ মনোভাৱে তেওঁক অধিক জেদী কৰিহে তুলিলে।

বহুদিন পিছত 'আসাম ট্ৰিবিউন' কাকতৰ ৰূপালী জয়ন্তী উছৱৰ সময়ত প্ৰকাশিত এটি প্ৰবন্ধত তেওঁ এই বুলি লিখি গৈছে :

> 'Actually his doubts made me more determined and I made up my mind to see that a second weekly got its footing in Assam'.

কৰিব লোৱা কামৰ মাজত এবা ধৰা মনোভাৱ বা সন্দেহ ৰাধাগোবিন্দৰ নাই।

কাকত উলিওৱাৰ দৃঢ় প্ৰতিজ্ঞাৰে উধাউল হ'ল।

কাকতৰ নাম কি হ'ব?

ৰাধাগোবিন্দৰ এক বিশিষ্ট শুভাকাংক্ষী আছিল আৰ জি বয়েল। এওঁ মাইজান চাহ বাগিচাৰ চুপাৰিণ্টেডেণ্ট আৰু ইণ্ডিয়ান টি এচোছিয়েশ্যনৰ অসম শাখাৰ ভাইচ চেয়াৰমেন আছিল।

টেক্সী ভাড়া কৰি ওলাল তেওঁৰ তালৈ। লগত জীৱন ফুকন, বিপিন বৰগোহাঁই।

মিঃ বয়েলে আঁচনি শুনি বৰ আনন্দিত হ'ল। ভাল বাতৰি কাকত এখনৰ প্ৰয়োজনীয়তাৰ কথা তেৰোঁ দোহাৰিলে। ৰাধাগোবিন্দৰ এই সাহসী প্ৰচেষ্টাক স্বাগতম জনালে। মিঃ বয়েলক কাকতখনৰ বাবে এটা নাম বিচাৰিলে। তেওঁ সেইদিনাই নামটো নক'লে কিন্তু ক'লে যে পিছদিনাখন তেওঁ অফিচ বা ঘৰত কাকতখনৰ নাম এটা ভাবি চিন্তি দিব।



পিছদিনাখন বয়েল চাহাবে তিনিটা নাম কাকত এখনত লিখি দি থৈ আছিল। নামকেইটা হ'ল :

**'NEW STATESMAN'**
**'ASSAM NEWS'** আৰু
**'ASSAM TRIBUNE'**

ৰাধাগোবিন্দ বৰুৱা শেহৰ নামটোৰ প্ৰেমত পৰিল। স্বভাৱসুলভ স্পষ্ট-বাদী ৰাধাগোবিন্দই কৈছে :

'আসাম ট্ৰিবিউন' নামটো ভাল লাগিল।

ট্ৰিবিউন শব্দটোৰ অৰ্থ নাজানোঁ। ডিক্সনাৰী চালোঁ।

....A champion of popular rights–অৰ্থটো ভাল লাগিল। সেই, নামটোকে কাকতখনৰ বাবে ল'ম বুলি ঠিৰাং কৰিলোঁ।'

কাকতৰ নাম হ'ল।

এতিয়া আহিল আটাইতকৈ গুৰুত্বপূৰ্ণ সিদ্ধান্ত। কাকতখন সম্পাদনা কৰিব কোনে ?

কাৰো সেই বিষয়ে স্পষ্ট ধাৰণা নাছিল। কিন্তু ৰাধাগোবিন্দ বৰুৱাই মনে মনে এজন মানুহৰ কথা ভাবিছিল। নাম আব্দুল ৰেজাক। তেওঁ শিক্ষক আছিল আৰু অহুকাণে-পহুকাণে শুনিছিল কোনো কাকতৰ স'তে জড়িত।

এই ক্ষেত্ৰত তেওঁৰ যিহেতু নিজস্ব ধাৰণা নাই, গতিকে অইন কোনোবাই দিয়া ছাজেশ্যন তেওঁ মনযোগ দি চালে। কৈছিল বিপিন বৰগোহাঁয়ে। বৰগোহাঁয়ে কৈছিল, কাকতৰ সম্পাদক যদি কাৰোবাক কৰিব খুজিছে তেন্তে এজনকে কৰক। লক্ষ্মীনাথ ফুকন।

ছাজেশ্যনৰো জবাব নাই।

বৰগোহাঁইৰ এই কথাই ৰাধাগোবিন্দক পতিয়ন নিয়াবলৈ সৰহ সময় নালাগিল। গমিপিতি চাই তেওঁ বুজিলে যে যিজন মানুহক তেওঁ সম্পাদকৰ

দায়িত্বত ল'ব সেই মানুহজনৰ আঁৰত নির্ভেজাল সংবাদসেৱাৰ ষ্টাম্প জলজল পট্‌পট্ হৈ জিলিকি আছে। সঁচা জহৰীয়ে সোণ আৰু কাঁচৰ পার্থক্য জানে। এই ক্ষেত্ৰতো সেইটোৱেই হ'ল।

ভুল ভৰা নাছিল।

অসমৰ সংবাদ পত্ৰৰ ইতিহাসত সোণসেৰীয়াকৈ জিলিকি থকা নাম স্বৰ্গীয় লক্ষ্মীনাথ ফুকন। আসাম ট্ৰিবিউন কাকতৰ বাবে, তাকো দৈনিক নহয় সাপ্তাহিক কাকতখনৰ সম্পাদকৰ দায়িত্ব লৈ লক্ষ্মীনাথ ফুকন যেতিয়া আহিছিল, তেতিয়া তেওঁ সংবাদসেৱাৰ বৃত্তিত নতুন নাছিল। কোনে ভাবিব পাৰে, লক্ষ্মীনাথ ফুকন তেতিয়া সুপ্ৰতিষ্ঠিত কলিকতীয়া ইংৰাজী দৈনিক কাকত হিন্দুস্তান ষ্টেণ্ডাৰ্ডৰ সহ-সম্পাদক। তাৰ আগতে অসমৰ বিভিন্ন কাকতৰ স'তে জড়িত হৈ স্বৰ্গীয় ফুকনে তিতা-কেঁহা অভিজ্ঞতাও অৰ্জন কৰি থৈছিল।

'কিন্তু ৰাধাগোবিন্দ বৰুৱাই শ্ৰীবৰগোঁহাইৰ ছাজেশ্যন মতেই কামত আগবাঢ়িল।

'ডিব্ৰুগড়ত আসাম ট্ৰিবিউন উলিওৱাৰ পৰা পাছতো বৰুৱাই (মোক) তেওঁ ভিতৰ বিশ্বাসত লৈছিল। সেই কথা আমি নিজকে জহাবলৈ কোৱা নাই।' বৰুৱাই সেইকথাটো আসাম ট্ৰিবিউনৰ ৰূপালী জয়ন্তীত নিজেই লিপিবদ্ধ কৰি গৈছে।.... এই কথাষাৰ আমি ইয়াত উল্লেখ কৰাৰ এটা উদ্দেশ্য এইটোৱেই যে ডিব্ৰুগড় সেই সময়ত এনে এখন পিছ পৰা ঠাই আছিল যে ইংৰাজী বাতৰি কাকত এখন উলিওৱাৰ সংক্ৰান্তত সোধা-পোছা কৰিবলৈকো বৰুৱাই বাচি বাচি পালেগৈ কলেজ পাচ কৰি অহা মোৰ লেখীয়া নিবনুৱা আৰু অনভিজ্ঞ লোক এজনকহে। এতিয়াও ভাবোঁ, ৰাধাগোবিন্দ বৰুৱাৰ দৰে এজন প্ৰতিভাশালী ব্যক্তিয়েনো কি ভাবি তেনে কৰিছিল।' (বিপিন বৰগোহাঁই)



ৰাধাগোবিন্দ ওলাল কলিকতালৈ ।

লক্ষ্মীনাথ ফুকনক লগ ধৰিলে। কাকত উলিওৱাৰ কথা ক'লে। ফুকন কিন্তু নির্বিকাৰ। সকলো শুনি গ'ল। নিজে বিশেষ একো নক'লে। সম্ভৱতঃ তিতা অভিজ্ঞতাই আৰু অসমত ওলোৱা বাতৰি কাকতৰ ৰাতি ফুলি দিনত মৰহি যোৱা ফুলৰ দৰে অৱস্থাৰ প্ৰত্যক্ষ দৃশ্যই ফুকনক উৎসাহিত কৰা নাছিল.।

কোনোমতে আহিবলৈ সন্মত নহ'ল লক্ষ্মীনাথ ফুকন।

ৰাধাগোবিন্দ গুছি আহিল। কিন্তু হাৰি যাবনে ? এবাৰ যেতিয়া তেওঁৰ মগজুত সোমাল সম্পাদক কোন হ'ব লাগিব, সেইটো নোহোৱালৈ তেওঁ নেৰে ।

খবৰ লৈ গম পালে যোৰহাটৰ কোনোবা এজন শৰৎ বৰুৱাৰ স'তে ফুকনৰ বৰ সম্ভাৱ। ৰাধাগোবিন্দই গৈ তেওঁৰ সমস্যাৰ কথা মানুহজনক ক'লেগৈ। কোৱাই নহয় তেওঁক লগত লৈয়ে আকৌ গ'ল কলিকতালৈ।

দ্বিতীয়বাৰ ৰাধাগোবিন্দ বৰুৱাক লক্ষ্মীনাথ ফুকনে নিৰাশ কৰিব নোৱাৰিলে ।

অভিজ্ঞ ফুকনে এটা গোটা প্ৰশ্ন সুধিছিল 'কাকত উলিয়াব বুজিলোঁ, কিমান এড্‌ভাৰটাইজমেণ্ট আনিব পাৰিব ?'

ৰাধাগোবিন্দ সাজু হৈ আহিছিল। ক'লে যে বিভিন্ন বাগিছাৰ চাহাব-বোৰৰ স'তে তেওঁৰ বৰ সম্ভাৱ। বিজ্ঞাপন তাহাঁতৰ পৰা সংগ্ৰহ কৰাটো বৰ টান কাম নহ'ব ।

সন্মত হ'ল লক্ষ্মীনাথ ফুকন। কোন দিনা গৈ ডিব্ৰুগড় পাব ক'লে।

মনৰ আনন্দৰে উভতি আহিল ডিব্ৰুগড়লৈ। অহাৰ আগে আগে কলিকতীয়া কাকতৰ অফিচ দুটা মানো ভুমুকিয়াই চাই আহিল।

কাকতখন উলিওৱাৰ শুভদিন এটা স্থিৰ কৰিলে। দিনটো বেণুধৰ ৰাজখোৱাই চাই দিছিল। বহুদিশৰপৰা সেই তাৰিখটো হেনো তাৎপৰ্য্যপূৰ্ণ।

৪ আগষ্ট। ১৯৩৮ চন।

স্থিৰ হ'ল সেইদিনাখনেই কাগজ ওলাব। ঠিক যুদ্ধ প্ৰস্তুতিৰ আয়োজন। ৰাধাগোবিন্দৰ শৰীৰত তত নাই। কাকতখনৰ জন্মৰ দিনৰে পৰা মানুহৰ অন্তৰ জয় কৰিব লাগিব।

আটাইতকৈ ডাঙৰ কথা, প্ৰতিদ্বন্দী 'টাইমচ অব আসাম' আছেই। আৰু এখন অসমীয়া সাপ্তাহিক 'তৰুণ অসম'।

'টাইমচ অব আসাম' প্ৰকাশ হৈছিল প্ৰতি শনিবাৰে। 'তৰুণ অসম' প্ৰতি দেওবাৰে।

ৰাধাগোবিন্দ সবাতোকৈ এদিন আগলৈ গ'ল। প্ৰতি শুকুৰবাৰে 'আসাম ট্ৰিবিউন' উলিওৱাৰ সিদ্ধান্ত গ্ৰহণ কৰে।

কাকতখন উলিয়াবলৈ লৈ ৰাধাগোবিন্দই নিজে তেতিয়া অসমৰ নেতৃস্থানীয় মানুহ যেনে ৰোহিণী চৌধুৰী, মহম্মদ ছাদুল্লা আদিৰ পৰা শুভেচ্ছাবাণী সংগ্ৰহ কৰি থৈছিল। সংগ্ৰহ কৰাই নহয়, সেইবোৰ কম্পজড্ কৰি সজাই থৈছিল যদিও কেনেকৈনো সজাব লাগে, কি ধৰণেনো সম্পাদনা কৰিব লাগে, সেইবোৰ একোকে নাজানিছিল। পিছত সম্পাদক ফুকনে সেইবোৰ দেখি হাঁহিছিল, কৈছিল: 'এনেকৈ নহয়।'

লক্ষ্মীনাথ ফুকন আকৌ ঠিক যিদিনা ডিব্ৰুগড় গৈ পাম বুলি কৈছিল, সেইদিনা আহি নাপালে। তেওঁৰ ভাষাত: 'মনটো বেয়া লাগিল। চিন্তা হ'ল।'

টেলিগ্ৰাম কৰিলে। উত্তৰ আহিল যে তেওঁ অসুস্থ। কোনদিনা গৈ পাব জনালে। নিৰ্দিষ্ট দিনত আহিছিল লক্ষ্মীনাথ ফুকন। মনটো ভাল লাগি গ'ল। কাগজ উলিওৱাৰ কামত পূৰ্ণদ্যমে জপিয়াই পৰিল।

আগদিনা (৩ আগষ্ট) দিনে-ৰাতিয়ে আটাইবোৰে কাম কৰিলে। ৪ আগষ্টৰ ৰাতিপুৱা ৰাধাগোবিন্দৰ সপোন ফলিয়ালে।



ডিব্ৰুগড়ৰ বৰুৱা প্ৰেছৰ পৰা ১৯৩৮ চনৰ ৪ আগষ্টৰ দিনা 'দি আসাম ট্ৰিবিউনে' প্ৰথম পৃথিৱীৰ পোহৰ দেখিলে।

কাকতৰ অংশীদাৰ আছিল তেওঁৰ ভায়েক কৃষ্ণগোবিন্দ বৰুৱা আৰু তিনিচুকীয়াৰ কৃতী ব্যৱসায়ী, চাহ খেতিয়ক সোমেশ্বৰ বৰুৱা।

ব্যৱসায়ী বুদ্ধিৰে ভৰপক ৰাধাগোবিন্দই কাকত উলিয়াইয়ে বুজিছিল সেই কাকত চলাবলৈ বিজ্ঞাপনৰ অতীব প্ৰয়োজন। সম্পাদক ফুকনৰ প্ৰথম প্ৰশ্নৰ ইঙ্গিত মনত আছিল। উল্লেখযোগ্য কথা যে 'দি আসাম ট্ৰিবিউন'ৰ প্ৰথম সংখ্যাতো কিছু বিজ্ঞাপন গোটাইছিল।

ৰাধাগোবিন্দ গ'ল তেওঁৰ শুভাকাংখী মাইজান বাগিছাৰ মিঃ আৰ জি বয়েলৰ বাংলোলৈ। প্ৰথম সংখ্যা কাকত দেখি বয়েল আনন্দিত হ'ল। তেওঁৰ নামেৰেই কাকতখন নামাঙ্কিত হোৱাত বেছি আনন্দিত হ'ল। ৰাধাগোবিন্দই ক'লে যে কাকতখন চলাবলৈ বাগিছাবোৰে যিমান পাৰে বিজ্ঞাপন দি সহায় কৰিব লাগিব। গতিকে বয়েলে যদি বাগিছাবোৰলৈ এখন চাৰ্কুলাৰ দি দিয়ে বৰ ভাল হয়।

মিঃ বয়েলে জনালে যে চাৰ্কুলাৰখন তেওঁ নিদি চেয়াৰমেনে দিলে ভাল হ'ব। চেয়াৰমেনৰ স'তে ৰাধাগোবিন্দৰ চিনাকি নাছিল। গতিকে মিঃ বয়েলক চিঠি এখন লিখি দিবলৈ অনুৰোধ জনালে। মিঃ বয়েলে ততালিকে চিঠি এখন দি এই কামত ৰাধাগোবিন্দক সহায় কৰিবলৈ অনুৰোধ জনালে।

চেয়াৰমেন থাকে ছলনা বাগিছাত।

জীৱন ফুকনক লগত লৈ তেওঁ বাগিছাৰ চাহাবৰ বাংলো পালেগৈ। তেওঁলোক যেতিয়া গৈ চাহাবৰ চোহদত সোমাইছিল ঠিক তেতিয়া কুলী দুটাই প্ৰকাণ্ড বাঘ এটা মাৰি আনিছিল। বাগিছাৰ মেনেজাৰে কুলীক বকচিচ দি বাঘটো ৰাখিলে।

এওঁলোকক কি লাগে সুধিলে। ৰাধাগোবিন্দই মি: বয়েলৰ চিঠিখন দেখুৱালে ।

চেয়াৰমেন আহিল। চিঠি পঢ়িলে। আৰু লগে লগে ৰাধাগোবিন্দক congratulate কৰি জনালে যে এই বিষয়ে তেওঁ শুনিছে। প্ৰচেষ্টাৰ শলাগ ল'লে। ৰাধাগোবিন্দই ক'লে যে প্ৰতি বাগিছাই কাকতখনত বিজ্ঞাপন দি সহায় কৰিবলৈ এখন চাৰ্কুলাৰ দিব লাগে ।

চেয়াৰমেনে ক'লে: নিশ্চয় ।

চাৰ্কুলাৰ দিলে। বিজ্ঞাপন আসাম ট্ৰিবিউনক দিবলৈ। স্বাভাৱিকতে ইণ্ডিয়ান টি এচোছিয়েশ্যনৰ চেয়াৰমেনৰ আবেদন উলাই কৰাৰ কাৰো সাহস নহ'ল। চেয়াৰমেনে হেনো স্পষ্ট এনেকৈ লিখি দিছিল যে বিজ্ঞাপন যেন 'টাইমচ অব্ আসাম'ত নিদি আসাম ট্ৰিবিউনতহে দিয়ে ।

ৰাধাগোবিন্দৰ ব্যক্তিত্বৰ প্ৰভাৱেই আছিল এনেকুৱা ।

কোনোবাই ভাবিব পাৰে, বাগিছাৰ চাহাবৰ স'তে সম্ভাৱ থকা বাবেহে বাগিছাৰ বিজ্ঞাপনেৰে ৰাধাগোবিন্দই প্ৰথম স্তৰত ট্ৰিবিউন কাকত চলাইছিল । সেই ধাতুৰ মানুহেই নাছিল ৰাধাগোবিন্দ ।

নিজৰ স্বাভাৱিক বৈশিষ্ট্য ক'ত যাব ?

প্ৰেছৰ কামত কলিকতালৈ যায় ৰাধাগোবিন্দ। কলিকতাৰ ট্ৰাম গাড়ীত বিভিন্ন কোম্পানীৰ বিজ্ঞাপন দেখে। সেইবোৰ ঠিকনা মনে মনে লিখি আনে। উভতি আহি চিঠি লিখে। কোনোবাই উত্তৰ দিয়ে । কোনোবাই নিদিয়ে। কোনোবাই বিজ্ঞাপন পঠিয়ায় ।

কলিকতাৰ বাটে-পথে চাইন ব'ৰ্ড চাই চাই অসমত ব্যৱসায়ৰ প্ৰচাৰৰ সম্ভাৱনা থকা কোম্পানী বা ফাৰ্মৰ ভিতৰলৈ সোমাই যায়। কয়, অসমৰ কাকত । বিজ্ঞাপন বিচাৰি আহিছে ।



কোনোবাই শুনি 'চৰী' বুলি কয়। কোনোবাই ঠাট্টা-বিদ্রূপ কৰে। কোনোবাই সোধে: হোৱেৰ ইজ আসাম?

নিজে কৈছে:

'এবাৰ কলিকতাৰ পৰা এখন ট্ৰেড গাইড সংগ্ৰহ কৰি আনিলোঁ। আনি বিজ্ঞাপন বিচাৰি, বিজ্ঞাপনৰ ৰেট আদি দি প্ৰায় এহেজাৰমান চিঠি বুক পোষ্ট কৰিলোঁ। চিঠিবোৰ প্ৰেছত ছপাই লৈছিলোঁ। কলিকতাতে দেখিছিলোঁ, প্ৰেছবোৰৰ ভাগে ভাগে মানুহ থাকে। গতিকে মইও চিঠিৰ তলত মিছাকৈয়ে Advertisement Manager লিখি পোষ্ট কৰিলোঁ। কিছু সঁহাৰি পালোঁ।'

বিজ্ঞাপন বিভাগৰ মেনেজাৰেই নহয়, বৰ্তমান ট্ৰিবিউন প্ৰতিষ্ঠানত বিধে বিধে মানুহ। বিধে বিধে বিষয় বাব। কিন্তু ১৯৩৮ চনত?

সেইটো তেওঁৰ বাবে বৰ কষ্টকৰ আছিল।

কল্পনা কৰকচোন, এখন কাকত মাত্ৰ এজন মানুহেই চলাইছিল। সম্পাদক ফুকনেই কপি লিখে, কপি সম্পাদনা কৰে, হেডিং দিয়ে, গেলী প্ৰুফ, মেকআপ প্ৰুফ, ফাইনেল প্ৰুফ চাই প্ৰিণ্ট অৰ্ডাৰ দি কাকত উলিয়ায়।

ফেক্টৰীৰ ভিতৰতো আঠ-নজনহে মানুহ।

কাকত চলাইছিল ফুকনে। কাকতৰ কলেৱৰ বৃদ্ধি, কাকতৰ জীৱনী শক্তি সুদৃঢ় আৰু স্থায়ী কৰিবলৈ দেহে-কেহে খাটিছিল ৰাধাগোবিন্দ বৰুৱাই।

লাহে লাহে কাকতৰ প্ৰচাৰ বাঢ়িল। বিজ্ঞাপনো আহিল। যি নিৰাশা আৰু সন্দেহৰ ভাবে এই প্ৰচেষ্টাৰ আৰম্ভণীতে অইনৰ মাজত ভুমুকি মাৰিছিল, সেয়া ক্ৰমাগত আঁতৰি গ'ল।

'দি আসাম ট্ৰিবিউন'ৰ প্ৰকাশৰ লগে লগে 'দি টাইমছ্ অব্ আসাম'ৰ জ্যোতি ক্ৰমাগত ম্লান হৈ আহিছিল আৰু এটা সময়ত কাকতখন নোহোৱা হৈ গ'ল . begin as a weekly at Dibrugarh in 1939 and from the start became a formidable rival of 'Times of Assam' which not long often disappeared from the scene leaving the field entirely to the 'Assam Tribune' ( L. N. Phookan, 'Forty five years in Journalism'.)

ইংৰাজী কাকত থাকিলগৈ মাত্ৰ 'আসাম ট্ৰিবিউন'।

কলিকতীয়া দৈনিক বাতৰি কাকতৰ প্ৰতিদ্বন্দিতা আৰু এশ এটা অসুবিধাৰ মাজতো অসীম ধৈৰ্য্যৰে তেওঁৰ সপোনৰ সফল ৰূপায়ণত আগবাঢ়িছিল।

ৰাধাগোবিন্দ বৰুৱাৰ নিজৰ ভাষাত :

'মোৰ আটাইতকৈ বিপদ হৈছিল টকা-পইচাৰ। নগদ টকাৰ উপৰিও মোৰ নিজস্ব ইন্সিওৰেন্স পলিচী আদি বন্ধকত দিও মই কাকত চলাই গৈছিলোঁ।'

'মালিক' ৰাধাগোবিন্দই কাকতখন জীপ দি তুলিবলৈ কি কৰা নাই ? এজনৰ বৰ্ণনাত :

'১৯৩৭ চনৰ কথা। দেশত সাধাৰণ নিৰ্বাচন হব। চাৰিওফালে দলদোপ হেন্দোলদোপ লাগিছে। আইন ব্যৱসায়ৰ লগতে মই তেতিয়া এছোচিয়েটেড প্ৰেছ্ অব্ ইণ্ডিয়াৰ সংবাদদাতা আছিলোঁ। ইয়াৰ বাহিৰেও কেইবাখনো কলিকতাৰ কাকতৰ সংবাদদাতা আছিলো। কিন্তু পইচা দিছিল মুঠে এ পি আইয়ে। মাহে পাঁচ টকাৰ পৰা আৰম্ভ কৰি ওপৰৰ সীমা নাই। তেতিয়া বৰুৱা প্ৰেছ্ৰপৰা সাদিনীয়া 'আসাম ট্ৰিবিউন' নিয়মমতে ওলাইছে। সম্পাদক লক্ষ্মীনাথ ফুকন প্ৰেছ্ৰ ওচৰৰে পেৰেডাইজ ব'ৰ্ডিঙৰ এক নম্বৰ কোঠাত থাকে। তেখেতৰ অনুৰোধ ৰক্ষা কৰি মই দিনটোৰ আদালতীয় আৰু অন্যান্য



বাতৰি লিখি দিব লাগে। চাহ জলপানো সদায় তাতেই খাওঁ। মোৰ কামটো এতিয়াৰ ষ্টাফ ৰিপ'ৰ্টাৰৰ নিচিনা আছিল।....'

'তেনেকুৱাতে অসমলৈ আহক পণ্ডিত জৱাহৰলাল নেহৰু। ধুনীয়া ডেকা, তেজে ফাৰ্টি যাওঁ ফুটি যাওঁ চেহেৰা। গাত খদ্দৰৰ পাঞ্জাবী চোলা, চুৰীয়া, ভৰিত নাগৰা জোতা। এখন কাশ্মিৰী শ্বাল কাপোৰ আৰু মূৰত গান্ধী টুপী। কাপোৰখনৰ বাহিৰে সকলো বগলী পাখি যেন শুকুলা। শ্বালখনৰ বৰণ ধোঁৱা বৰণীয়া।'

'কলিকতাৰ হেড অফিচৰ পৰা মোলৈ আগতীয়াকৈ নিৰ্দেশ আহিল মোৰ এলেকাত সোমোৱা মাত্ৰকে নেহৰুৱে ভাষণ দিয়া প্ৰত্যেক সভাতে মই উপস্থিত থাকি ভাষণৰ সাৰাংশ লিখি তাঁৰ যোগে পঠিয়াব লাগে। এছোচিয়েটেড প্ৰেছটো 'সামাচাৰ'ৰ নিচিনা চৰকাৰী ভাবা-পন্ন আছিল, অৰ্থাৎ যি চৰকাৰ থাকিব তাকেই সমৰ্থন কৰিব। মোৰ এলেকা আছিল ডিব্ৰুগড় মহকুমা—অৰ্থাৎ মৰাণৰ পৰা ডিগবই—ডুমডুমা।'

'মোক প্ৰেছ কাৰ্ড' এছ্ পিয়ে দিলে। পিছে সমস্যা হ'ল মটৰ গাড়ীৰ। আমাৰ এখন ডজ আছিল, পিছে সেইখন লৈ দেউতা সদায় নিৰ্বাচনী অভিযানলৈ যায়।....'

'মোৰ সমস্যা সমাধান কৰিলে ৰাধাগোবিন্দ বৰুৱাই। তেওঁ দূৰদৰ্শী আছিল বাবে তেওঁৰ নিজৰ গাড়ীখন চলাই মোক লৈ ফুৰাবলৈ ৰাজী হ'ল—মই নোকোৱাকৈয়ে। আমাৰ লগত গৈছিল মোৰ বন্ধু আৰু ভনী-জোঁৱাই নতুন উকীল স্বৰ্গীয় জীৱনৰাম ফুকন। 'আসাম ট্ৰিবিউন'ৰ প্ৰেছ কাৰ্ড জীৱনক দিয়া হ'ল। যাৰ গাড়ীত আমি দুয়ো গলোঁ, যি নিজেই ড্ৰাইভাৰ হ'ল, আসাম ট্ৰিবিউনৰ মালিক ৰাধাই কিন্তু প্ৰেছ কাৰ্ড নাপালে!! একেখন কাকতৰে দুজনক প্ৰেছ কাৰ্ড নিদিয়ে। প্ৰত্যেকখন মিটিঙতে ৰাধাই গাড়ীত বহি

থাকে। আমি দুয়ো ভিতৰলৈ গৈ আমাৰ কৰ্ত্তব্য সম্পাদন কৰোঁ।।'
(শাৰঙ্গধৰ ৰাজখোৱা)

দূৰদৰ্শী ৰাধাগোবিন্দই প্ৰথমৰ পৰাই সাপ্তাহিক 'আসাম ট্ৰিবিউন' কাকতখন স্থানীয় মানুহৰ অভাৱ-অভিযোগক প্ৰাধান্য দিয়াৰ নিয়ম কৰি লৈছিল। তাৰ কাৰণ 'টাইমচ অব আসাম' কাকতখনে ঘাইকৈ তেতিয়াৰ প্ৰাইভেট ছেক্টৰ মানে চাহ বাগিছা সম্পৰ্কীয় কথাতহে অধিক গুৰুত্ব দিছিল। এই নীতিৰো ফল ধৰিছিল।

কাকতৰ চাহিদা বাঢ়িল। ব্যৱসায়িক সাফল্যও।

সকলো সন্তুষ্ট হ'ল। এজনৰ বাহিৰে।

আকৌ এক অদ্ভুত সপোন দেখিলে ৰাধাগোবিন্দ বৰুৱাই। যিটো তেতিয়াৰ দিনত আকাশ কুসুম।

সেই সপোন হ'ল: এখন দৈনিক ইংৰাজী বাতৰি কাকতৰ।

ৰাধাগোবিন্দ বৰুৱাৰ এই আচৰিত পৰিকল্পনা শুনি প্ৰথম সাৱধান বাণী শুনাওঁতাজনেই আছিল সম্পাদক লক্ষ্মীনাথ ফুকন। স্বৰ্গীয় ফুকনে বাৰে বাৰে দোহাৰিছিল সাপ্তাহিক আৰু দৈনিক কাকতৰ পাৰ্থক্য। অভিজ্ঞতাৰে ভৰপূৰ স্বৰ্গীয় ফুকনৰ সাৱধান বাণীৰ উপৰিও ট্ৰিবিউন কাকতৰ অংশীদাৰসমূহেও আপত্তি কৰিছিল। ৰাধাগোবিন্দৰ মনৰ মাজত সেই একেটাই চিন্তা। এখন দৈনিক ইংৰাজী কাকত।

সেয়াও সফল কৰিছিল। সেয়া এক অন্য কাহিনী। সেয়া পিছত হ'ব।



ডিব্ৰুগড়ত থকা ৰাধাগোবিন্দ বৰুৱা মাত্ৰ ইঞ্চিওৰেন্স, প্ৰেছ, কাকতৰ ব্যৱসায় লৈয়ে ব্যস্ত আছিলনে ?

নাছিল। ডিব্ৰুগড়ৰ বিভিন্ন সামাজিক আৰু ৰাজহুৱা জীৱনৰ স'তেও ৰাধাগোবিন্দৰ নিবিড় সম্পৰ্ক আছিল। গুৱাহাটীলৈ আহি আসাম ট্ৰিবিউন প্ৰতিষ্ঠানটোক নিকপকপীয়া কৰি লৈ গুৱাহাটী নগৰীৰ যিবোৰ ৰাজহুৱা আৰু সামাজিক কামৰ জলন্ত নিদৰ্শন ৰাখি থৈ গৈছে, সেই আটাইবোৰৰ প্ৰাথমিক স্তৰৰ প্ৰশিক্ষণ ডিব্ৰুগড়তে হয় বুলি ক'লেও অত্যুক্তি কৰা নহয়। কাৰণ তেতিয়াৰ সৰু চহৰ ডিব্ৰুগড়তে তেওঁ

বিভিন্ন ধৰণৰ ইমানবোৰ কাম কৰিছিল যিবোৰে তেওঁৰ নিত্য নতুন উদ্ভাৱনী শক্তিৰ পৰিচয় দিয়ে।

কি কৰা নাই তেওঁ ?

এজনৰ বৰ্ণনাত :

'মহাযুদ্ধৰ দিনত বাৰ্মাদেশৰ 'মিচিচনা' বিমান ঘাটিৰ পৰা বিমানেৰে ভালেমান হাজাৰ ভাৰতীয় ভগনীয়াক ডিব্ৰুগড়ৰ ওচৰৰ মোহনবাৰী বিমান ঘাটিলৈ আনিছিল। তাতে ভগনীয়া শিবিৰ পাতি এমাহমান সেই লোকসকলৰ থকা-মেলাৰ সুবিধাৰ পৰা আৰম্ভ কৰি ভাগে ভাগে নানা ঠাইলৈ পঠিওৱাৰ যি 'শিবিৰ পৰিচালনা' সমিতি পাতি দিছিল, ৰাধা তাৰ শীৰ্ষস্থানীয় সভ্যৰূপে থাকি খুউব প্ৰশংসনীয় কামেৰে তাৰ সুসাংগঠনিক শক্তিৰ পৰিচয় দিছিল।' (শৈলজানন্দ বৰুৱা)

আন এজনে লিখিছে :

'১৯৩৫ চনৰ মে মাহৰ ৫, ৬ আৰু ৭ তাৰিখে তিনিদিনীয়াকৈ ডিব্ৰুগড়ত পঞ্চম জৰ্জৰ ৰূপালী জয়ন্তী পাতে। এই ৰূপালী জয়ন্তীত স্বৰ্গীয় দেউতাৰ (লক্ষ্মীকান্ত দত্ত) লগত দাদা ( ৰাধাগোবিন্দ বৰুৱা) যুটীয়া সম্পাদক আছিল। এই তিনিওদিন অতি উলহ-মালহেৰে নানান খেল-ধেমালি পৰিবেশন কৰোৱাই ৰাইজক মোহিত কৰিছিল। এইদৰে আকৌ ১৯৩৭ চনৰ ২৭ মাৰ্চৰ পৰা আৰম্ভ হোৱা শক্তি মেলাত দাদা আৰু দেউতা খেল-ধেমালি বিভাগৰ যুটীয়া সম্পাদক হৈ অতি দক্ষতাৰে খেল পৰিচালনা কৰিছিল।' (ৰবীন্দ্ৰ নাথ দত্ত)

খেল-ধেমালিত ৰাধাগোবিন্দ, তাত অভিনৱত্ব নাথাকিবনে ?

তেতিয়াই অৰ্থাৎ ১৯৩৭ চনতে ৰাধাগোবিন্দই পৰিকল্পনা কৰিছিল মাৰাথন ৰেচৰ। মাৰাথনৰ দূৰত্বৰ জোখ সীমা বন্ধা যিহেতু কোৱা হওক লং ডিচটেণ্ট ৰাকিং ৰেচ। ক'ৰপৰা ক'লৈ ?



'শক্তি মেলাতে অসমৰ দুৰ্গম পথেদি গুৱাহাটীৰ পৰা তিনিচুকীয়ালৈ খোজ কঢ়া প্ৰতিযোগিতা পাতি গোটেই অসম বাসীৰ প্ৰশংসাৰ পাত্ৰ হৈ পৰিছিল। এই প্ৰতিযোগিতাৰ দায়িত্ব বহন কৰিছিল যোৰহাটৰ ৺হৰিনাৰায়ণ দত্তবৰুৱাই। এই শক্তি মেলাতেই ৫৯ মিনিট ৪০ চেকেণ্ড সময় লৈ ১০ মাইল দৌৰ প্ৰতিযোগিতাত প্ৰথম স্থান অধিকাৰ কৰা শ্ৰীগোপাল চন্দ্ৰ ভড়ালী, ৫৭ ঘণ্টা ৩৫ মিনিট একেৰাহে খোজ কঢ়া প্ৰতিযোগিতাত প্ৰথম স্থান অধিকাৰ কৰা শ্ৰীসুশীল কুমাৰ বুঢ়াগোহাঁই ডাঙৰীয়াদেউসকলে আজিও ডিব্ৰুগড়ৰ সেই পুৰণা খেল-ধেমালিৰ কথা সুঁৱৰি আনন্দ উপভোগ কৰে।' ( ৰবীন্দ্ৰনাথ দত্ত )

তেতিয়াৰ এই শক্তিমেলাৰ সভাপতি আছিল সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা। আৰু এই শক্তি মেলা 'এনে সুচাৰুৰূপে পৰিচালনা হৈছিল যে তেতিয়াৰ দিনতে এই মেলাৰ শেষৰ দিনা দহ হেজাৰ দৰ্শকৰ সমাবেশ হৈছিল ডিব্ৰুগড় জৰ্জ স্কুল খেল পথাৰত।' (আৱাহন, ১৮৫৯ শক, বহাগ, পৃষ্ঠা ৫৭২)

আন এগৰাকীৰ বৰ্ণনাত :

'সেই সময়ত ডিব্ৰুগড় নাট্য মন্দিৰত বৰুৱাদেৱৰ উদ্যোগত সঘনে থিয়েটাৰ, ৰাজহুৱা সভা, বিচিত্ৰানুষ্ঠান আদি অনুষ্ঠিত হৈছিল। শক্তি মেলা এখন পতাও মনত পৰে। স্বৰ্গীয় জৱাহৰলাল নেহৰুও আহিছিল। আৰু এটা শকত পুঁজি, স্বাধীনতা আন্দোলনৰ বাবে উদ্ধৱকৃষ্ণ বৰদলৈৰ দ্বাৰা দিয়াইছিল।' (মৃণালিনী বৰুৱা)

গুৱাহাটীত পতা বিহু সন্মিলনৰ আইডিয়াও তেতিয়াৰে। কেনেকৈ ? 'গুৱাহাটীত আৰম্ভ কৰা বিহু সন্মিলনীৰ আইডিয়া বহু বছৰ আগৰ। ১৯৩৭ চন মানত বৰুৱাদেৱে আৰম্ভও কৰিছিল। পিছত নদীয়ে ভঙা আমোলাপট্টি স্কুলৰ ফিল্ডত বহাগ বিহুত ভাল ঢোল বজোৱা আৰু (বিহুগীত) গোৱাবোৰক পুৰস্কৃতও কৰিছিল।' ( মৃণালিনী বৰুৱা )

মেনিয়েচাৰ ফৰ্মত ডিব্ৰুগড়তে ৰাধাগোবিন্দই তেতিয়াৰ দিনতে বিহু উৎসৱ অনুষ্ঠুপীয়াকৈ পাতি শ্ৰেষ্ঠ ঢোলবাদক বা বিহুগীত গোৱাজনক পুৰস্কাৰ দিয়াৰ পৰিকল্পনা কৰিছিল। আজিৰ বিহুকুঁৱৰী প্ৰতিযোগিতা হয়তো ৰক্ষণশীল তেতিয়াৰ অসমীয়া সমাজৰ বাবে গ্ৰহণযোগ্য নহব বুলি সেই দিশত চিন্তা কৰা নাছিল। কিন্তু অন্যান্য দিশত তেওঁৰ কামৰ উদাহৰণেই যথেষ্ট।

অভিনৱ অনুষ্ঠান পৰিকল্পনাৰ অলেখ উদাহৰণ আছে। এগৰাকীয়ে লিখিছে :

'১৯৩৮ চনত লক্ষ্মীনাথ বেজবৰুৱা ডিব্ৰুগড়লৈ আহোঁতে বেজবৰুৱা-দেৱক নাট্য মন্দিৰত কিদৰে সম্বৰ্ধনা জনাব লাগে সকলো বৰুৱাদেৱে শিকাইছিল। ফুল ধূপেৰে আদৰণি জনাই, আবভূণী গীত গোৱাৰ পিছত কাপোৰত বৰ ধুনীয়াকৈ কৰা অসমৰ মেপখন সজাই থৈ বেজবৰুৱাদেৱৰ ৰচিত দেশপ্ৰেমমূলক গীত এটি গোৱাইছিল। গীতটি :

প্ৰণামো তুৱা চৰণে
হে জন্মভূমি বীৰ প্ৰসবিনী......

বেজবৰুৱাদেৱ আৰু তেখেতৰ পত্নী প্ৰজ্ঞাসুন্দৰী দেৱীয়ে বৰ প্ৰশংসা কৰিছিল। বেজবৰুৱাদেৱক সম্বৰ্ধনা জনোৱাৰ তিনি মাহৰ পিছতে জোঁৱায়েক ৰোহিনী বৰুৱাৰ ঘৰত মৃত্যু হয়। সেইদিনা ৰাধাগোবিন্দ বৰুৱাদেৱ এখন ৰাজহুৱা সভাৰ কামত ব্যস্ত আছিল, তাত গান গাবৰ বাবে আমাকো লৈ গৈছিল। বেজবৰুৱাদেৱৰ মৃত্যুৰ বাতৰি বিয়পি পৰাৰ লগে লগে সেই সভাৰ ঠাইত শোকসভা অনুষ্ঠিত হয়। বেজবৰুৱাদেৱৰ শ্ৰাদ্ধৰ দিনা ৰংঘৰ চিনেমা হলত শ্ৰদ্ধাঞ্জলি জনাবলৈ বৰুৱাদেৱে স্থানীয় ছোৱালীখিনিক লৈ যায় আৰু কীৰ্তনৰ ঘোষা এফাঁকিৰে বেজবৰুৱাৰ প্ৰতিচ্ছবিত শ্ৰদ্ধা তৰ্পণ কৰোৱায়। ঘোষা ফাঁকি আছিল :



প্ৰাণ হৰি গৈলা এৰি
হেন হৰি ভৈলোহো বঞ্চিত হে......'

(মৃণালিনী বৰুৱা)

ডিব্ৰুগড়ীয়া ৰাধাগোবিন্দ বৰুৱাৰ কিন্তু ডিব্ৰুগড়ত প্ৰেছ আৰু বাতৰি কাকতৰ পিছতে সবাতোকৈ উল্লেখযোগ্য অৰিহণা হ'ল ডিব্ৰুগড়ৰ মৃতপ্ৰায় নাট্য আন্দোলনক পুনৰুজ্জীৱিত কৰা আৰু প্ৰাচীন ঐতিহ্যমণ্ডিত ডিব্ৰুগড়ৰ আমোলাপট্টি নাট্য মন্দিৰৰ সংস্কাৰ সাধন।

১৯১৪ চনৰ কিছু আগৰে পৰা বয়সত ডাঙৰ চামৰ লগত ৰাধাগোবিন্দহঁতে অভিনয় কৰি অভিনয় জীৱনৰ পাতনি মেলে। ১৯১৪ চনৰ পৰা আমোলাপট্টি নাট্য মন্দিৰ কিবা কাৰণবশতঃ কিছুদিনলৈ বন্ধ হৈ থকাৰ পিছত নাটঘৰটি তেনেই উৰ'লি পৰে। আৰু ফলস্বৰূপে নাট অভিনয়ো বন্ধ হৈ যায়।

'এইদৰেই ভালেমান দিন যোৱাত স্বৰ্গীয় নবকুমাৰ বৰুৱাদেৱে জেপৰ ধনেৰে নিজে ৰং আদি লগাই পুনৰাই এই মঞ্চ তৈয়াৰ কৰি ডেকাসকলক নাটক কৰিবলৈ মাতি আনে।' (ৰবীন্দ্ৰনাথ দত্ত)

এই ডেকাসকলৰ মাজত ৰাধাগোবিন্দও আছিল।

'সেই মঞ্চতে কিছুদিন নাটক কৰাৰ পিছত ক্ৰমাগত বঙালী আৰু ইংৰাজী নাটকৰ ভাওনিয়ে ডেকাসকলক উৎসাহিত কৰিব নোৱাৰি ১৯২০ চনত স্বৰ্গীয় দেউতাক নাটক লিখিবলৈ বাধ্য কৰালে ৰোহিনী কুমাৰ বৰুৱা, অতুলচন্দ্ৰ বৰুৱা আৰু স্বৰ্গীয় দাদাই। সেই উৎসাহ, অনুপ্ৰেৰণা লৈয়েই সেই চনতে দেউতাই 'মনোমতী' নাটখন লিখি দুবছৰলৈ লুকুৱাই থলে। কিন্তু লগে লগে আন এখন নাটক 'পুনঃ মুষিক ভব' (১৯২০ চনত) লিখে। ৰচনা কৰা বছৰটিতে তিনিবাৰ মঞ্চস্থ কৰে। এই হাতেলিখা নাটখনত দাদাই শনিপাতৰ ভাও লৈ ৰাইজৰ প্ৰশংসাৰ পাত্ৰ হয়। দাদাৰ স'তে এই নাটত অভিনয় কৰা

সকল হ'ল : শৈলেন্দ্ৰকুমাৰ দত্ত, গগন চন্দ্ৰ বৰুৱা, মুক্তানাথ বৰদলৈ, লক্ষ্মীকান্ত দত্ত, সুৰেন্দ্ৰনাথ বৰদলৈ......আদি। এই মঞ্চতে দাদাইঁতে কেইখনমান নাট অভিনয় কৰাৰ পিছত কিবা বাক-বিতণ্ডা আৰু নাটঘৰ উৰঁলি যোৱাৰ ফলত এই মঞ্চলৰ পৰা ফাটি গৈ দহ-বাৰ দিনৰ ভিতৰতে নিজৰ কান্ধত বাঁহ, টিন আদি কঢ়িয়াই নতুন অস্থায়ী মঞ্চ তৈযাৰ কৰি দুৰ্গা পূজাৰ দিনা নাট আৰম্ভ কৰে। সেই একেই সময়তে কেইজনমান বিশিষ্ট লোকৰ আপ্ৰাণ চেষ্টাত পুৰণি আমোলাপট্টি নাট্য মঞ্চৰ ভেটিত গঢ়ি উঠিল এটি নতুন মঞ্চ। এই আধা তৈয়াৰ হোৱা মঞ্চতেই 'মনোমতী' নাট অতি ধুমধামেৰে দাদাইঁতে মঞ্চস্থ কৰে।' (ৰবীন্দ্ৰনাথ দত্ত)

'আমোলাপট্টি নাট্য মন্দিৰৰ লগত সি (ৰাধা) বিশেষভাৱে জড়িত আছিল। মঞ্চসুলভ চেহেৰাৰে বিভিন্ন নাটকৰ বিভিন্ন চৰিত্ৰত ৰাধাই অভিনয় কৰিছিল। অভিনয় প্ৰতিভা ৰাধাৰ জন্মগতভাৱে থকাৰ লেখীয়া। নাটকৰ অভিনয় সংগঠন আদিৰ ক্ষেত্ৰত আন লগ আছিল—ৰোহিনীকুমাৰ বৰুৱা ('মনোমতী'ৰ প্ৰযোজক-পৰিচালক), ডাঃ যতীন খাউণ্ড, লক্ষ্মীকান্ত দত্ত, মুক্তা বৰদলৈ, ডাঃ প্ৰভাত দাস, ভবানন্দ দুৱৰা, অবনী ৰাজখোৱা, সুৰেণ শৰ্মা আদি অনেক। প্ৰভাত শৰ্মাক নাটক ৰচনা কৰাৰ দায়িত্ব দিয়া হৈছিল। সেই কালত আকৌ একোখন নাটক মঞ্চস্থ কৰাৰ আজিকালিৰ দৰে সুবিধা নাছিল। এশ একুৰি আহুকাল। ভাৱৰীয়াই ভাও কৰাৰ বাহিৰেও নানা ফালে চিন্তা কৰিব লাগিছিল। ৰাধা সেইবোৰ দিশটো আগৰণুৱা।' (শৈলজানন্দ বৰুৱা)

একেলগে নাটক কৰা অন্য এজন সহযোগীৰ বৰ্ণনাত :

'ৰাধা মোতকৈ তিনি চাৰি বছৰে ডাঙৰ।......১৯২৭ চনত আমোলাপট্টি নাট্য মন্দিৰৰ মাজেদি ঘনিষ্ঠতা হ'ল। ৰাধাগোবিন্দই প্ৰত্যেক



নাটকতে নায়ক কিম্বা পাৰ্শ্ব নায়কৰ ভাও লৈছিল। মোক সদায়েই নায়িকাৰ ভাও দিছিল। ইয়াৰ কাৰণে অভিনয়ৰ উপৰিও মই গান, নৃত্য জানিছিলোঁ আৰু কিছু দেখনিয়াৰো আছিলোঁ বোলে। ১৯২৭ চনৰ পৰা ১৯৪২ চনলৈ মই নায়িকাৰ ভূমিকাত অৱতীৰ্ণ হব লগাত পৰিছিলোঁ। ইয়াৰ ব্যতিক্ৰম দুখন পৌৰাণিক নাটকত হৈছিল। দুয়োখন নাটকতে 'শ্ৰীকৃষ্ণ'ৰ ভাও দিব লগাত পৰিছিলোঁ। মঞ্চ-শুৱনী, ওখ, গহীন-গম্ভীৰ, ধুনীয়া চেহেৰাৰ ডেকা ৰাধাগোবিন্দই অভিনযত দক্ষতা দেখুৱাই প্ৰেক্ষাগৃহৰ পৰা হাত চাপৰি আদায় কৰিবলৈ সক্ষম হৈছিল। আমি একেলগে অভিনয় কৰাসকলৰ ভিতৰত আছিল ডাঃ প্ৰভাত চন্দ্ৰ দাস, বসন্তকুমাৰ বৰুৱা, নবকুমাৰ বৰুৱা, দেবকুমাৰ বৰুৱা, ৰোহিনী কুমাৰ বৰুৱা, প্ৰভাত শৰ্মা, সুৰেন্দ্ৰ নাথ শৰ্মা, সুৰেন্দ্ৰনাথ বৰদলৈ, অতুল বৰদলৈ, প্ৰবোধ দাস প্ৰভৃতি। নাৰী চৰিত্ৰ ৰূপায়ণ কৰাসকলৰ ভিতৰত আছিল যদুনাথ দত্ত, দুগ্ধনাথ ফুকন, লোহিত কাকতী, ধ্ৰুৱভূষণ বৰুৱা, ভূপতি বৰুৱা, ডাঃ বঙ্কিম দুৱৰা, জীৱনৰাম ফুকন, অনঙ্গধৰ ৰাজখোৱা, মুণীন্দ্ৰনাথ ঠাকুৰ, ৰাধিকানন্দ বৰুৱা প্ৰভৃতি।

'ৰাধাগোবিন্দই ভাও লোৱা নাটকসমূহৰ মাজত মোৰ সকলোতকৈ ভাল লাগিছিল 'বেহুলা' নাটকৰ চান্দ সদাগৰৰ ভাওটো। সাজে-পাৰে মানুহজন শুৱাই পৰিছিল। বচনভঙ্গীও তথৈবচ। এই নাট-কত (মোক) দিয়া হৈছিল বেহুলা আৰু ডাঃ প্ৰবোধ দাসক লখীন্দৰৰ ভাও। তেনেকৈ আৰু এখন সৰ্বাঙ্গসুন্দৰ নাটক ৰবীন্দ্ৰনাথৰ 'বিসৰ্জন'। এইখন নাটকত 'ৰজা গোবিন্দ-মাণিক্যৰ ভাও লৈছিল ৰাধাগোবিন্দই। বঢ়িয়া হৈছিল।......ৰাধাগোবিন্দই দক্ষতাৰে অভিনয় কৰা আন এখন নাট আছিল প্ৰভাত শৰ্মা ৰচিত 'আনাৰকলি'। দিল্লীৰ বাদছাহ আকবৰৰ নিপুণ অভিনয় কৰি ৰাধাগোবিন্দই ডিব্ৰুগড়-

বাসী নাট্যপ্ৰেমী ৰাইজৰ মাজত জীয়াই আছে। অন্যান্য কৃতী ভাওৰীয়াসকল আছিল প্ৰভাত শৰ্মা (ছেলিম), শাৰঙ্গধৰ ৰাজখোৱা (আনাৰকলি), মুক্তা বৰদলৈ আৰু দুৰ্গা ফুকন। ওপৰত উল্লেখ কৰা নাটককেইখনৰ উপৰিও ৰাধাগোবিন্দই সুন্দৰ অভিনয় কৰে এই কেইখনত: 'সংসাৰ চিত্ৰ', 'কৰ্ণাৰ্জুন', 'কুৰুক্ষেত্ৰত শ্ৰীকৃষ্ণ', 'তিনি ঘৈণী', 'বেউলা ৰহস্য', 'বাজীৰাও', 'মেবাৰ পতন', 'মনোমতী' 'উল্কা', 'ৰাজনটী', 'বসন্ত সেনা' আৰু বহুতো। এইবোৰ নাট অভিনীত হয় ১৯২৭ চনৰ পৰা ১৯৪২ চনলৈ। তাৰ পিছত দ্বিতীয় মহাযুদ্ধই নাট্যানুষ্ঠান ছেদেলিভেদেলি কৰি দিয়ে। যুদ্ধ অৱসানৰ অন্তত আমোলাপট্টি এমেচাৰ থিয়েটাৰ ক্লাবৰ ঠাইত নতুনকৈ ৰূপ ললে 'ডিব্ৰুগড় আৰ্ট প্লেয়াৰ্চ ছচাইটী'য়ে। (শাৰঙ্গধৰ ৰাজখোৱা)

অভিনয়ৰে মন গুহি নিয়া ৰাধাগোবিন্দই নাট্যানুষ্ঠানত ন ন কৌশলৰ উপস্থাপন পদ্ধতিৰ কথাও চিন্তা নকৰাকৈ থকা নাছিল। সচেতন ৰাধাগোবিন্দই যি কোনো আকৰ্ষণীয় কামেৰে দৰ্শকক চমক লগোৱাৰ পদ্ধতি ভেতিয়াই উলিয়াইছিল। এবাৰৰ কথা:

'প্ৰায় ১৯২৬/২৭ মানৰ কথা। আমোলাপট্টিৰ নাট্য মন্দিৰটো প্ৰায় জৰাজীৰ্ণ অৱস্থাত আছিল। সেইটো নতুনকৈ সাজিব লাগে বুলি ডেকাচামে সিদ্ধান্ত ল'লে। ধনৰ নাটনিয়ে অনেকক চিন্তাত পেলালেও কাম পৰি নাথাকিল। আনফালে দুৰ্গা পূজালৈ প্ৰায় দুসপ্তাহমানহে বাকী আছিল। সেই দিনত দুৰ্গা পূজাৰ কেউদিন নাটৰ অভিনয় কৰাটো প্ৰায় ধৰাবন্ধা কথাৰ লেখীয়াই আছিল। পূজা বুলিলে থিয়েটাৰ হ'বই। এই থিয়েটাৰ কৰিবলৈ যিদৰে সকলোৱে মাৰ বান্ধি চেষ্টা কৰে তেনেকৈ চাবলৈকো দৰ্শকে আশাৰে বাট চাই থাকে। আৰু থিয়েটাৰ হোৱাৰ দিনা উথপথপ্ লগায়। কিন্তু সেই বছৰ নাট্য মন্দিৰৰ নিৰ্মাণ কাৰ্য্য তেনে মুৰামুৰি সময়ত



হোৱাৰ বাবে এচামে তাত থিয়েটাৰ হোৱাৰ আশা এৰি ৺ভদ্ৰসেন চক্ৰবৰ্তীৰ বাৰীতে ৰভা তৰি নাটকৰ আখৰা আৰম্ভ কৰিলে। ইফালে ৰাধা দৃঢ়প্ৰতিজ্ঞ যে নাট্য মন্দিৰৰ নিৰ্মাণ কাৰ্য্য শেষ কৰি তাত থিয়েটাৰ পাতিবই লাগিব। কোঁৱামুঠিয়াকৈ কামত ধৰি পূজাৰ দুদিনমানৰ আগতে মঞ্চটো সম্পূৰ্ণ কৰি উলিয়ালে যদিও প্ৰেক্ষাগৃহত মানুহ বহিব পৰা যো হয় এথোন। ইফালে সপ্তমী পূজা পালেহি। এই নিশাৰ অভিনয় ৺চক্ৰবৰ্তী ডাঙৰীয়াৰ বাৰীত পতা ৰভাৰ অস্থায়ী মঞ্চতে হ'ল। অষ্টমীৰ নিশাও তেনেকৈয়ে গ'ল। নৱমীৰ দিনা ৰাতি-পুৱা নাট্য মন্দিৰৰ সকলো কাৰ্য্য সম্পূৰ্ণ হ'ল, কিন্তু স্থায়ী বিজুলী পোহৰৰ সংযোগ ব্যৱস্থা কৰিবলৈ সময় নাই। কিন্তু ৰাধা বহি নাথাকিল। কমলা দত্ত নামৰ ৰাধাৰ এজন বন্ধু আছিল। তেওঁ সেই সময়ত এজন ভাল ইলেক্‌ট্ৰিচিয়ান হিচাপে জনাজাত। ৰাধাই কমলাক ১৮ টা 6 volt Battery গোটাবলৈ ক'লে। আৰু দিহাও দিলে কেনেকৈ এশগজ আঁতৰত সকলো পাতি ৬টাকৈ বেটাৰীৰে (পিছৰ অঙ্কত ব্যৱহৃত বেটাৰী ছটা চাৰ্জ হবলৈ দি অন্য ছটা ব্যৱহাৰ কৰাৰ ব্যৱস্থাৰে) প্ৰত্যেক অঙ্কৰ পোহৰ সংযোজন সম্পূৰ্ণ কৰিব লাগিব। সেইমতে নিয়াৰিকৈ কাম হ'ল। সেই কালৰ অভিনয়ত সেই কালৰ ডিব্ৰুগড়ৰ পুৰণা অভিনেতা ৺জয়কান্ত বৰুৱা, ৺দেবানন্দ বৰুৱা, ৺সৃষ্টিকৰ দুৱৰা আদিয়ে ভাও লব বুলি যেই কেউফালে ঢক ফুটিল, নিশালৈ অভিনয় চাবলৈ উথপথপ্‌ লাগিল। অতি কম দিনৰ ভিতৰতে নাট্য মন্দিৰৰ নিৰ্মাণ কাৰ্য্য শেষ কৰি যি অৱস্থাত বিজুলী পোহৰৰ ব্যৱস্থা কৰি নাটকৰ অভিনয় সুচাৰুৰূপে সম্পূৰ্ণ হ'ল, সেয়া একমাত্ৰ ৰাধাই হাতীপুৰ দি কামত লগাতহে সম্পূৰ্ণ হ'ল।' (শৈলজানন্দ বৰুৱা)

তাতেই শেষ নহয়। ডিব্ৰুগড়ত সহ-অভিনয়ৰ প্ৰবৰ্তনকাৰীও ৰাধা-গোবিন্দ। অসমৰ ভিতৰতে প্ৰথম সহ-অভিনয় কৰাইছিল স্বৰ্গীয় ব্ৰজনাথ

শৰ্মাই। যিজন অসমৰ নাট্য আন্দোলনৰ এক বিচক্ষণ অগ্ৰগণী ব্যক্তি। সেয়া বহু বছৰৰ আগৰ কথা। অভিনয় কৰাইছিল ডুমডুমাৰ অসমীয়া নাট্য মন্দিৰত।

ডিব্ৰুগড়ত ৰাধাগোবিন্দ।

সেইসময়ত সহ-অভিনয় কথাটো ইমান সহজ নাছিল। তথাপি ৰাধাগোবিন্দৰ উৎসাহক ফলৱতী কৰিবলৈকে এখন মিটিং পতা হ'ল। কথাটো ওলাল। পুৰণিচামে সেই বিষয়ে মাতেই মাতিব নোখোজে। বিশেষকৈ অপবাদৰ ভয়ত।

ৰাধাগোবিন্দ গৰজি উঠিল।

অপবাদ? তেওঁৰ যুক্তি হ'ল, অপবাদ পাবলগীয়া কাম কৰিব কোনে? তেওঁলোকৰ ভিতৰত নকৰিলে আইনে সাহস নকৰে।

'ৰাধাৰ অকাট্য যুক্তিযে বিৰুদ্ধপন্থীসকলৰ মত খণ্ডন কৰিলে। ৰাধাই যুক্তি দৰ্শাইছিল যে অপবাদৰ কাৰণে ভয় কৰিবলৈ কাৰো আত্মবিশ্বাস নাইনে? কিবা অপবাদক প্ৰশ্ৰয় দিলে তেখেতসকলে নিজে দিব লাগিব। গতিকে এই বিষযে অনুষ্ঠানটোৰ প্ৰত্যেক ব্যক্তি ঠিক থাকিলে ভয় কৰিব লগা একো নাই। সহ-অভিনয় কৰাৰ পক্ষে ৰাধাৰ সবল যুক্তিৰ উত্তৰত আৰু কোনোৱে একো নক'লে। এনে এক নতুন কথাত পুৰণিচামে আজিৰ পৰা প্ৰায় দুকুৰি বছৰ আগতে এনেদৰে অমত হোৱাটো অৱশ্যে একো অসম্ভৱ নাছিল। কিন্তু ৰাধাৰ সবল যুক্তিয়ে ডিব্ৰুগড় মঞ্চত সহ-অভিনয় সম্ভৱ কৰিলে।'
(শৈলজানন্দ বৰুৱা)

পিছলৈ আমোলাপট্টি নাট্য মন্দিৰত সহ-অভিনয় কৰা শিল্পী এগৰাকীয়ে অসমৰ তৃতীয় বোলছবি 'মনোমতী'ত ভাও লৈছিল।

আগতে উল্লেখ কৰা 'বেউলা' নাটকৰ চান্দ সদাগৰৰ ভাওটি তেওঁৰ অভিনয় জীৱনৰ শ্ৰেষ্ঠ ভাও বুলি চিহ্নিত হৈছিল। সেইসময়ত চান্দ সদাগৰ



নৈৰে আহিব গতিকে আমোলাপট্টি এমেচাৰ নাট্য মন্দিৰত এটা পকী খাল খন্দা হৈছিল। দৃশ্য পৰিচালনাৰ ক্ষেত্ৰত এনে অভিনবত্ব তেতিয়াই ৰাধাগোবিন্দই পৰিকল্পনা কৰিছিল। অন্যৰ কথা স্বকীয়া। তেওঁ নিজৰ অভিনয়ৰ সাজ-পোছাক সকলোতে বৈচিত্ৰ্য আনিবলৈ যত্ন কৰিছিল। চান্দ সদাগৰৰ মূৰৰ উইগ্, গোফকোঁচা তেওঁ কলিকতাৰ পৰা নিজে অনাই লৈছিল। আৰু আছে।

ডিব্ৰুগড়ত অসমীয়া নাটৰ মাজত তেতিয়ালৈ সম্ভৱতঃ কোনোৱে নৃত্য পৰিবেশন কৰোৱাৰ কথা ভৱা নাছিল। ৰাধাগোবিন্দই ভাবিছিল।

'কোনো এখন নাটৰ আখৰা কেইবাদিনো আগৰে পৰা চলি থকাত এদিন দাদাই (ৰাধাগোবিন্দ) কৈ উঠিল : 'এই নাটকৰ ভিতৰত নৃত্য পৰিবেশন কৰোৱা হ'ব।' হঠাৎ আখৰা কিছু সময় বন্ধ হ'ল। সকলোৰে মাজত গুণা-গঁথা আৰম্ভ হ'ল— কোনে সেই নৃত্য কৰিব আৰু কৰোৱা হ'ব। এয়াতো অসম্ভৱ! দাদাই কৈ উঠিল : 'সম্ভৱ হবই লাগিব। যাকে য'তে পাওঁ শিকাই বুজাই ল'ম।' এইবুলি পিছদিনাৰ পৰা ওলাই গ'ল নৃত্যকাৰৰ সন্ধানত। কেইদিনমানৰ পিছত প্ৰায় সাত-আঠ বছৰীয়া ধুনীয়া এটি ল'ৰা লৈ আনি নৃত্য শিকোৱা হ'ল। ইফালে নগৰত হৈ-চৈ উঠিল—এইবাৰ হেনো ডিব্ৰুগড় আমোলাপট্টি নাট্য মন্দিৰত নাটকত নৃত্য পৰিবেশন কৰোৱা হব। নাচ আৰম্ভ হ'ল। দলে দলে মানুহৰ সমাবেশ হ'ল। নাটকত নৃত্য পৰিবেশন কৰাৰ লগে লগে জাউৰিয়ে জাউৰিয়ে হাত চাপৰি বাজি উঠিল। কোমল বয়সীয়া সেই শিশুটিৰ নৃত্য দেখি মুগ্ধ হ'ল। লগে লগে দাদাৰ মন ৰঙতে মতলীয়া হৈ পৰিল। সেই কোমল বয়সীয়া নৃত্যকাৰজনেই বৰ্তমান ডিব্ৰুগড়ৰ ষ্টেট বেঙ্কৰ সহকাৰী কোষাধ্যক্ষ শ্ৰীডিব্ৰুং সিং।' (ৰবীন্দ্ৰনাথ দত্ত)

অসমৰ তৃতীয় বোলছবি 'মনোমতী'ত নিজে মান সেনাৰ ভাওঁত অভিনয় কৰাৰ উপৰিও ছবিৰ নিৰ্মাতা ৰোহিনী কুমাৰ বৰুৱাৰ ছবি নিৰ্মাণৰ বিভিন্ন কামতো তেওঁ সহায় আগবঢ়াইছিল।

গুৱাহাটীত ৰাজহুৱাকৈ বিহু সন্মিলন পাতি ৰাধাগোবিন্দই তেওঁৰ মৰমৰ ডিব্ৰুগড়ৰ কথাও পাহৰা নাছিল। ১৯৫৪ চনৰ বহাগ মাহৰ আগে আগে তেওঁ ডিব্ৰুগড়লৈ আহে। লগত অৱনী ৰাজখোৱাক লৈ আহে লক্ষ্মী দত্তৰ ঘৰলৈ। আৰু তেতিয়াই তেওঁ মত প্ৰকাশ কৰে যে ডিব্ৰুগড়তো গুৱাহাটীৰ দৰে বিহু পতাৰ আয়োজন হ'ব লাগে।

'এই উৎসাহ পাই পাছদিনাই চিৰিং চাপৰি জেউতি মৰলত দাদাক (ৰাধাগোবিন্দ) সভাপতি পাতি নগৰৰ বিশিষ্ট লোক তথা জেউতি মৰলৰ সভ্যবৃন্দক লৈ এখন সভা পাতি দেউতাৰ ওপৰত ডিব্ৰুগড়ত বিহু পতাৰ ভাৰ দিয়ে। দেউতাই দাদাৰ ভাতৃ কৃষ্ণগোবিন্দ বৰুৱা-আৰু চহৰৰ বিশিষ্ট কৰ্মীসকলক লৈ অতি ধুমধামেৰে ডিব্ৰুগড় জৰ্জ স্কুল খেল পথাৰত বহাগী মেলা পাতে। (ৰবীন্দ্ৰনাথ দত্ত)

আৰু আছে ৰাধাগোবিন্দৰ অভিনৱ পৰিকল্পনা। মীনা বজাৰ।

'১৯২৩ চনত ৰাধাগোবিন্দ বৰুৱাই তেখেতৰ বন্ধু-বান্ধৱ জনচেৰেকৰ সৈতে লগ লাগি এখনি অভিনৱ প্ৰদৰ্শনীৰ আয়োজন কৰিছিল। এই প্ৰদৰ্শনীকে ৰাইজে সাধাৰণতে মীনা বজাৰ বুলিছিল। ইয়াত নানান ধৰণৰ কলা-কৃষ্টিৰ প্ৰদৰ্শনী হৈছিল, কুস্তি আৰু মালযুঁজ হৈছিল, ফিজিকেল ফিটচ্ দেখুওৱা হৈছিল। কৃষি আৰু কুটীৰ শিল্পৰ বিভিন্ন বস্তুবো প্ৰদৰ্শনী হৈছিল। এই মীনা বজাৰৰ বিশেষ আকৰ্ষণ আছিল স্বদেশী আন্দোলনৰ সুপ্ৰসিদ্ধ গায়ক মুকুন্দ দাস আৰু বলীনাৰায়ণ বৰুৱা। বলীনাৰায়ণ বৰুৱাই মটৰ ৰখা আৰু বুকুৰ ওপৰেদি মটৰ চলি [illegible] কাৰ্য্যই মানুহক অবাক কৰিছিল।' (বিষ্ণুকিংকৰ কলিতা)



অসমীয়া যুৱকৰ শৰীৰ চৰ্চা আৰু শক্তি সাধনৰ প্ৰতি প্ৰেৰণা যোগাবলৈকে ৰাধাগোবিন্দই ১৯৩৭ চনত ডিব্ৰুগড়ত অসম অলিম্পিকৰ আয়োজন কৰিছিল। অলিম্পিক কমিটীৰ সভাপতি আছিল সদানন্দ দুৱৰা সম্পাদক আছিল ৰাধাগোবিন্দ। ৰাধাগোবিন্দৰ চেষ্টাতে পাঁচদিন জুৰি এই অলিম্পিক অনুষ্ঠিত হৈছিল। ডিব্ৰুগড়ৰ পিছত কোনোৱে এই অলিম্পিকৰ কাৰণে মনোযোগ নিদিলে।

ৰাধাগোবিন্দৰ চিকাৰ আৰু এডভেঞ্চাৰৰ চখো ডিব্ৰুগড়তে সজীৱ হৈ উঠিছিল। চিকাৰ তেওঁ বৰ ভাল পাইছিল।

'ৰাধা ককাদেউ আছিল এজন বৰ ভাল চিকাৰী। এই চিকাৰ পৰ্ববিলাকত তেওঁ প্ৰায়ে মোক আব্দুল হালিম বা আব্দুল্লা ওৰফে নাবলিক পাঁচ আলিৰ পৰা নাৱৰে ব্ৰহ্মপুত্ৰৰ সিপাৰৰ চাপৰিলৈ লৈ গৈছিল। আমি তেওঁক চিকাৰৰ ঘাই ঠাইবিলাক দেখুৱাই দিছিলো। সুনিপুণ চিকাৰীৰ দৰেই তেওঁ, পহু, হাইথা, আৰু অন্যান্য বনৰীয়া চৰাই, হাঁহ আদি চিকাৰ কৰিব পাৰিছিল। খুলন্তৰ পুৰুষ ৰাধা ককাদেউক তেওঁৰ খাকী হাফপেণ্ট আৰু হাণ্টিং বুটেৰে শুৱাই ধৰিছিল।' (কলিমুদ্দিন আহমদ)

চিকাৰলৈ যোৱা, মনৰ আনন্দেৰে খোৱা-বোৱা কৰাৰ বিষয়ে ৰাধাগোবিন্দৰ নিজৰ অসংলগ্ন সৰস বৰ্ণনা :

'ডিব্ৰুগড়ত থাকোঁতে আমি শনিবাৰে প্ৰায়েই ব্ৰহ্মপুত্ৰ পাৰ হৈ বুঢ়ীসুতি নামৰ এটুকুৰা ঠাইলৈ চিকাৰ কৰিবলৈ যাওঁ। মোৰ অৱশ্যে প্ৰধান আকৰ্ষণ আছিল মুৰ্গী খোৱা। কাৰণ তাত খুব মুৰ্গী ওলায়। এবাৰ মই আৰু নাইনা নামৰ মোৰ বন্ধু এজন গৈছিলোঁ। নাইনাক মই হেণ্ড্ৰেড বুলি কৈছিলো।......তাতে পি ডব্লিউ ডিৰ ৰেষ্ট হাউছ এটাত নাইনাক মই মহৰীৰ কামত সুমুৱাই দিছিলোঁ। এদিন ৰাতি-

পুৱা মই হাফপেণ্ট আৰু গেঞ্জী পিন্ধি ডাঢ়ি খুৰাই আছোঁ*। এনেতে হেণ্ড্ৰেড আহি ক'লে যে ওচৰতে দুটা ডাঙৰ পৰ্ঘুমা,, পৰিছে। মই ৪ নম্বৰ গুলী কেইটামান লৈ গলোঁগৈ। কিন্তু পৰ্ঘুমা ইতিমধ্যে উৰি গ'ল। পৰ্ঘুমাৰ পাছে পাছে মইও গৈ আছোঁ। আধা খুৰোৱা ডাঢ়ি আৰু গাত গেঞ্জী। খোজ কাঢ়ি ভালো লাগিছিল। হাবিৰ মাজত ধুনীয়া বতাহ। গৈ গৈ ৰঙালী গাওঁ বুলি গাওঁ এখন পালোঁ। তাত মাছুৰ মহল আছিল। চালোঁ। খোৱা-বোৱা কৰিলোঁ। মই সেই সময়ত খুব চিগাৰেট খাওঁ আৰু ড্ৰিংক কৰোঁ।......আৰু খোজ কাঢ়ি যাব খুজিলোঁ। নৈ পাৰ হ'লে পইচা দিব লাগে। কেইবা-খনো নৈ আছিল। চৰকাৰী বিষয়াক পইচা নিদিয়াকৈ পাৰ কৰাই দিয়ে। হাতত বন্দুক-চন্দুক দেখি মোকো তেনে বিষয়া বুলি ভাবিয়ে এনেয়ে পাৰ কৰাই দিলে। সেইদিনা আমি প্ৰায় ১৫ মাইলমান খোজ কাঢ়িলোঁ। দুপৰীয়া দোকান এখনত চিৰা-গুড় খাই টোপনি ধৰাত শুই থাকিলোঁ। গধূলি জুৰ পৰাত আকৌ খোজ কাঢ়িলোঁ। ৰাতি কেঞ্জাৰ গোলা এটাত ৰুটী তৰকাৰী খাই ললোঁ। ঠাইখনৰ নাম পথালিপাম নে কি আছিল। ৰাতি সেই গোলাৰ বাৰাণ্ডাতে শুই থাকিলোঁ। ৰাতিপুৱা আকৌ খোজ ললোঁ। গৈ গৈ মোৰ চিনাকি মানুহ এজন আছিল তেওঁৰ ওচৰ পালোঁগৈ। মানুহজনৰ পকা খেকেৰাৰ দৰে চেহেৰা। তেওঁৰ ৭ গৰাকী তিৰোতা, ৭টা কেম্প আৰু ৭টা ঘোঁৰা। বয়স ৭৭ বছৰমান হব। খুব মদ খাইছিল। তেওঁৰ ওচৰলৈ মদ নোখোৱা মানুহ গ'লে বেয়া পায়। মদ খোৱা মানুহ গ'লে ভালদৰে সোধ-পোছ কৰে। গগন বৰুৱাৰ পৰা চিঠি লৈ আমি বাপেকৰ ওচৰলৈ গলোঁ। বাপেকে আমাক দেখিও চোৱাই নাই। চিঠিখন দিয়াত পঢ়ি আমাক ভিতৰলৈ মাতিলে। 'আহা, আহা মোৰ ল'ৰাৰ বন্ধু বুলি ৫ নম্বৰ গাতৰ



কলহটো খুলিবলৈ ক'লে। বুঢ়াৰ ওচৰত আগতে কলহৰ মদ আৰু বাটি আছিলেই। আমিও খালোঁ। বুঢ়াই মাছ ভাজি আনিবলৈ ক'লে। কুঢ়ী মাছ ভাজি অনাত বুঢ়াই পেলাই দিলে। কাঁইট নথকা মাছ আনিবলৈ ক'লে। এইবাৰ পাভ মাছ ভাজি দিলেহি। দুবাটিমান খাই আমাৰ নিচা হ'লেই। কলহৰ সেই মদ মাটিৰ তলত পুতি থৈ কৰে। ৰঙ গুলপীয়া। টেষ্ট একেবাৰে চেম্পেনৰ দৰে। আচল অসমীয়া ফটিকা সেইবিধেই। 'সেইবোৰ খাই আমাৰ ভোক গুছিলেই। পিছে বুঢ়াই আমাক সুধিছে, এতিয়া কি খাবা ? হাঁহ, পাৰ নে কুকুৰা নে গাহৰি ? শুনিয়েই মই ভাবিলোঁ এতিয়া সৰ্বনাশ! মই ক'লোঁ কুকুৰাহে খাম। বিশ মিনিটমানৰ পিছতেই এক চৰীয়া কুকুৰা, ৰঙা চাউলৰ ভাত আনিলেই। বুঢ়াও বহিছে। কুকুৰা ভালকৈ সিজাই নাই। ৰন্ধাও বৰ ভাল লগা নাই। তথাপি আমি যি পাৰোঁ খালোঁ। ৰাতিপুৱা উঠি যাব খোজাত বুঢ়াই ঠাই ডোখৰ বেয়া বুলি মানুহ দুটা লগত দি পঠিয়ালে। মানুহ দুটা পঠিওৱাৰ কাৰণ হ'ল বনৰীয়া হাতী, বাঘ আদি ওলায়। আমি প্ৰায় সাত মাইল মান খোজ কাঢ়ি গ'লোঁ। ঠাইডোখৰ সঁচাকৈয়ে জয়াল। দিনতে ওপৰৰপৰা জোক সৰে থোপাথোপে। ভাগ্যে আমি একো নাপালোঁ। ঠাইখন পাব হৈ মানুহ দুটা পঠিয়াই দিলোঁ। আমি গধূলি গৈ গৈ এখন ঠাই পালোঁ। মানুহবোৰ লালুং কছাৰী টাইপৰ। মথাউৰিৰ দাঁতিত দুঘৰ মানুহ আছে। ৰবৰ্ষুণ দিব খোজা দেখি তাৰে এঘৰত সোমাই ক'লোঁ যে 'ককা আজি ইয়াতে থাকিম।' কিন্তু আমাক কোনো-পধ্যেই থাকিবলৈ নিদিয়ে। হাতত বন্দুক দেখিয়েই নে কি থাকি-বলৈ দিবই নোখোজে। আমি লগুণ দেখুৱাই ক'লোঁ যে বামুণ মানুহ, ৰবৰ্ষুণ দিব খুজিছে, গোহালিতে থাকিবলৈ দিয়ক। মান্তি নহ'ল।

আমি উপায় নাপাই মথাউৰিতে মূৰত ৰুমাল মাৰি, বৰষুণতে বহি থাকিলোঁ। ৰাতিটো সেইদৰেই কটালোঁ। পিছদিনা খুব পুৱাই আকৌ খোজ ললোঁ। গৈ গৈ এখন বাগিছা পালোঁ। ঠাই বা বাগানৰ নাম পাহৰি গৈছো। বাগানৰ হেড ক্লাৰ্কৰ ঘৰ বিচাৰি উলিয়ালোঁ। আমাক খুব ভাল ব্যৱহাৰ কৰিলে। আমি তিনি দিনৰ মূৰত গা ধুলোঁ। ভাত পানী খাই আকৌ খোজ ললোঁ।' এনেকুৱাই আছিল ৰাধাগোবিন্দৰ এডভেঞ্চাৰৰ বৈশিষ্ট্য।

'নিজে আহি কৰি দেখুৱাই সুন্দৰকৈ সি নিজৰ মেচিন নাও সাজি লৈছিল। এবাৰ শিৱসাগৰৰ পৰা ডিব্ৰুগড়লৈ আহোঁতে বাটত মৰাণ আৰু খোৱাঙৰ মাজত গছ এজোপাত প্ৰকাণ্ড লতা মাকৰি বাঘ এটা দেখি সি উঠি অহা মৰিচ মাইনৰখন ৰখাই গাড়ীৰ পৰাই নিপুণতাৰে বাঘটো মাৰি গাড়ীতে তুলি ডিব্ৰুগড় পোৱাইছিলহি।' (শৈলজানন্দ বৰুৱা)

চিকাৰ নহয়, গাড়ীৰো চখ আছিল ৰাধাগোবিন্দৰ। গুৱাহাটীত এটা সময়ত ৰাধাগোবিন্দ বৰুৱাৰ গাড়ীখনেই চকুত লগা গাড়ী আছিল। ট্ৰিবিউনৰ গাড়ী সকলোৰে থাউকতে চকুত পৰিছিল। ডিব্ৰুগড়তে গাড়ীৰ প্ৰতি মোহ ওপজে তেওঁৰ। প্ৰথমে মটৰ চাইকেল। তাৰপিছত গাড়ী। থ্ৰি হাফ এইচ পি হাম্বাৰ মটৰ বাইক। তাৰপিছত তেওঁৰ মৰমৰ মৰিছ্ মাইনৰ। এই গাড়ীখনৰেই তেওঁৰ অসমৰ ইমূৰ-সিমূৰ বীমা ব্যৱসায় আৰু প্ৰেছৰ কামত ঘূৰিছিল।

গাড়ী কিনা-বিকালৈও বহু কাহিনী আছে।

এবাৰ তেওঁ বৰপাত্ৰ বাগিছাৰ মিঃ হেণ্ডাৰছন নামৰ এজন এচিষ্টেণ্টৰ গাড়ী এখন কিনিবলৈ ঠিৰাং কৰে। গাড়ীখন তেওঁৰ পছন্দ হৈছিল। ফৰ্ড ছীড্ন, টুৱেণ্টী নাইন মডেলৰ। ৰঙটো হালধীয়া। গতিকে এটা



নিৰ্দিষ্ট দিন ঠিক হ'ল যে সেইদিনাই তেওঁ গাড়ীখন লৈ আহিব। সেই সময়ত ডিব্রুগড়ৰ মটৰ বিশেষজ্ঞ বসন্ত ঘোষক লৈ ৰাধাগোবিন্দ হেণ্ডাৰছনৰ বঙলালৈ গ'ল। মিঃ হেণ্ডাৰছন সেইদিনা মুডত আছিল। প্ৰথমে চাহ আহিল। তাৰপিছত ড্ৰিঙ্কচ। গাড়ীৰ কথা নোলাইহে নোলায়। ৰাধাগোবিন্দই বাৰে বাৰে ক'লে, গাড়ীখন দিবলৈ, কাইলৈ তেওঁৰ কাম আছে আহিব নোৱাৰাব কথা। মিঃ হেণ্ডাৰছনে কথাষাৰত বৰ গুৰুত্ব দিয়া নাছিল। কৈছিল : Let us have a good time, and you take it in the morning.

এটা সময়ত হেণ্ডাৰছনক বাহুত ধৰি ৰাধাগোবিন্দই উঠাই আনিলে। ক'লে : You must sell it just now. I have no time for a good time. Basanta, try the car.

মিঃ হেণ্ডাৰছনৰ নিবিকি উপায় নাছিল।

এনেদৰেই ডিব্রুগড়ৰ সমাজ জীৱনৰ স'তে ৰাধাগোবিন্দ বৰুৱা জড়িত হৈ পৰি তেওঁৰ স্বাভাৱিক বৈশিষ্ট্য আৰু কৰ্ম দক্ষতাৰে দহৰ হৈ কাম কৰি গৈছিল। গুৱাহাটী মহানগৰীত জলজল পটপটকৈ ষ্টেডিয়াম বা বছৰি বিহু সন্মিলনী বিৰতিহীনভাৱে অনুষ্ঠিত হয় বাবেই এই চহৰখনৰ স'তে ৰাধাগোবিন্দৰ অৱিহণাক সুৱৰিবলৈ সহজ হয়। ডিব্রুগড় চহৰৰ এতিয়াৰ চামে হয়তো কল্পনাই কৰিব নোৱাৰে আজি দুকুৰি বছৰ আগতেই এইজন মানুহে এককভাৱে কেনেদৰে অভিনৱ এনেবোৰ পৰিকল্পনা কৰি তাক কাৰ্য্যত পৰিণত কৰিছিল।

কৰ্ম-আঁচনিৰ পৰিসৰ বৃদ্ধি পাইছিল।

বৃদ্ধি পাইছিল সাংসাৰিক জীৱনবো পৰিধি।

বিয়া কৰাইছিল। বৰ নম্ৰ মানুহ এগৰাকী। নাম লিলি।

'বৌ সহজ সৰল, নম্ৰ প্ৰকৃতিৰ আদৰ্শবাদী সাদৰী এগৰাকী মহিলা আছিল।' (ৰবীন্দ্ৰ নাথ দত্ত)

'স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱা আমাৰ পিতৃস্বৰূপ আছিল। মনত পৰাৰে পৰা আমি বৰুৱাদেৱ আৰু তেখেতৰ পত্নী স্বৰ্গীয়া লিলি খুড়ীৰ সান্নিধ্য লাভ কৰিছিলোঁ। ডিব্ৰুগড়ৰ পূৰণা আমোলাপট্টিত আমাৰ লগালগি ঘৰ আছিল। সেই ঠাই এতিয়া ব্ৰহ্মপুত্ৰৰ মাজত। আমাৰ আইতা বেজবৰুৱাৰ ঘৰৰ জীয়ৰী আছিল, সেই সম্পৰ্কত দেউতাৰ মোমায়েকৰ ল'ৰা খুৰা হয়। আমি সৰুৰেপৰা তেখেতক পাপা বুলিহে সম্বোধন কৰিছিলোঁ। আমি বৰুৱাদেৱক বাগিছাৰ ঘৰত (দেউতাই বৰভুবি বালিজান বাগিছাত চাকৰি কৰিছিল) দেউতাৰ লগত চিকাৰলৈ যোৱা, ক্লাবলৈ যোৱা আৰু ৰাছেল চাহাবৰ লগত ফুৰা দেখিছিলোঁ।......আমি তেওঁক ১৯৩৭ চনত আমাৰ মাতৃৰ মৃত্যু হোৱাৰেপৰা বেছিকৈ লগ পাইছিলোঁ।......সেইসময়তে মোৰ দাদা নবকুমাৰ বৰঠাকুৰ (এওঁকেই পিছত ৰাধাগোবিন্দ বৰুৱাই বৰুৱা প্ৰেছত কাম শিকাই মেনেজাৰ পদলৈ উন্নীত কৰায় আৰু আসাম ট্ৰিবিউন কাকতৰ, বিশেষকৈ গুৱাহাটীত দৈনিক হিচাপে প্ৰতিষ্ঠা হোৱাৰ দিনৰেপৰা ৰাধাগোবিন্দৰ স'তে সমানে দেহে-কেহে খাটি কাকত তথা প্ৰেছৰ উন্নতিত বৰঙণি যোগাইছিল। বৰ্তমানো ট্ৰিবিউন প্ৰেছৰ এখেতেই মেনেজাৰ—নিঃ চৌঃ) আৰু কৃষ্ণকুমাৰ বৰঠাকুৰ জৰ্জ স্কুলত পঢ়ি আছিল।......১৯৩৭ চনতে দেউতাইও মাত্ৰ তিনিদিন বিচনাত পৰিয়ে আমাক এৰি থৈ গ'ল। ককাদেউতা জীয়াই আছিল যদিও ইটোৰ পিছত সিটো শোক পাই তেখেতৰ স্বাস্থ্য ভাগি গৈছিল।......বৰুৱাদেৱ আৰু তেখেতৰ পত্নী লিলি খুৰীয়ে আমাক মা-দেউতাৰ অভাৱ অনুভৱ কৰিবলৈ নিদিয়াকৈ ৰাখিছিল।...... লিলি খুৰীয়ে তেখেতৰ নিজৰ ছোৱালীতকৈ মোৰহে আগতে মুৰ আচুৰি, কাপোৰ পিন্ধাই দিছিল।' (মৃণালিনী বৰুৱা)
জন্ম হ'ল তিনিটি ল'ৰা। চাৰিজনী ছোৱালীৰ।
শ্ৰীতুলসী গোবিন্দ বৰুৱা, শ্ৰীপ্ৰফুল্ল গোবিন্দ বৰুৱা, শ্ৰীপ্ৰদীপ বৰুৱা।
শ্ৰীপাৰুল ফুকন, শ্ৰীবেলা শৰ্মা, শ্ৰীৰেণু শৰ্মা, শ্ৰীবিনু শৰ্মা।



ব্যক্তিগত কৃতিত্ব বা গৌৰৱ প্ৰায় পৰিহাৰ কৰা আৰু ঘৰুৱা জীৱনৰ এশ এবুৰি সমস্যাক হেলাৰঙে উলাই কৰি যোৱা ৰাধাগোবিন্দৰ সাংসাৰিক জীৱন সম্পৰ্কে নিজে বৰ নীৰৱ। হয়তো যিটো ব্যক্তিগত সেইটো একান্ত ব্যক্তিগত হিচাপে ৰাখিব বিচাৰিছিল অথবা সেইবোৰৰ তেওঁৰ চকুত বিশেষত্বই নাছিল। তেওঁ নিজে এইবিষয়ে কোৱা নাই।

অইনে কৈছে। যেনে :

'সময়ৰ শৰ সময়ত মাৰিছিল। তেখেত বৰ চৌখীন আছিল। খোৱা, পিন্ধা সকলোতে তেতিয়াৰেপৰা বৰ পৰিপাটী দেখিছিলোঁ। নবদাদাই তেতিয়াও গানৰ চৰ্চা এৰা নাছিল। বৰুৱা দেৱৰ ঘৰতো প্ৰায় প্ৰতি দিনাই তেওঁ (এতিয়া তেওঁৰ বিয়নী) বেলা আৰু পাৰুল বাইদেউৰ লগত গানৰ চৰ্চা কৰিছিল।......১৯৪০ চনত ককাদেউতা স্বৰ্গী হোৱাত নবদাদাক বৰুৱা প্ৰেছত কাম শিকিবলৈ সুবিধা কৰি দিয়ে। তেওঁ অতি সোনকালে টাইপ শিকিছিল। দাদা প্ৰেছত সোমোৱাৰ আগতেই পাৰুল বাইদেউৰ বিয়া হয়। সেই বিয়া বৰ ধুমধামকৈ পাতিছিল। বিয়াৰ কাপোৰ, মছলা, ফুল আদি কলিকতাৰপৰা তেতিয়াৰ দিনতে অনাইছিল। আমি সৰু থাকোতেই পাৰুল বাইদেউৰ বিয়াখনেই বৰ আড়ম্বৰপূৰ্ণ দেখিছিলোঁ। ......তেতিয়া বৰুৱাদেৱৰ পত্নী লিলি খুৰী আছিল। লিলি খুৰী বৰ মৰমিয়াল মানুহ আছিল। আমাক কি দৰে মৰম কৰিছিল কৈ বুজাব নোৱাৰোঁ। এল পি পৰীক্ষা দিয়াৰ সময়ত নিজ হাতে ৰাতিতে উঠি ৰান্ধি-বাঢ়ি খুৱাই মোক পৰীক্ষা দিবলৈ পঠিয়াইছিল। অথচ তেতিয়া ঘৰত প্ৰতাপ নামৰ ৰান্ধনি এজনো আছিল। কিন্তু জাৰত দিগদাৰ পাব বুলি জগাই নিদিছিল। চাকৰ-নাকৰ সকলোৰে প্ৰতি তেওঁৰ সমান মৰম আছিল। মাহী শাহুক সন্তুষ্ট কৰিবলৈ অশেষ কষ্টও সহিব লগা হৈছিল। তথাপিও লিলি খুৰীৰ সদায় হাঁহি মুখ দেখিছিলোঁ।......বৰুৱাদেৱে বহুতকে সংস্থান দি

গ'ল । বৰুৱাদেৱৰ ঘৰখনত আমি একো বস্তুৰে তেতিয়াৰ দিনত অভাৱ দেখা নাছিলোঁ । আধুনিক যুগৰ সকলো বস্তুকে ত্ৰিশৰ দশকতে তেখেতৰ ঘৰত দেখিবলৈ পাইছিলোঁ । মাত্ৰ দুখৰ বিষয় বৰুৱাদেৱৰ পত্নী লিলি খুৰীয়ে অকালতে সকলো এৰি স্বৰ্গগামী হোৱাতোহে ।' (মৃণালিনী বৰুৱা)

ৰাধাগোবিন্দৰ পত্নীৰ ব্যক্তিত্ব আৰু মহানুভৱতাৰ কথা একেগৰাকী লিখিকাৰ বৰ্ণনাত :

'১৯৪১ চনৰ ফেব্ৰুৱাৰী মানত তুল দাদাৰ ( তুলসীগোবিন্দ বৰুৱা ) লগুণ দিয়ে । সেই লগুণদিয়নীৰ দিনাই মোৰ বিয়া ঠিক হয় ।......এই বিয়াখনো বৰুৱাদেৱ আৰু তেওঁৰ পত্নী লিলি খুৰীয়ে ধন-জন গাড়ী মটৰ দিয়াৰ উপৰিও সকলোফালে তদাৰক কৰি সমাধা কৰাইছিল। মোৰ কোনোবা জনমৰ ভাগ্যৰ ফলতহে আইৰ সলনি আই গৰাকীক বিয়ালৈকে পালোঁ । মায়ে মোলৈ কাছিপি কৰাই থোৱা কাপোৰ সাজ নিজ হাতে মোক পিন্ধাই দি চকুপানী টুকিছিল । এই মহৎ মাতৃগৰাকীৰ স্মৃতি নমৰো মানে মনৰপৰা মচ্‌ নাখায় । যিগৰাকী মাতৃয়ে অনাথ বুলি আমাক সাৰটি লৈছিল, ইয়াৰ কেইমাহমানৰ পিছতে নিজৰ গৃহস্থ, ল'ৰা-ছোৱালী সকলোটিকে এৰি অতি কম বয়সতে ডিব্ৰুগড়তে চিৰদিনলৈ চকু মুদিলে । সেইদিনাৰ কথা বৰ্ণনা কৰিবলৈ মোৰ ভাষা নাই ।.... তেখেতে মাত্ৰ পাৰুল বাইদেউক বিয়া দি নাতিনী বুবীক কেঁচুৱাতে দেখি গ'ল । মৃত্যুৰ ছমাহ আগতে তুলদাৰ লগুণদিয়নী পাতিলে আৰু সাপ্তাহিক আসাম ট্ৰিবিউনখন দেখি গ'ল । ভাইটি (প্ৰদীপ বৰুৱা) একেবাৰে কেঁচুৱা, ৰেণু, বিনুও নিছেই সৰু, বেলা আৰু প্ৰফুল্ল (প্ৰফুল্লগোবিন্দ বৰুৱা) অলপ জনা আছিল । একে সময়তে বৰুৱা-দেৱৰ ওপৰেদি কম দুৰ্যোগ পাৰ হৈ যোৱা নাছিল । পত্নী বিয়োগৰ



যাতনা সহি ল'ৰা-ছোৱালী তোলা, নদীয়ে ভঙাত পুৰণি ঘৰ এৰি অহা, ব্যৱসায়ৰ চিন্তা সদায় আছেই। সেইসময়ত প্ৰথমতে ভাৰাঘৰ লৈ থাকি পিছত চৌকিডিঙ্গী অঞ্চলতে তেখেতৰ আৰু ভায়েকৰ ঘৰ সাজে। ....শহুৰৰ ঘৰলৈ অহাৰ আগতে দুৰাতি বৰুৱাদেৱৰ তাত বেলাৰ লগত আছিলোঁ। কেনেকৈ ৰাতি উঠি ভাইটিক নিচুকাইছিল, দেখি অন্তৰ ভাগি গৈছিল। বেলাই মইয়ে ভাইটিক আমাৰ ওচৰলৈ মাতি আনিব নোৱাৰি আমি দুইজনী বহি থাকিলোঁ। ভাইটিক কোলাত লৈ ৰুমটোত ঘূৰি ঘূৰি সত্যনাৰায়ণৰ নাম গাই গাই শুৱাইছিল। এইদৰে অশেষ ধৈৰ্য্যৰে, নিজৰ আৰু পিছত ভায়েকৰ পৰিয়ালৰো সকলো দায়িত্ব বহন কৰিছিল।......'(মৃণালিনী বৰুৱা)।

ব্যক্তিগত জীৱনৰ দুখ আৰু বেদনা লুকুৱাই ৰাখি ৰাধাগোবিন্দ সদায় কামৰ মাজত বিলীন হৈ ৰৈছিল। হয়তো তাৰ মাজেৰেই তেওঁ পাইছিল মনৰ শান্তি। ঘৰুৱা দায়িত্ব তেওঁ নিয়াৰিকৈয়ে পালন কৰি গৈছিল। সেই বিষয়ে তেওঁ সদা সচেতন এজন সুযোগ্য পিতৃ আছিল। সময়ৰ শৰ সময়ত মৰাৰ কৃতিত্বৰ গুণতে এনে অল্প পৰিসৰৰ জীৱন এটাতো তেওঁ সীমাসংখ্যাহীন বিবিধ কাম কৰিব পাৰিছিল। ব্যক্তিগত সুখ-দুখৰ উৰ্দ্ধত উপনীত হোৱাৰ যোগ্যতাও এনেবোৰ কাৰণতে হৈছিল। 'জুইৰ চৰু মুৰত' লৈ কটোৱা জীৱন হয়তো ৰাধাগোবিন্দৰ নাছিল কিন্তু সাংসাৰিক দায়িত্ব আৰু বোজাৰ পৰা তেওঁ নিষ্কৃতি পোৱা নাছিল। অইন কোনোবা হোৱা-হেঁতেন হয়তো ভাঙি পৰিলহেঁতেন। ৰাধাগোবিন্দ পৰা নাছিল।

এজনৰ বৰ্ণনাত :

'ইফালে ঘৰত তেওঁৰ প্ৰিয় ভাৰ্য্যাৰ অসুখ। বৰজীক সুযোগ্য পাত্ৰৰ হাতলৈ উলিয়াই দি বৰুৱাই ঘৰুৱা দায়িত্ব কিছু পাতল পাই জীৱন বীমাৰ কামত আগতকৈ আৰু বেছি ঘনাই বাহিৰলৈ অহা-যোৱা কৰি আছিল। এদিন ফিৰোতে ৰাতি পলম হ'ল। ঘৰ পাই দেখে তেখেতৰ

পৰৰ প্ৰিয়া দেৱী তুল্যা পত্নী আগতেই এই সংসাৰ এৰি গ'ল। বৰুৱা থৰ হৈ পৰিল। পেটে পেটে কি ভাবি ঠিক কৰিলে, কেৱেই নাজানিলে। কাৰণ, এনেয়ো তেওঁ বৰকৈ কথা কোৱা বিধৰ মানুহ নাছিল। সি যি কি নহওঁক, তেওঁ অলপ দিনৰ পিছতে ডিব্ৰুগড়ৰ পৰা অন্তৰ্দ্ধান হোৱাৰ দৰে হ'ল। জননীবিহীন এমা-ডিমা ল'ৰা-ছোৱালীকেইটিক যেনিবা বৰজী-জোৱাইয়ে চোৱা-চিতা কৰি থাকিল। বৰুৱা ক'লৈ গ'ল, কি কৰিছেগৈ, আমিও পাহৰাৰ দৰে হৈ পৰিলোঁ।'
(বিপিন বৰগোঁহাই)

ক'লৈ গ'ল?

অসহ্য অন্তৰভঙা মনোকষ্টত জঠৰ হৈ ৰাধাগোবিন্দ নিমাত হৈ পৰিলনেকি? অদ্ভুত সপোন দেখা এই মানুহজনৰ ব্যক্তিগত ট্ৰেজেডী সবাতোকৈ ডাঙৰ হৈ দেখা দিলেনেকি?

ৰাধাগোবিন্দই তেতিয়া আৰু এক দুৰ্গম পথত খোজ পেলাইছে।
দুৰ্জ্জেয় সাহস বুকুত বান্ধি অকলশৰে আগবাঢ়িছে।
কিন্তু ক'লৈ?

পটভূমিৰো সলনি হৈছে তেতিয়া। জীৱন ৰথৰ চকৰী এইবাৰ থমকি ৰ'লহি অন্য এঠাইত।



গুৱাহাটী।

অসমৰ শিল্প-সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ। নতুন সপোন দেখি সেই সপোন সফল কৰাৰ, প্ৰতিষ্ঠা লভাৰ পীঠস্থান গুৱাহাটী। বহু কামৰ অভাৱত তেতিয়াও অনুন্নত, কিন্তু স্বমহিমাৰে মহিমামণ্ডিত।

দূৰদৰ্শী ৰাধাগোবিন্দই প্ৰথম খোজটোৰে ভুল ঠাইত পেলোৱা নাছিল।

ৰাধাগোবিন্দই জানিছিল যে দৈনিক ইংৰাজী কাকত এখনৰ বাবে ডিব্ৰুগড় নিৰাপদ ঠাই নহয়। গুৱাহাটী হ'ব আদৰ্শ ঠাই।

অসমত বাতৰি কাকত চলাটোৱে য'ত সমস্যা, সেই ঠাইত দৈনিক ইংৰাজী কাকত এখনৰ কল্পনাও আকাশকুসুম যেন লাগে। দৈনিক

অসমীয়া কাকত তেতিয়া এখন আছিল ঠিকেই কিন্তু ইংৰাজী দৈনিকৰ কথা তেতিয়ালৈ কোনোৱে ভবা নাছিল।

সাপ্তাহিক 'আসাম ট্ৰিবিউন'ৰ চাৰ্কুলেশ্যন তথা গ্ৰাহক সংখ্যা বৃদ্ধি পাইছিল। বিজ্ঞাপনৰ পৰিমাণো ক্ৰমাগত উৰ্দ্ধমুখী হৈছিল। ৰাধাগোবিন্দই উপযুক্ত সময়ৰ সন্ধানত আছিল।

ইফালে সম্পাদক ফুকনেও বিষাদ মনেৰে কৈ উঠে যে দৈনিক ইংৰাজী কাকত এৰি আহি তেওঁ ভাল নকৰিলে। ব্যক্তিগত আৰ্থিক ক্ষতিৰ কথা-টোও আছিল। যৎসামান্য দৰ্মহা তেতিয়া তেওঁক দিয়া হৈছিল।

এনে হতাশাক প্ৰশ্ৰয় দিয়া মানুহেই নহয় ৰাধাগোবিন্দ। কলিকতীয়া দৈনিক ইংৰাজী কাকত লুটিয়াই বগৰাই চাই চাই তেঁৱো ভাবে তেনে এখন কাকতৰ সপোন। আৰু এদিন দৃঢ়মনা ৰাধাগোবিন্দই সম্পাদক ফুকনক ক'লেই যে 'দৈনিক কৰিমে'ই।

প্ৰথম কথা হ'ল মাটিৰ। গুৱাহাটীত এটুকুৰা ভাল মাটি তৎক্ষণাৎ পাই উঠাতো সহজসাধ্য নাছিল।

সাপ্তাহিক আসাম ট্ৰিবিউনতে বিজ্ঞাপন দিয়ালে যে গুৱাহাটীত প্ৰেছ এটা খুলিবলৈ মাটি লাগে।

এনেতে তেওঁ গম পালে যে বিষ্ণুৰাম মেধিৰ প্ৰায় ১১ বিঘামান মাটি আছে। খবৰ পাই গুচি আহিল। মাটিখিনি চালে। পচন্দ নহ'ল।

ৰবীন খাউণ্ডৰ ঘৰে-মাটিয়ে এটুকুৰা আছিল। তেওঁ সেইখিনিকে লবলৈ ক'লে। ৰাধাগোবিন্দই চালে। ত্ৰিশ হেজাৰত আটাইখিনিয়ে দিব খুজিছিল।

এইবাৰো পচন্দ নহ'ল।

উপায়হীন হৈ তেওঁ ওচৰ চাপিল বহু মাটিৰ অধিকাৰী উজান বজাৰৰ কুমুদেশ্বৰ গোস্বামীৰ। তেওঁৰ মাটি এটুকুৰা আছিল তেতিয়াৰ



শিলপুখুৰীৰ নিউ প্ৰেছ্‌ৰ (বৰ্তমান হেমকোষ প্ৰিণ্টাৰ্ছ) ওচৰত। ৰাধা-গোবিন্দ তেতিয়া গুৱাহাটীত ভিনিহীয়েক গুৰুপ্ৰসাদ বৰুৱাৰ স'তে থাকে। তেওঁ গুৱাহাটীত জনাজাত জন্ চাহাব নামেৰে। পুলিচৰ চাকৰি কৰিছিল। ৰাধাগোবিন্দৰ হৈ ভিনিহীয়েকে ওকালতি কৰিলে।

মাটি টুকুৰা দিবলৈ সন্মত হ'ল। দহ হেজাৰ টকাত মাটি বন্দৱস্তও হ'ল। কিন্তু মণ্ডল আদি লৈ মাটিখিনি জোখ-মাপ কৰাৰ সময়ত কিছুমান কথা ৰাধাগোবিন্দই ভাল নাপালে। বায়েকৰ পৰা খুজি পাঁচ হেজাৰ টকাও লৈ গৈছিল। কিন্তু এবাৰ যেতিয়া মনে ধৰিলে যে গণ্ডগোল হব, বাদ দিলে।

ক'লে : আপুনি এনেয়ে দিলেও মোক মাটি নালাগে। আপোনাৰ স'তে মোৰ ৰাহি জোৰা নাহিল।

ৰাধাগোবিন্দই আকৌ নিউ প্ৰেছ্‌ৰ ওচৰতে মাটি টুকুৰা হ'লে, 'তেৱেঁা মোক সহায় কৰিব পাৰিব, ময়ো সহায় কৰিব পাৰিম' বুলি ভাবিছিল।

মাটিৰ সন্ধান চলি থাকিল।

তেনেতে খবৰ পালে বৰ্তমানৰ ট্ৰিবিউনৰ প্ৰেছ্‌ৰ মাটি টুকুৰা। এয়া মোহিনী গোস্বামীৰ সম্পত্তি আছিল। যুদ্ধৰ সময়ত মিলিটেৰীয়ে ভাড়া লৈছিল। ঘৰে-মাটিয়ে চাই ৰাধাগোবিন্দৰ পচন্দ হ'ল। দুটা কথা ভাবিলে। চহৰৰ পৰা অলপ আওহতীয়া ঠাইত, ঠাইখিনি নিৰিবিলি। ইচ্ছানুসৰি আহল-বহল কৰাৰ সুবিধা আছে।

যুদ্ধ তেতিয়া ভাঙিছে। কিন্তু ঘৰ তেতিয়াও মিলিটেৰীৰ অধীনত। মোহিনী গোস্বামীয়ে ক'লে যে যদিহে তেওঁ মিলিটেৰীৰ উৰ্দ্ধতম বিষয়াৰ পৰা মুকলি কৰাৰ অনুমতি লৈ দিব পাৰে, তেন্তে ঘৰটো তেওঁক দিয়াত আপত্তি নাই।

আকৌ এডাল হেঙাৰ।

কথাটো ভিনিহীয়েকক ক'লে। এতিয়াৰ পাণবজাৰ অভাৱ খ্ৰীজৰ ওচৰত থকা কটন কলেজিয়েট স্কুলৰ ব'ৰ্ডিঙটো তেতিয়া মিলিটেৰী হস্পিতাল আৰু অফিচ আছিল। তালৈ গ'ল। গ'লে কি হব? সোমাবলৈ নিদিয়ে। গেটত ৰাইফলধাৰী চিপাহী।

প্ৰমাদ গণিলে ৰাধাগোবিন্দই। অৱসৰপ্ৰাপ্ত পুলিচ বিষয়া ভিনিহীয়েকক ক'লে সহায় কৰিবলৈ। কি সহায়? পুৰণি পুলিচী সাজ এযোৰ পিন্ধি তেওঁৰ স'তে যাব লাগে।

দুয়ো গ'ল। দৰবে কাম দিলে। আগে আগে জন চাহাব। পাছে পাছে ৰাধাগোবিন্দ।

গেটত থকা পহৰাদাৰে চালাম থুকি গেট খুলি দিলে। দুয়ো সোমাই গ'ল। ভাৰপ্ৰাপ্ত সামৰিক বিষয়াক তেওঁলোকে কথাটো ক'লে। ক'লে যে যদি একো অসুবিধা নহয় সেইটো ঘৰ লাগে। বিষয়াগৰাকীয়ে ফাইল আদি চাই ক'লে যে সেইটো বিভাগ অৰ্থাৎ যিটোৱে ঘৰটো অধিকাৰ কৰি থৈছে সেইটো লক্ষ্ণৌৰ অধীনত। বিভাগীয় ঠিকনা-পত্ৰ বিষয়াজনে দিলে।

সামৰিক বিষয়াগৰাকীয়ে ক'লে যে যাৰ ঘৰ তেওঁ সেই ঘৰটো লাগে বুলি আবেদন কৰিব লাগিব। আৰু তেৱেঁা তেওঁৰ ফালৰ পৰা যি কৰিব পাৰোঁ কৰিম বুলি ক'লে।

মোহিনী গোস্বামীকো কোৱা হ'ল যে উক্ত ঠিকনাত ঘৰটোৰ পজেশ্যন বিচাৰি লক্ষ্ণৌলৈ চিঠি এখন দিবলৈ।

দুমাহমানৰ পিছত মোহিনী গোস্বামীৰ পৰা টেলিগ্ৰাম এখন পালে যে ঘৰটো মুকলি কৰি দিবলৈ সামৰিক কতৃপক্ষ সন্মত হৈছে। টেলিগ্ৰামতে তেওঁক মাতি পঠিয়াইছে।

আনন্দত জপিয়াই উঠিল ৰাধাগোবিন্দ।



প্ৰেছৰ ঘৰ হোৱাৰ প্ৰস্তুতি। মাটি বাৰু লাহে লাহে হব। লগে লগে টিকট গুৱাহাটীলৈ। ৰাধাগোবিন্দৰ বৰ্ণনাত :

'থাৰ্ড ক্লাছত আহিছোঁ। লগত আকৌ এটা দাৰোৱান লৈ আহিছো।'

দাৰোৱান অৰ্থাৎ যমুনা সিং। যিজনে গুৱাহাটীত আসাম ট্ৰিবিউন প্ৰেছৰ প্ৰাথমিক সকলো কামতে অংশগ্ৰহণ কৰি, যাবতীয় তত্ত্বাৱধান আৰু নিৰাপত্তাৰ দিশটোলৈ চকু দিছিল।

মিলিটেৰীৰ অধিকাৰত থাকোঁতে সেই ঘৰৰ ভাৰা কি আছিল বা কি ব্যৱস্থা আছিল সেইটো ৰাধাগোবিন্দৰ মূৰৰ বিষ নাছিল। এতিয়া নতুন ব্যৱস্থা হব লাগিব।

মোহিনী গোস্বামীয়ে ক'লে : মাহে ভাড়া তিনিশ টকা।

ৰাধাগোবিন্দ সন্মত হ'ল।

দুচকুত নতুন দৈনিক কাকতৰ সপোন। টকাৰ প্ৰশ্ন ডাঙৰ নহয়।

তাৰপিছত যিডাল নেজ লগালে, ৰাধাগোবিন্দ থমকি ৰ'ল। ক'লে : তিনিশ টকা ভাড়া, পাঁচ বছৰলৈ। অৰ্থাৎ পাঁচ বছৰলৈহে ঘৰটো ভাৰা দিব। তাৰপিছত ?

প্ৰমাদ গণিলে ৰাধাগোবিন্দই। তেওঁৰ নিজৰ বৰ্ণনাত :

'মনটো বেয়া লাগি গ'ল। নহবই নেকি ? মই ভাবিলোঁ দৈনিক কাকত এখনৰ মেচিন-পত্ৰই ইমানবোৰ বয়বস্তু লৈ পাতি-মেলি আকৌ পাঁচ বছৰৰ পিছত এটা অনিশ্চয়তাৰ সন্মুখীন হব লাগিব। কথাটো ভাল নালাগিল। ভাবি আছোঁ, কি কৰা যায় ? '

সমাধান ভাবি উলিয়াইছিল।

ভিনিহীয়েকক ৰাতিপুৱা ক'লে : আপুনি গোস্বামীৰ ওচৰলৈ যাওক। মই ঘৰে-মাটিয়ে কিনি ল'ম।

স্বাভাৱিকতে ভিনিহীয়েক স্তম্ভিত হৈছিল।

তথাপি ৰাধাগোবিন্দৰ চাৰিত্রিক বৈশিষ্ট্য জানে বাবেই সুধিছিল : টকা কিমান দিবি।

ৰাধাগোবিন্দৰ উত্তৰ : যিমান লাগে।

ভিনিহীয়েক : টকা আছে?

ৰাধাগোবিন্দই ধেমালি কৰি ক'লে : হ'ব দিয়কছোন, চোৰ-তোৰ কৰি আনিম আৰু।

মোহিনী গোস্বামীৰ ওচৰ চাপিল ভিনিহীয়েক। ক'লে, ঘৰ আৰু মাটি দুয়োটা দিবলৈ। মিলিটেৰীৰ পৰা ভাৰা ১৭০ নে কিবা এটাহে পাইছিল। এতিয়া যিহেতু প্রেছ খুলিব, একো অসুবিধা নোহোৱাকৈ সেই সম্পত্তি বিক্রি দিবলৈ অনুৰোধ কৰিলে।

গোস্বামীয়ে প্রথমে কথাষাৰত বৰ গুৰুত্ব দিয়া নাছিল। মন জুখি চাবলৈকে সম্ভৱতঃ সুধিলে : কিমান দিব?

প্রয়োজনীয় সামগ্রী আৰু সময়ৰ মূল্য বুজা ৰাধাগোবিন্দই এই যোগাযোগ কৰিবলৈ যোৱাৰ আগতেই ভিনিহীয়েকক গ্রীণ ছিগনেল দি থৈছিল : যিমান লাগে।

গুৰুপ্রসাদ বৰুৱাই ক'লে : বিশ হেজাৰ?

মোহিনী গোস্বামী মৌন।

: পচিশ হেজাৰ?

এইবাৰো নিমাত।

: ত্রিশ হেজাৰ?

সম্ভৱতঃ মাটি-ঘৰৰ মালিকে মূৰ তুলিছিল।

ক'লে : পয়ত্রিশ হেজাৰ?

সন্মত হৈ গ'ল।



ৰাধাগোবিন্দক যেতিয়া আহি ক'লেহি, তেওঁ ক'লে : 'দিম বলক।' লগে লগে পাঁচ হেজাৰ টকা এডভান্স হিচাপে মোহিনী গোস্বামীক দিলেই। বাকীখিনি দি ৰেজিষ্ট্ৰী কৰাৰ কথা হ'ল। কিন্তু তাৰ আগতে মাটি-ঘৰ বিক্ৰী কৰিম বুলি আৰু তাৰ বাবদ পাঁচ হেজাৰ টকা আগধন লোৱা বুলি লিখাই ল'লে। লিখাখনত শ্ৰীমতী গোস্বামীকো সাক্ষী হিচাপে চহী ল'লে।

বাকী পচিশ হেজাৰ ক'ত পায় ?

তেতিয়াৰ কুমিলা ইউনিয়ন বেঙ্কৰ (এতিয়া ইউনাইটেড্ বেঙ্ক অব্ ইণ্ডিয়াৰ স'তে একীভূত হৈছে) ডিব্ৰুগড়ৰ এজেণ্টজনৰ ওচৰ চাপিল। ৰাধাগোবিন্দৰ এজেণ্টৰ স'তে বৰ ভাল। বৰুৱা প্ৰেছৰ টকা তেতিয়া তাৰেপৰা লেন-দেন হয়। প্ৰেছৰ ৩০।৪০ হেজাৰ টকা জমা থাকেই।

তেওঁৰ নতুন আঁচনিৰ কথা ক'লে। স্বাধীনভাৱে কৰিব খোজা এই প্ৰচেষ্টাত তেওঁ বেঙ্কৰ সহায়-সহযোগ বিচাৰিলে। বেঙ্কে সুধিলে : চিকিউৰিটী কি ?

চিকিউৰিটী একো নাই। ইঞ্চিওৰেন্স পলিচী। ডিব্ৰুগড়ৰ অকণমান মাটি। এজেণ্টজনে ৰাধাগোবিন্দকে সুধিলে : পইচাখিনি দিলে কিমান দিনত ঘূৰাই দিব ?

তেওঁ দুই-তিনিমাহত দিম বুলি ক'লে।

এজেণ্ট সন্মত হ'ল পইচা দিবলৈ। ৰাধাগোবিন্দৰ নিজৰ বৰ্ণনাতে : 'মানুহজন বৰ সাহসী আছিল।'

পইচা দিলে। পইচা লৈ গুৱাহাটী পালেহি।

এইবাৰ ওলাল উকীলৰ সন্ধানত। নতুন ঠাই। চিনা-পৰিচয় নাই। কেছাৰী ঘৰলৈ ওলাই খা-খবৰ কৰি পালে এজনক। নাম হলিৰাম বৰা।

ৰাধাগোবিন্দই লগ ধৰিলে। ক'লে: মই মাটি এটুকুৰা কিনিছোঁ। ডকুমেণ্ট এখন কৰি দিব লাগে। বৰা উকীলে ক'লে: মই এইবোৰ নকৰোঁ, সৰু উকীলৰ ওচৰলৈ যাওক। মোক বহুত ফীজ লাগিব।

ৰাধাগোবিন্দ: কিমান ফীজ লাগিব?

উকীলে ক'লে: এশ টকা লাগিব।

ৰাধাগোবিন্দই ক'লে মই দুশ টকা দিম। কিন্তু কোনো খুঁত নথকাকৈ, ডকুমেণ্টখন কৰি দিব লাগে।

ডকুমেণ্ট আদি লৈ সেইদিনাখনেই বাকী টকা দি মাটিখিনি ৰেজিষ্ট্ৰী কৰি পেলোৱা হ'ল। দিনটো ভাত-পানী খোৱা নহ'ল। সকলো কাম হৈ যোৱাৰ পিছত সন্ধিয়া ঘৰ সোমাইছে, তেতিয়া তেওঁৰ নিজৰ ভাষাত:

'মনটো বৰ শান্তি লাগিছিল।'

লাগিবই।

এয়া যে তেওঁৰ জীৱনৰ মোহনীয় স্বপ্ন সফল কৰাৰ প্ৰথম লাইখুটা। মাটিখিনি কিনা হয় ১৯৪৬ চনৰ জানুৱাৰী মাহত।

এতিয়া আৰম্ভ হ'ল, ঘৰটোৰ মেৰামতি আৰু প্ৰেছৰ উপযোগীকৈ আহল-বহল কৰাৰ ব্যৱস্থা গ্ৰহণ। গুৱাহাটীৰ স্থানীয় বিল্ডিং কণ্ট্ৰাক্টৰ এজনক সেইটো কাম 40 হেজাৰ টকাত দায়িত্ব দিয়া হ'ল।

তেতিয়া বৰুৱা প্ৰেছ চলি আছে। সাপ্তাহিক আসাম ট্ৰিবিউন ওলাই আছে। ৰাধাগোবিন্দই স্বাভাৱিকতে ডিব্ৰুগড়-গুৱাহাটী কৰি থাকিবলগীয়া হৈছিল। ইতিমধ্যে কলিকতাত মেচিন-পত্ৰৰ অৰ্ডাৰ দিয়া হৈছিল। সেইবোৰো এপদ এপদকৈ আহিছিল। সেইবোৰ অনা চোৱা-মেলা কৰা, ক'ৰবাত ভঙা-ছিঙা পালে আকৌ লিখা মেলা ইত্যাদি কাম চলি আছিল।

সমস্যাটো হৈছিল টকা-পইচাৰ।



বহু হেজাৰ টকাৰ প্ৰয়োজন তেতিয়াও।

সেই সময়তে কোনোবা এটা বেঙ্কৰ এজেণ্টে তেওঁৰ আঁচনি শুনি বেঙ্কৰ ল'ন দিয়াৰ প্ৰতিশ্ৰুতি দিলে। ৰাধাগোবিন্দইও তেওঁৰ মাটি, ইঞ্চিওৰেন্স পলিচী আৰু কিনি অনা মেচিনসমূহৰ ইনভয়েচ আদিৰে প্ৰায় ৮০ হেজাৰ টকা বিচাৰিলে। এদিন দুদিনকৈ বহুদিন এজেণ্টজনে ঘূৰালে। পইচা নিদিলে। নিৰাশ হৈ আটাইখিনি ডকুমেণ্ট তেওঁ লৈ আহিল।

তেতিয়া আকৌ তেওঁৰ সম্পৰ্কীয় আৰু বন্ধু হৰেন শৰ্মাৰ যোগেদি কুমিল্লা ইউনিয়ন বেঙ্কৰ ওচৰ চাপিল। বেঙ্কৰ এজেণ্ট এছ পি দত্ত। ৰাধাগোবিন্দৰ সম্পূৰ্ণ আঁচনি শুনিলে। এইবাৰ আকৌ তেওঁ এটা কাম কৰিছিল। গোটেই কামটোৰ বিষয়ে খুতি-নাটি বৰ্ণনা প্ৰয়োজনীয় পইচাৰ সংখ্যা আদি দি এটা প্ৰজেক্ট ৰিপ'ৰ্ট কৰি লৈ গৈছিল।

এজেণ্ট সন্তুষ্ট হ'ল। কিমান পইচাৰ প্ৰয়োজন সুধিলত ৮০ হেজাৰ বুলি ক'লে। এজেণ্টে ক'লে: দৈনিক কাকত ক'ত ৮০ হেজাৰত হব। একলাখ লৈ যাওক, মই ভাবোঁ আৰু লাগিবহে।

ভুল কোৱা নাছিল।

হাতীৰ সমান খৰচ। গৈ গৈ দেখিলে প্ৰায় ৬০ হেজাৰমান টকা অ'ভাৰ ড্ৰাফটেই হৈছে। আকৌ বেঙ্কৰ ওচৰ চাপিল।

এইবাৰ আকৌ নতুন নতুন ডকুমেণ্ট কৰি বেঙ্কে মুঠতে তিনি লাখ টকাৰ ল'ন মঞ্জুৰ কৰিলে। ইয়াৰ এটা ল'ন একাউণ্ট, আনটো কাগজৰ একাউণ্টত।

চান্দমাৰীৰ যি ঠাইত এতিয়া আসাম ট্ৰিবিউন প্ৰতিষ্ঠানটো আছে, সেই ঠাইখিনি ১৯৪৬ চনত হাবি-বননিৰে ভৰপুৰ। ৰাধাগোবিন্দ ডিব্ৰুগড়ৰ পৰা আহি উজান বজাৰৰ ভিনিহীয়েকৰ ঘৰত থাকে। তাৰেপৰা কেতিয়াবা খোজ কাঢ়ি, কেতিয়াবা বাইচাইকেলত আহে। ডিব্ৰুগড়ৰ

পৰা লৈ অহা দাৰোৱান যমুনা সিং ঘৰ সজা ঠাইতে থাকিছিল। সেই ঠাই তেতিয়া কোনো দিশৰ পৰা নিৰাপদ নাছিল। এদিন হেনো নিশা উভতি যাওঁতে শৰণীয়া পাহাৰ তলীৰ পৰা অহা বাঘ এটিৰো সম্মুখীন হব-লগীয়া হৈছিল। ওচৰৰ মানুহে সেইদিনা ৰাধাগোবিন্দক উজান বজাৰৰ ঘৰলৈ উভতি যাবলৈ নিদি চান্দমাৰীতে থাকিবলৈ ক'লে। থাকিলে খাটিয়া এখনত শুই। খালে মুড়ি চাহ। সেই অঞ্চলত তেতিয়া ইলেক্-ট্ৰিচিটি নাছিল। মহৰ অবাধ ৰাজত্ব।

ঘৰ-দুৱাৰ সজা কাম হৈ গ'ল।

মোহিনী গোস্বামীৰ পুৰণি ঘৰৰ বাথৰুম দুটা ৰূপান্তৰিত কৰা হ'ল দুটা সৰু ৰুমলৈ। পিজন হ'লৰ দৰে। তাৰে এটাত বহিবলৈ দিয়া হ'ল অসমৰ প্ৰথম ইংৰাজী দৈনিক কাকতৰ সম্পাদক লক্ষ্মীনাথ ফুকনক।

আনটোত স্বয়ং ৰাধাগোবিন্দ বৰুৱা।

কলিকতাৰ পৰা বিভিন্ন ধৰণৰ টাইপ আহিল। সেইবোৰ ভাগে ভাগে ডিষ্ট্ৰিবিউট কৰিবলৈ ডিব্ৰুগড়ৰেপৰা আগতীয়াকৈ তিনিজন কম্প'জিটৰক পঠিয়াই দিছিল। কম্প'জিটৰ তিনিজন আছিল : কুঞ্জলাল থাপা, ৰাজেন সোণোৱাল আৰু ভীম চেতিয়া। তেওঁলোকে ওচৰতে সজা কোৱাৰ্টাৰত থাকে। নিজে ৰান্ধি-বাঢ়ি খায়। আৰু তেতিয়া ভাবে ইমানবোৰ বিভিন্ন ধৰণৰ টাইপ। 'বৰবাবু'ৱেনো কি কৰিব খুজিছে ?

দৈনিক কাকত কেনেকৈ হয়, কি হয়, কাৰো অভিজ্ঞতা নাই। যিজনে কাকত প্ৰতিষ্ঠা কৰিবলৈ গৈছে তেৱোঁ প্ৰায় নতুন।

কিন্তু কাম আগবাঢ়িল।

ঘৰ-দুৱাৰ ঠিক হ'ল। মেচিন-পত্ৰ ঠিক হ'ল। মেচিন অনাত যোগাযোগ কৰি দিছিল কলিকতাৰ সুশীল চক্ৰবৰ্তীয়ে। সেইবোৰৰ মাজতো বহু



বেমেজালিয়ে দেখা দিছিল। যেনে পুৰণি, অতি পুৰণি মডেল টু দুটা লাইনো মেচিন অনাইছিল। সেইসময়ত একেখন ফাৰ্মৰপৰা কিনা কোনোবা যাদৱপুৰৰ পাৰ্টি এটাৰ লগত সেই মেচিনৰ সম্ভৱতঃ সাল-সলনি হ'ল। ইয়ালৈ অহা মেচিনৰ বহু পাৰ্টচ বেয়া ওলাল। তেতিয়া আকৌ ষ্টেটচমেন কাকতৰ মেকানিক অনাই সেইবোৰ সলাই লোৱা হ'ল।

দৈনিক কাকতৰ কম্প'জিটৰ বহু লাগে। সেইসময়ত বৰুৱা প্ৰেছ চলি আছে। গতিকে তাৰেপৰা সংখ্যালঘিষ্ঠ কেইজনমানহে অনাব পাৰিলে। স্থানীয়ভাৱে প্ৰেছৰ সংখ্যাও নগণ্য। যি আছে তাৰেই তেওঁলোক কোনো-মতে চলে। গতিকে ৰাধাগোবিন্দ আকৌ তেওঁৰ বন্ধু নিধামৰ ওচৰ চাপিল। তেওঁ শ্বিলঙৰ পৰা কেইজনমান খাছীয়া কম্প'জিটৰ অনাই দিলে। ছিলেটলৈ মানুহ পঠিয়াই তাৰেপৰা কেইজনমান সংগ্ৰহ কৰালে।

ছপা কৰিবলৈ মেচিন এটা। ডাবল ক্ৰাউন ছাইজৰ। নাম ক্ৰুকছেল। এনেদৰে মঞ্চসজ্জা প্ৰায় সাজু। কেৱল আঁৰকাপোৰ দঙাৰ অপেক্ষাত। এই সময়তে অন্য এটা চিন্তাই ৰাধাগোবিন্দক ভৰাই তুলিলে।

সাপ্তাহিক যিখন আসাম ট্ৰিবিউন ডিব্ৰুগড়ৰপৰা ওলাই আছিল, সেইখন এসপ্তাহ দুসপ্তাহ বন্ধ কৰি, কাকতত জাননী দি তাৰ পিছত গুৱাহাটীৰপৰা প্ৰকাশ কৰিব নে এসপ্তাহো বন্ধ নাৰাখি পৰৱৰ্তী সংখ্যা নিৰ্দিষ্ট তাৰিখত গুৱাহাটীৰ ডেট্‌ লাইনত, গুৱাহাটীৰ পৰা প্ৰকাশ কৰিব ?

এই ক্ষেত্ৰতো তেওঁ আকৌ দুঃসাহসিক কামৰ নিদৰ্শন ৰাখিলে।

ৰাধাগোবিন্দই স্থিৰ কৰিলে যে, এটা সংখ্যাও কাকত বন্ধ নকৰাকৈ 'দি আসাম ট্ৰিবিউন' সাপ্তাহিক গুৱাহাটীৰপৰা প্ৰকাশ কৰিব। ইয়াৰে-পৰা কেইটামান সংখ্যা সাপ্তাহিকখন প্ৰকাশ কৰি তাৰপিছত তেওঁ মোহনীয় সপোন 'দৈনিক' কাকতলৈ ৰূপান্তৰত জপিয়াই পৰিব।

ডিব্রুগড়ৰপৰা গুৱাহাটীৰ দূৰত্ব চকু মুদি ভাবিবলগীয়া। তেতিয়াৰ দিনত আলি-পদূলিও তথৈবচ। তথাপি ভবামতে কাম।

এই ক্ষেত্ৰতো ৰাধাগোবিন্দই তেওঁৰ দূৰদৃষ্টি আৰু কল্পনা শক্তিৰ পৰিচয় দিছিল। কেনেকৈ? পৰবৰ্তী সংখ্যাৰ সৰহভাগ কম্প'জিঙৰ কাম আগতীয়াকৈ ডিব্রুগড়তে কৰি একেবাৰে মেকআপ মেটাৰ একেৰাতিয়ে ট্ৰাকেৰে কঢ়িয়াই আনিছিল। লগে লগে আহিছিল প্ৰয়োজনীয় অন্যান্য সামগ্ৰী।

ফলস্বৰূপে ১৯৪৬ চনৰ ৭ আগষ্টত ইংৰাজী সাপ্তাহিক আসাম ট্ৰিবিউনখন ডিব্রুগড়ৰপৰা প্ৰকাশ পায়।

তাৰপিছৰ সংখ্যা অৰ্থাৎ ১৯৪৬ চনৰ ১৪ আগষ্টৰ সংখ্যা সাপ্তাহিক ট্ৰিবিউন প্ৰকাশ পায় গুৱাহাটীৰপৰা।

এটা সপ্তাহো বন্ধ নৰখাকৈ ডিব্রুগড়ৰপৰা গুৱাহাটীত কাকত এখন প্ৰকাশ কৰাৰ এই অভিনৱ পৰিকল্পনা ৰাধাগোবিন্দৰ। এয়ে হয়তো গুৱাহাটীকো প্ৰথম চমক খুৱাইছিল। কাৰণ তেতিয়াই ট্ৰিবিউনৰ অস্তিত্বক সদৰী কৰিবলৈ তেওঁ যত্নৰ ত্ৰুটি কৰা নাছিল।

কোনোৱে ভাবিব পৰা নাছিল যে ৰাধাগোবিন্দ বৰুৱাই গুৱাহাটীত সেয়া প্ৰথম চমকহে আছিল। আৰু বহু বাকী আছিল।

দৈনিক আসাম ট্ৰিবিউন উলিওৱাৰ পৰিকল্পনাৰে গুৱাহাটীলৈ আহোঁতে ৰাধাগোবিন্দই বৰুৱা প্ৰেছ আৰু তাৰেপৰা প্ৰকাশিত কাকতখনৰ পাৰ্টনাৰ-শ্বিপ ডীল নোহোৱা কৰে। অংশীদাৰকেইজনৰ শ্বেয়াৰখিনি কিনি লয়। আৰু ভাবি লৈছিল, দল বান্ধি যুঁজাতকৈ অকলেই যুঁজিম।

যুঁজিলে। সৰহ দিন আৰু নালাগিল।

১৯৪৬ চনৰ ৩০ ছেপ্টেম্বৰত 'দি আসাম ট্ৰিবিউন' গুৱাহাটীৰ পৰা দৈনিক হিচাপে প্ৰকাশ পায়।

সেয়া এক অনুভৱৰ অতীত আনন্দ।



তেওঁৰ নিজস্ব বৰ্ণনাত : 'ওলোৱাৰ আগদিনা ওৰে ৰাতি মই প্ৰেছত আছিলোঁ। প্ৰুফ আদিও মই চাইছিলোঁ। মেচিনৰ পৰা ওলোৱা কাকতখিলা বাৰে বাৰে চোৱাৰ লোভ হয়। কাগজখন লৈ যেতিয়া ওলাইছিলোঁ, প্ৰেছতে কঢ়া-আজোৰা লাগিছিল।'

১৯৪৬ চনৰ ৩০ ছেপ্টেম্বৰ অসমৰ সংবাদ পত্ৰৰ ইতিহাসত এটি সোণালী দিন। কাৰণ সেইখনেই আছিল অসমৰ সৰ্ব প্ৰথম দৈনিক। উত্তেজনা সকলোতে।

যোৰহাটলৈ বুলি পঠিয়াবলৈ নিয়া প্ৰথম কাকতৰ পেকেটটো গুৱাহাটী ষ্টেচনতে কঢ়া-আজোৰা লাগে। টোপোলা যোৰহাট নাপালেগৈ।

তাৰ মাজতো আনন্দ আছিল। কাৰণ সেয়া আছিল এটি মৰসাহৰ পৰিণতি।

এজনৰ বৰ্ণনাত :

'আসাম ট্ৰিবিউন দৈনিক কৰি উলিওৱাৰ কাৰণে নিজৰ মৰসাহ বৰ্ণাই বৰুৱাই এদিন কৈছিল : ডিব্ৰুগড়ৰপৰা গুৱাহাটীলৈ ট্ৰেনত আহি আছো। হাতত এজনৰপৰা ধাৰ কৰি অনা দহ হেজাৰ টকাৰ এখন চেক। কেৱল ভাবি আহিছো, সকলো বন্ধু-বান্ধৱে কোৱাদি দৈনিক আসাম ট্ৰিবিউনত এই দহ হেজাৰ টকা প্ৰথম দহদিনত খৰচ হোৱাৰ পিছত কি কৰিম? মানুহজনক কেনেকৈ ঘূৰাই দিম? আকৌ মনতে ভাবিছোঁ, ওপজাৰ দিনাও এই জীৱনৰ সকলো যোগাৰ ঠিক কৰি ওপজা নাছিলো। ওপজাৰ পিছত পৃথিৱীৰ বায়ু-পানীৰ লগত হাত মিলাই জীয়াই আছো। কাম কৰিছোঁ। দৈনিক আসাম ট্ৰিবিউন ওলোৱাৰ পিছত কিয় তেন্তে সেই কাকত জীয়াই ৰখাৰ ব্যৱস্থা অৱস্থা চাই কৰিব নোৱাৰিম?' (পদ্ম বৰকটকী)।

এই 'জীয়াই ৰখাৰ ব্যৱস্থা' বৰ সহজ নাছিল।

আৰ্থিক সমস্যাৰ উপৰিও অভাৱ আছিল প্ৰকৃত অৰ্থত সাংবাদিকতাৰ কাম জনা অভিজ্ঞ মানুহ, বাতৰি যোগনীয়াৰ, কাকতৰ এজেণ্ট স্থিৰ কৰি সেইমতে কাকত বিতৰণ, বিজ্ঞাপন সংগ্ৰহ ইত্যাদি। অসমৰ যোগাযোগ ব্যৱস্থা বৰ বেয়া আছিল। গতিকে দৈনিক কাকত এখন নিৰ্দিষ্ট দিনাই লক্ষ্যস্থান খুব কম ঠাইতহে পাইছিল। বাকীবোৰ ঠাইলৈ পঠিওৱা কাকত আদি যাতে আৰু পলম নহয় তাৰ প্ৰতি সজাগ দৃষ্টি ৰখাটো।

ৰাধাগোবিন্দৰ বাবে কৰিবলগীয়া কামৰ ফলাফল নোচোৱাকৈ কৰাৰ আনন্দ সবাতোকৈ ডাঙৰ কথা। দৈনিক আসাম ট্ৰিবিউনৰ ক্ষেত্ৰতো সেইটোৱে হৈছিল। এই কাকতৰ জন্মৰেপৰা জড়িত আৰু কাকতৰ বৰ্তমান প্ৰিণ্টাৰৰ বৰ্ণনাত :

> 'ট্ৰেইনেৰে আহি যেতিয়া আমি প্ৰেছ্ পালোহি তেতিয়া আমি ঠাইডোখৰ দেখি আচৰিত মানিলোঁ। নিজৰ মাজত আলোচনা কৰিলোঁ যে 'ৰৰবানু'য়েনো এই জংঘলখনত প্ৰেছ্ পাতিব পালেনে? কিন্তু তেওঁৰ দূৰদৰ্শিতাৰ প্ৰমাণ আমি এতিয়াহে অনুভৱ কৰিছোঁ। মানুহজন ইমান পৰিশ্ৰমী আছিল যে আমি আচৰিত মানিছিলোঁ।......যেতিয়া প্ৰেছৰ কাম আৰম্ভ হয়, তেতিয়া তেওঁ দিনে ৰাতিয়ে কঠোৰ পৰিশ্ৰম কৰিছিল। ......তেওঁৰ সাহস আৰু দৃঢ়তাৰ কথা ভাবিলে আচৰিত লাগে। বিশেষকৈ এটা কথা মনত পৰিলে এতিয়াও গাটো শিয়ঁৰি উঠে। ইফালে পিছদিনা কাকতখন ওলাব বুলি প্ৰচাৰ হৈ গ'ল। আনফালে প্ৰেছত নানান যান্ত্ৰিক অসুবিধাৰ বাবে একো হৈ উঠাই নাই। তথাপি মানুহজনে নিৰ্ভীক আৰু সকলোৰে একমাত্ৰ তেওঁৰ প্ৰেৰণাতে গোটেই ৰাতি অতি পৰিশ্ৰম কৰি কাগজখন পিছদিনা সময়মতে উলিয়াব পৰা হৈছিল।' (কুঞ্জলাল থাপা)

সেই সময়ৰ সাধাৰণ অৱস্থা আৰু সংগ্ৰামৰ বিষয়ে এই কাকতৰ স'তে নিবিড়ভাৱে জড়িত এজনে কৈছে :



'বৰ সাধাৰণভাৱে আৰম্ভ হৈছিল। ফ্লেট বেড মেচিনত ছপা হৈছিল আৰু সকলো আছিল হেণ্ড কম্প'জত। মনো, লাইনোৰ তেতিয়া প্ৰচলনেই নাছিল। সম্ভৱতঃ শ্বিলঙৰ গৱৰ্ণমেণ্ট প্ৰেছৰ বাহিৰে। কোন সময়ত কাগজৰ শেষ কপি দিব লাগে বা প্ৰিণ্ট অৰ্ডাৰ দিব লাগে বা ফাইনেল প্ৰুফ চাব লাগে তাৰ কোনো নিৰ্দিষ্ট সময় নাছিল। কেতিয়াবা এনেও হৈছিল যে চহৰৰ আটাইবোৰ যেতিয়া ব্ৰেকফাষ্ট টেবুলত বহে তেতিয়াহে ইয়াৰ ছপা আৰম্ভ হয়। কিন্তু তথাপি আমি গৌৰৱান্বিত। কাৰণ তেওঁলোকে অসমৰ প্ৰথম ইংৰাজী দৈনিক ব্ৰেকফাষ্ট টেবুলত পঢ়িবলৈ পাইছিল। ফাইনেল প্ৰুফ চোৱা আৰু প্ৰিণ্ট অৰ্ডাৰৰ মাজত অকণমান সময় পালে আমি আসাম ট্ৰিবিউনৰ ফাইলটোকে গাৰু কৰি অকমান টোপনি মাৰি লওঁ।......ছপা হৈ আহিলে বৰ শান্তি পাওঁ, কৰা কামৰ পৰিণতিত আত্মতৃপ্তি আছে।

'অসংখ্য ভুল থাকিছিল। কাৰণটো সাধাৰণ। মানুহো বেছি নাছিল, সময়ো সৰহ নাছিল। আকৌ ভুল শুধৰাই কাগজখন দেখি কৰাৰ সাহস ক'ত? আৰু আমাৰ পাঠকসকল। ইমান ধৈৰ্য্যশীল, ইমান ক্ষমাসূচক দৃষ্টিভঙ্গীৰ। ভাবটো এনেকুৱা, 'কোনো কথা নাই, উলিয়াই গৈ থাকা, কেৱল ৰাতিপুৱা সদায় কাকতখন যেন পাওঁ।'

'সম্পাদকীয় বিভাগৰ মানুহ বৰ কম আছিল। অসমীয়া যুৱকসকলে ইমান কম পইচাত ইমান দায়িত্ব লোৱাত আগ্ৰহীও নাছিল। তেওঁলোকক লাগে আলসুৱা চাকৰি। সাত ঘণ্টা কোনোমতে মাখি মাৰি উভতি যোৱা ঘৰলৈ। আমাৰ লগৰ এজন চাব এডিটৰে এদিন ঘড়ীৰ কাটা হাতেৰে ঘূৰাই আগুৱাই থৈছিল। কাৰণ তেওঁ ঘৰলৈ সোনকালে যাব লাগে। ঠগোৱাৰ যে কি সুন্দৰ কৌশল! কিয় যাব লাগে, কলৈ? কাৰণ তেওঁ এখন সাহাৰ্য্যপ্ৰাপ্ত কলেজৰ প্ৰফেচাৰ আছিল, পিছত সেই কলেজৰে অধ্যক্ষ হৈছিল।....

'যি পাঁচ বছৰ মই ডেস্কত কাম কৰিছিলোঁ (ইয়াৰ বাহিঁৰেও মই ৰিপৰ্টিঙৰ কামো কৰিছিলোঁ), মোৰ হিচাপত ৪৭ জন ডেকা গ্ৰেজুৱেট চাকৰিত সোমাই চাকৰি এৰি গুছি গৈছিল। কিছুমানেতো মাত্ৰ কেইদিনমানহে চাকৰি কৰিছিল। চূড়ান্ত উদাহৰণ আছিল এজন ডেকা মানুহৰ যি মাত্ৰ তিনিঘণ্টা চাকৰি কৰিছিল। চাহ খাবলৈ গৈ তেওঁ আৰু উভতি অহা নাছিল। কৈছিল : 'কোনে আপোনাৰ দৰে কাম কৰিব ? এই পইচাত বহু কম কষ্টৰ চাকৰি অসমত আছে। তাৰ উপৰি ইয়াত ভৱিষ্যত কি ?' তেওঁ ভুল কোৱা নাছিল। এতিয়া নেফাত (এতিয়া অৰুণাচলৰ) এজন ডাঙৰ বিষয়া আৰু সম্ভৱতঃ কাকতৰ সম্পাদকতকৈও বেছি দৰমহা পায়। কিন্তু পইচাই জানো সকলো কামৰ মূল সান্ত্বনা ? এই ক্ষীপ্ৰ গতিৰ অহা আৰু যোৱাৰ মাজত আমি ছজনমানে আসাম ট্ৰিবিউনৰ পতাকা উৰুৱাই ৰখাৰ বোজা কঢ়িয়াবলগীয়া হৈছিল। আৰু সম্পাদক স্বৰ্গীয় এল এন ফুকন— কিযে একাগ্ৰ কাম ভালপোৱা মানুহ ! সৰহভাগ সময় তেওঁ অফিচতে কটাইছিল। ৰাতিপুৱাই তেওঁ কাগজখন 'এ'ৰ পৰা 'জেদ' লৈ পঢ়িছিল, পঢ়ি ৰঙা পেন্সিলেৰে ভলবোৰ শুধৰাই দিছিল। সেই কাগজ টেবুলত থৈছিল যাতে পিছদিনা একেই ভুল আমি পুনৰাবৃত্তি নকৰোঁ। ভাল কাম কৰিলে তেওঁ প্ৰশংসা কৰিছিল, ভুল বা বেয়াত তেওঁ অগ্নিশৰ্মা। তেওঁৰ একমাত্ৰ অৱসৰ বিনোদন আছিল মাজে মাজে চিনেমা চোৱা।'

'মোৰ স'তে ফুকনৰ সহজ সম্পৰ্ক গঢ়ি উঠিছিল যে সেইটো নহয়। তেওঁ মোক পাঁচবাৰ চাকৰিৰপৰা খেদাইছিল আৰু মই ছবাৰ পদত্যাগ পত্ৰ দিছিলোঁ। কিন্তু তেওঁ কৈছিল, 'তাক ভৰষা কৰিব পাৰি।' কেতিয়াবা ৰাতি কোনোবা নাইট ডিউটীত থকা ছাব এডিটৰ নাহিলে



তেওঁৰ সেই সৰু ৰুমটোলৈ মাতি নি কৈছিল, 'অমুক নাহে, তুমি ভাত-পানী খাই আহাগৈ। ৰাতি থাকিব লাগিব। তুমি নহালৈ মই আছোঁ।' দিনটো কাম কৰাৰ পিছ'ত আকৌ ৰাতি মই আহিছিলোঁ।' (নৰেশ ৰাজখোৱা)

তাতেই শেষ নহয়। সদা সচেতন ৰাধাগোবিন্দই কেনেদৰে প্ৰেছৰ প্ৰতি সঙ্কেতৰ প্ৰতি সচেতন আছিল, তাৰ প্ৰমাণ :

'এদিনাখনৰ কথা। ফাইনেল প্ৰুফ চাই মই প্ৰিণ্ট অৰ্ডাৰ দিবলৈ ৰৈ আছো। সেই সুবিধাতে অকমান শুই লৈছিলোঁ। প্ৰেছৰ টেলিপ্ৰিণ্টাৰ চলি আছিল। হঠাৎ সেইটোৰ গতি ক্ষীপ্ৰ হ'ল। সতৰ্কবাণী বাজি উঠিল। সেই দুপৰ ৰাতি আৰ জি সোমাই আহিল। সুধিলে টেলি-প্ৰিণ্টাৰৰ কি হৈছে ? মই জপিয়াই উঠি চালোঁ। ক'লোঁ, নিশ্চয় কিবা লাগতীয়াল বাতৰি আহিছে। আৰ জি ফেক্টৰীৰ ভিতৰলৈ গ'ল। মেচিনৰ ছপা কাম বন্ধ কৰিলে। বাতৰিটো আহিল। মহম্মদ আলী জিন্না ঢুকাইছে। আৰ জি অডিটৰ ৰুম আৰু কম্প'জিটৰৰ মাজত ফ'ৰমেনৰ কাম কৰিলে। মই হিন্দুস্থান ইয়েৰ বুক উলিয়াই জিন্নাৰ জীৱনী লিখি অংশ অংশকৈ ভিতৰলৈ পঠিয়ালোঁ। হেডলাইন দিলোঁ। আৰ জি এই কামৰ সকলোসময় বহি থাকিল। কাগজৰ আগৰ মেইন লীড সলনি কৰি জিন্নাৰ মৃত্যু বাতৰি মূল বাতৰি কৰা হ'ল। পিছদিনা ৰাতিপুৱা জিন্নাৰ মৃত্যু বাতৰি প্ৰকাশ কৰা আমাৰখনেই একমাত্ৰ কাকত আছিল।......'

(নৰেশ ৰাজখোৱা)

কি কষ্টৰ আৰু সংগ্ৰামৰ এই সময়। আজিৰ সুপ্ৰতিষ্ঠিত আৰু অতি লোভনীয় কম আয়াসতে দৰ্মহাৰে পৰিপুষ্ট ট্ৰিবিউন প্ৰতিষ্ঠানৰ কৰ্মীবৃন্দৰ স্বত্বাধিকাৰৰ এনে এটা সময় আছিল যেতিয়া ষ্টাফৰ দৰ্মহা তেওঁৰ চিন্তাৰ বিষয় আছিল।

এজনে কৈছে :

'He did not have much money when he launched this bold step. His only assets were couple of sincere workers............R. G. used to do lot of office works till late hours at night. Normally he used to go to bed at about 2 a.m. The number of clerical staff was small. He used to look often the accounts himself. His worried knew no bounds as the date for payment approached, then R. G. would be out of station in his old chevrolet. We knew he had gone out to get money for us. Everyone of us realised his difficulties and therefore there was not even a murmur for any delay in payments. Let Assam Tribune prosper we will get our dues sometimes. If not we at least those, who come after us would get the benefit seemed to be our feeling............' (Naresh Rajkhowa)

আজি ইয়াতকৈ সচা কথা বোধহয় আন একো নহয়।

সময়মতে উলিয়াবলৈ কি কৰা নাছিল ?

সহযোগী তেতিয়া বৰ্তমান ট্ৰিবিউন প্ৰেছৰ মেনেজাৰ নব বৰঠাকুৰ ।

প্ৰেছৰ দাঁতিৰ সৰু পাৰ বাহঁৰ লেখীয়া আসাম টাইপ ঘৰটোতে থাকে। সেইটো ঘৰৰ ইতিহাসো ট্ৰিবিউন প্ৰতিষ্ঠানৰ স'তে এক নিবিড়ভাৱে জড়িত ইতিহাস। উল্লেখযোগ্য কথা যে ট্ৰিবিউন কাকত তথা প্ৰতিষ্ঠানটো গজ-গজীয়া হৈ উঠাৰ বহু পিছতো এইঘৰটোতে ৰাধাগোবিন্দ বৰুৱা পৰিয়ালৰ আটাইবে স'তে আছিল। প্ৰত্যেকৰে সুকীয়াকৈ ঘৰ-দুৱাৰ সাজি অইন ঠাইলৈ যোৱাৰ কথা সৌ সিদিনাৰহে।

কিন্তু প্ৰতিষ্ঠানটোৰ জন্মৰ পৰা মুখত হাঁহি ফুটি যৌবনত পোৱালৈ আসাম টাইপৰ দীঘলীয়া এই ঘৰটিয়ে আছিল তেওঁৰ তীৰ্থস্থান সদৃশ।

কাম কৰা ল'ৰা এটা থাকে। নাম শুদ্ধ। সিয়ে ভাত পানী ৰান্ধে।

দিনটো প্ৰেছত। কাকত ছপা হোৱাৰ পিছত সেইবোৰ হাতেৰে ভাজ লগায়। টোপোলা বান্ধে। বিধে বিধে লেবেল লগায়। চকুত টোপনি



নাহে যেতিয়ালৈ ছপা মেচিনটো নচলে। টোপনি নাহে তেতিয়ালৈ যেতিয়া ইস্পজড় মেটাৰৰ ওপৰত কাঠৰ হাতুৰীৰ শব্দ (প্ৰেচাৰ) নপৰে। সেই শব্দ দেৱীকৈ পৰিলেও কাষৰ ৰুমতে শুই থকা নব বৰঠাকুৰক সোধে : 'কি হ'ল ? দেৰী হৈছে কিয় ?'

এদিনৰ কথা। কাগজৰ লেবেল লগাই আছিল। ৰাতি পুৱাবলৈ বহু বাকী। হঠাতে বহাৰ পৰা উঠি আহিল। কাষতে থকা নব বৰঠাকুৰে চালে। একো নুবুজিলে। কিছু সময়ৰ পিছত তেৱোঁ ঘৰলৈ আহি দেখিলে, ৰাধাগোবিন্দই শুদ্ধক নজগোৱাকৈ নিজে চাহ কৰি খাই, খৰধৰকৈ তামোলে চূণে কাটিবলৈ সময় নাই বাবে কটাৰীখনকো পকেটত সুমুৱাই চুটকেচ এটা লৈ যাবলৈ ওলাইছে। দোকমোকালিতে ট্ৰেইন। যাব ক'লৈ। কলিকতালৈ।

লেবেল লগাই থাকোতেই ভাবি হয়তো স্থিৰ কৰে, কলিকতালৈ যাব লাগিব। আকৌ নতুন মেচিন অথবা অন্য কোনো কাম।

নিজে যিদৰে কৰিছিল আনকো তেনেদৰেই প্ৰশিক্ষণ দি লৈছিল। তেওঁৰ নিজৰ বৰ্ণনাত :

'লাহে লাহে কামবোৰ আগবাঢ়িল। দিনটো প্ৰেছৰ যাবতীয় কাম কৰি ৰাতি ৰাতি বিভিন্ন চিঠি-পত্ৰ লিখো। মই কৈ যাওঁ নবই পোনে পোনে টাইপ কৰি যায়। কলৈকো নাযাও তেতিয়া। বাই-দেউৰে দিয়া শুদ্ধ বুলি ন'ৰাটোৱে যাবতীয় কাম কৰিছিল। তেতিয়া যুদ্ধৰ পিছত ৰেচনিং হৈছিল। মোৰ ৰেচন কাৰ্ড কৰাৰো সময় নাছিল। কালীকৃষ্ণ বেনাৰ্জী নামৰ বন্ধু এজন আছিল। তেওঁ আটা চেনিখিনি আনি দি যায়।'

গুৱাহাটীত যেতিয়া ট্ৰিবিউন কাকত প্ৰকাশ পায় তেতিয়াও বৰুৱা প্ৰেছৰ স'তে সম্পৰ্ক আছিলেই। স্বাভাৱিকতে ডিব্ৰুগড়-গুৱাহাটী অহা-

যোৱা কৰি থকা হয়। ল'ৰা-ছোৱালীও তেতিয়া ডিব্ৰুগড়ত। কিন্তু এনেকৈ আৰু নহ'ব বুলি ভাবি এটা সময়ত পৰিয়ালটোক ইয়ালৈকে লৈ আহে। তেওঁৰ নিজৰ ভাষাত :

'দুটা কোঠালীৰ ঘৰটো আহল বহল কৰি তাইঁতক ইয়ালৈ লৈ আহিলোঁ। মোৰ ডাঙৰ ল'ৰা তুলসীগোবিন্দ বৰুৱাই মোৰ কাম-কাজত সহায় কৰিলে। তেতিয়া মই সকাহ পালোঁ।'

ক্ৰমাগত উন্নতি কৰি অহা ট্ৰিবিউন প্ৰেছৰ সেই গুৰুতৰ সময়তে গুৰি-বঠা ধৰি দেউতাকৰ গধুৰ দায়িত্বক সহজ কৰি তুলিছিল তুলসীগোবিন্দই।

ৰাধাগোবিন্দই এই সকাহ পাই প্ৰেছৰ উৎকৰ্য সাধনত আৰু মনযোগ দিলে।

কিনিলে এটা ডাবল ফীডাৰ ফ্লেট মেছিন। দিল্লীৰ পৰা যুদ্ধৰ দিনতে। 'ফৌজী আখবাৰ' নামৰ কাকত এখন ওলাইছিল। বন্ধ হৈ যোৱাত সেই ফ্লেটটো কলিকতাৰ পাৰ্টি এটাক বিকে। কলিকতীয়া পাৰ্টিৰ পৰা ৭ হেজাৰত কিনে ৰাধাগোবিন্দই।

দুফালে ছপাব পাৰি। ঘণ্টাত প্ৰায় ৩০০০ হেজাৰ মান কাকত ছপা হয়।

সেইটোৱেও নোজোৰে কাৰণ কাগজৰ চাৰ্কুলেশ্যন বাঢ়ি গৈ আছে।

ৰাধাগোবিন্দই খবৰ পালে এটা ফ্লেট বেড্ ৰটাৰী মেচিনৰ। জনা যায় যে টাইমচ অব্ ইণ্ডিয়াই কলিকতাৰ পৰা হিন্দী কাকত এখন উলিয়াই-ছিল। সেইখন নচলিল। তেতিয়া সেই ৰটাৰীকে বিক্ৰী কৰে। গুৱা-হাটীৰ পৰা তেতিয়াৰ প্ৰেছৰ মেচিন সম্পৰ্কীয় অভিজ্ঞ মেকানিক কৃষ্ণ মিস্ত্ৰীক লগত লৈ যায় ৰাধাগোবিন্দই। মেচিনটো চালে। পচন্দ হ'ল। যদিও কাগজ খুব ফালে। তাৰ উপৰি কাগজৰ ৰীলতহে ছপা হয়, ছীট কাগজত নহয়। সেইটোকে খুব কম দামত কিনি আনি বহুৱালে।



কিছুদিন চলিল। তেতিয়া সেই মেচিনটোৰ আন এটা অসুবিধা আছিল। সেইটোতে একেবাৰতে দুই, চাৰি, আঠ বা বাৰ পৃষ্ঠা কৰিব পাৰি। ছয় বা দহ কৰিব নোৱাৰি। সাধাৰণতে ছয় পৃষ্ঠাৰ কাগজেই তেতিয়া নিয়মীয়া কাগজ হিচাপে ধৰা হৈছিল।

থমকি ৰোৱা মানুহ নাছিল ৰাধাগোবিন্দ। কলিকতাৰ অমৃত বাজাৰ পত্রিকা কাকতৰ বিমল চেটাৰ্জীয়ে আন এটা ৰটাৰী মেচিনৰ খবৰ দিলে। মেচিনটো আছিল ইণ্ডো ছুইচ ট্রেডিং কোম্পানীৰ। সেই মেচিনটোও প্ৰকৃততে অন্যই ল'ব খুজিছিল, ৩০ হেজাৰ টকা আগধনো দি থোৱা আছিল। পাৰ্টিযে নোলোৱাত ৰাধাগোবিন্দ গ'ল। এক লাখ ৮০ হেজাৰ টকাত সেই ৰটাৰীটো ললে। ৰটাৰীটো দুটা ভাগত বিভক্ত আছিল।

তেতিয়া আসাম ট্রিবিউনৰ প্ৰচাৰ সংখ্যা ১৮/১৯ হেজাৰ। সেই মেচিনটোৰ পৰা ছপা হৈ ওলোৱা কাগজৰো ছাইজটো সুবিধাজনক নাছিল। বিশেষকৈ বিজ্ঞাপন আদিৰ বাবে কিছু অসুবিধা হৈছিল।

আৰু যেতিয়া আসাম ট্রিবিউনৰ প্ৰচাৰ ক্ৰমাগত উৰ্দ্ধমুখী তেতিয়াই কিনে সেই অনন্যসুন্দৰ জাৰ্মান মেড্ প্লামাগ ৰটাৰী যিটো মেচিনে চাৰি পৃষ্ঠা, ছয় পৃষ্ঠা, আঠ পৃষ্ঠা, ষোল পৃষ্ঠালৈ দুই ৰঙত ছপা কৰি উলিয়াব পাৰে। ঘণ্টাত এই মেচিনটোৰ প্ৰিণ্টিং ক্ষমতা হ'ল পচিশ হেজাৰ। এই মেচিনটোৰ তেতিয়া দাম পৰিছিল প্ৰায় ১২ লাখ টকা। ৰটাৰী মেচিনৰ লগে লগে অন্যান্য লাইনো, মনো, প্ৰচেছ ডিপাৰ্টমেণ্ট তথা একাধিক অটোমেটিক আৰু দুই ৰঙৰ অফছেট মেচিনেৰে আসাম ট্রিবিউন প্ৰেছ হৈ পৰে অসমৰ অত্যাধুনিক প্ৰিণ্টিং প্ৰেছ। কাগজৰ বাবেই নহয় যাবতীয় যব ৱৰ্কৰ বাবেও ট্রিবিউন প্ৰতিষ্ঠানে সুখ্যাতি অৰ্জন কৰিছিল।

অৱশ্যে পৰিশ্ৰমৰ সুফল ততালিকে দেখিব পোৱা নগৈছিল। অসমৰ পঢ়ুৱৈৰ বাবে অনভিজ্ঞ বাতৰি কাকত কৰ্তৃপক্ষ তেতিয়া পুতৌৰহে পাত্ৰ

আছিল। গ্ৰাহক আৰু এজেণ্টৰ ঠিক সময়ত পইচা-পাতি নোপোৱাত প্ৰথম অৱস্থাত ট্ৰিবিউনৰ বেচ লোকচান হয়।

তাৰোপৰি আছে নিউজপ্ৰিণ্টৰ নাটনি। প্ৰথম অৱস্থাত সপ্তাহিকৰ পৰা দৈনিকলৈ ৰূপান্তৰিত কৰাত নিউজপ্ৰিণ্ট লৈও ৰাধাগোবিন্দ কম বিপদত পৰা নাছিল। সাপ্তাহিক আৰু দৈনিকৰ চাহিদা একে নহয়। অসমৰ তেতিয়া সংসদী সদস্য, আদিক এই বিষয়ে অনুৰোধ কৰিবলৈ বাকী ৰখা নাছিল। দিল্লীৰ কাণ চুবলৈ এই ব্যৱস্থা। কিন্তু অসহ্য খঙত এনেদৰেও কৈছিল : 'যি আছে তাৰেই হ'ব। মই প্ৰতি ঠাইলৈ এখনহে কাগজ পঠিয়াম। আৰু এটা মাইক যুক্ত লাউডস্পীকাৰ দিম যাতে কাগজৰ বাতৰিবোৰ পঢ়ি শুনাব পাৰে'

এইটো খঙাল ৰাধাগোবিন্দ। এনে খঙৰ তেওঁৰ বাতৰি কাকতৰ স্বত্বাধিকাৰী হিচাপে বহু উদাহৰণ আছে। অইন নালাগে আসাম ট্ৰিবিউনৰ স্বাধীন মনোভাৱৰ বাবে ৰাইজৰ সমাদৰ লভে কিন্তু ৰাজ্য চৰকাৰৰ ক্ষোভৰ কাৰণ হয় একাধিকবাৰ। যিকোনো বাতৰি কাকত এখনৰ প্ৰচাৰ অব্যাহত ৰাখিবলৈ প্ৰয়োজন বিজ্ঞাপনৰ।

আসাম ট্ৰিবিউনৰ ক্ষেত্ৰত কেইবাবাৰো চৰকাৰী বিজ্ঞাপন বন্ধ কৰা হৈছিল। যিবোৰে ৰাধাগোবিন্দ বৰুৱাক এক বিন্দ টলাব নোৱাৰিছিল।

এই সন্দৰ্ভত কাকতৰ প্ৰথম আৰু ভূতপূৰ্ব সম্পাদক স্বৰ্গীয় লক্ষ্মীনাথ ফুকনৰ উদ্ধৃতিয়ে সম্ভৱতঃ বিষয়টিৰ ওপৰত আলোকপাত কৰিব। স্বৰ্গীয় ফুকনে লিখিছিল :

> '......An independent newspaper with Congress leavings, the Assam Tribune was very critical of Saadullah Ministry and did not spare the Gopinath Bordoloi Ministry either. Sir Mahammad Saadullah was not favourably disposed towards it and was perhapes looking for an opportunity to bring it under the clutches of the law......... Editorial comment on the judgement of what was known as Dhekiajulee



shooting case and publication of excerpts from the judgement of the Indian judge who tried it give him that opportunity and he seizeed it with alacrity. Proceedings were started against me and the printer and publisher in the Dibrugarh Court, but I was in happy company. The Editors of the 'Amrit Bazar Patrika' and 'Hindusthan Standard' were similarly hauled up in the same court and for similar 'offences'. Thene were one or two adjurnments and then Saadullah ministry collapsed.........'

ছাৰ ছাদুল্লাই আইনৰ চাবিবেৰৰ মাজলৈ ট্রিবিউন কাকত আনিছিল।

ছাদুল্লা মন্ত্রী সভাৰ পতনৰ পিছত গোপীনাথ বৰদলৈ মন্ত্রী সভাইও কাকতখনৰ নির্ভীক দৃষ্টিভঙ্গীক বশ কৰিবলৈ যত্নপৰ হৈছিল। স্বৰ্গীয় ফুকনৰ ভাষাতে :

'......the Bordoloi Ministry was also out to teach the 'Assam Tribune' a lesson, and lesson it did teach the paper. Two or three editorial sharply criticizing the Government, one of which ended with Lord Acton's dictum, 'power corrupts absolutely', were found too much for the Bordoloi Ministry to bear. Taking the matters to court was out of question, it may not help, and the 'Assam Tribune' would have the right to put up defence. So the action taken was swift and effective. The 'Assam Tribune' was black listed and deprived of Government advertisements. Those already appearing were discontinued. The arbitrary action of the Government evoked public condemnation, and I saw to it that prominent people in different field issue statements expressing resentment over the Government action.........' (Forty Five Years in Journalism, L. N. Phookan).

তেনে ক্ষমতাৰ অপব্যৱহাৰৰ বেশ হয়তো এতিয়াও মাৰ যোৱা নাই। ট্রিবিউন কাকতখনকে চৰকাৰী মুখপত্র বুলি কোৱাসকল এনেবোৰ কার্য্যই কি প্ৰমাণ কৰে ?

প্রকাশৰ প্রথম অৱস্থাতে দৈনিক কাকত এখনৰ ক্ষেত্রত তেতিয়াই এই আক্রোশমূলক দৃষ্টিৰ হেঁচা ৰাধাগোবিন্দই সহিবলগীয়া হৈছিল। সেই হেঁচা

ৰৰ নিচুৰ আছিল । কিন্তু কাকতৰ উদ্দেশ্যক মূল লক্ষ্যৰ পৰা আঁতৰি যাব দিয়া নাছিল । সম্পাদক স্বৰ্গীয় ফুকনে সেয়েহে সগৌৰৱে কৈছে :

'Many are the problems that the problem State of Assam had to face since the country become free. The Chinese aggression, which brought the Chinese dragon right the throat of Assam, galvaniz ed the entire nation as nothing had done before. Assam rose to the occasion in taking the problems of Tezpur exodus and refugees from NEFA, and the 'Assam Tribune' besides helping in keeping up the public moral by continuous writing both editorially and non-editorially raised a sizeable sum by opening a fund. The 'Assam Tribune' have given unequivocal expression to the popular view in regard to such problems as Pakistani infiltration, Naga hostilities, separate Hill State, floods and erosion and high prices. No occasion has been missed in impressing upon the Centre the need for doing justice to Assam'

ইয়াতকৈ এখন কাকতৰ পৰা আৰু কি বেছি আশা কৰিব পাৰিব ?

কাগজ পৰিচালনাৰ ক্ষেত্ৰত উল্লেখিত অবাঞ্চনীয় হেঁচাৰ বিৰক্তিকৰ পৰিবেশে ৰাধাগোবিন্দক কঁপাব পৰা নাছিল। এইটো বহুকথাত প্ৰত্যক্ষ হৈ পৰিছিল বাবেই এজনে লিখিছে :

'The newspaper then was no longer a mission, but a business. But the Assamese people still regarded it as a mission. An English daily in Assam was a felt need, and the Assam Tribune was able to satisfy this popular need amply in the early decades of freedom. It was not an easy task for Baruah to meet or the costs of modernisation of the press and had to depend on the financial agencies and friends for capital. The Government, which by then emerged as a substantial advertiser and financier, saw its chance and tried to exercise its influence over the organisation. A silent war then ensued between the organisation and the Government and the former bore marks of its strains. Nevertheless Baruah carried on his undauntedly and expanded the organisation by publishing two new journals, one weekly, and the other an Assamese daily.........' (Birendra Kr. Bhattacharyya)).



ৰাধাগোবিন্দই নিজেও কৈছে :

'বৰ অসুবিধাৰ মাজত কামবোৰ কৰিবলগীয়া হৈছিল। মোৰ কাগজকেইখনৰ ওপৰত বহুতেই পৰোক্ষভাৱে প্ৰভাৱ বিস্তাৰ কৰিব খুজিছিল। বহুসময়ত তেনে মানুহো লগাইছিল। লোভ দেখুৱাইছিল। মই কিন্তু সেইবোৰত ভোল যোৱা নাছিলোঁ।।

ভোল নোযোৱাৰ বাবেই স্বমহিমাৰে আসাম ট্ৰিবিউন গ্ৰুপৰ আটাই কেউখন কাকত আজিও মূৰ ওখ কৰি জীয়াই আছে। এইটো সম্ভৱ হৈছিল ৰাধাগোবিন্দৰ দূৰদৃষ্টি, সৎসাহস আৰু ন্যায়ৰ প্ৰতি প্ৰকৃত অনুৰাগৰ বাবে।

এজনে লিখিছে :

'During the dark days of emergency, when the rule of law was suspended, the Government, for reason best known to it, not only clamped down heavy censorship on the Tribune group of newspapers but stopped issuing advertisements. It is a tribute to Baruah's business acumen and farsightedness as an organiser that the paper survived the onslaughts. He created a model of newspaper organiser suited to the conditions of the state......' (Birendra Kr. Bhattacharyya)

আসাম ট্ৰিবিউনক সৰ্বভাৰতীয় ৰূপ দিবৰ বাবে ৰাধাগোবিন্দই চেষ্টাৰ ত্ৰুটি কৰা নাছিল। আৰু বহু প্ৰথম শ্ৰেণীৰ কাকতৰ দৰেই, কাকতখনৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে তেওঁ অফিচ খুলিছিল লণ্ডনত। বম্বেত। মাদ্ৰাজত। কাণপুৰত। অসমৰ ৰাজধানী, যেতিয়া শ্বিলঙত আছিল, তাতো বিশেষ সংবাদসেৱীৰে পৰিপুষ্ট কৰি স্বকীয়া অফিচ পাতি থৈ গৈছে। মেঘালয়ত এতিয়াও সেই অফিচ বিদ্যমান।

ৰাজধানী দিল্লীতো নিজস্ব অফিচ আছে। আছে বিশেষ সংবাদদাতা।

আৰু এক বিশেষ গুণেৰে বলীয়ান আছিল তেওঁ। সেইটো হৈছে কাকতৰ স্বাধীন প্ৰকাশক বা সম্পাদকীয় দৃষ্টিকোণক স্বত্বাধিকাৰ ৰাধাগোবিন্দই কেতিয়াও হেতাওপৰা কৰা নাছিল। আজিও আসাম ট্ৰিবিউন

প্ৰতিষ্ঠানৰ সহযোগী আটাইকেইখন কাকততে সম্পাদকীয় নীতিৰ ক্ষেত্ৰত ৰাধাগোবিন্দৰ উদাৰ দৃষ্টিভঙ্গীৰ প্ৰভাৱ বিদ্যমান। অসমীয়া কাকত উদ্যোগৰ ক্ষেত্ৰত এইটো কম ডাঙৰ কথা নহয়।

অসমত যি কোনো কাকত বা আলোচনীৰ যি কোনো কাৰণতে মৃত্যু ঘটিলে সম্পাদকে সেই দোষ মালিকক দিয়া নিয়ম হৈ পৰিছে। ট্ৰিবিউন প্ৰতিষ্ঠানৰ ক্ষেত্ৰত সেইটো আৱস্তণিৰ গুৰিতে মাৰি থৈছে। যাৰ সজ ফল আজি দেখিবলৈ পোৱা গৈছে।

আন এটি উল্লেখযোগ্য কথা হ'ল কাকতৰ মফচলীয়া সাংবাদিকসকলৰ প্ৰতি ৰাধাগোবিন্দৰ দৃষ্টিভঙ্গী। বাতৰি কাকত এখনৰ কৃতকাৰ্য্যতা বহু-লাংশে নিৰ্ভৰ কৰে যি ঠাইৰ বাতৰি কাকত সেইখন ৰাজ্যৰ ভিতৰুৱা অঞ্চলৰ বা-বাতৰিৰ পৰিবেশনৰে। এতিয়া ছপা নিউজ প্ৰিণ্টৰ নাটনিত কাকতৰ কলেৱৰ ইচ্ছা থাকিলেও সৰু কৰিবলগীয়া হোৱাত তেনে মফচলীয়া বা-বাতৰিৰ প্ৰকাশৰ সুযোগ হয়তো কম। কিন্তু এইযে বিভিন্ন ঠাইত বিভিন্ন বাতৰি যোগনীয়াৰ আছে সেইসকলৰ প্ৰতি ৰাধাগোবিন্দৰ তিনিখন কাকতৰ প্ৰকাশক হিচাপে দৃষ্টিভঙ্গী কেনে? তাৰ প্ৰমাণো তেওঁ দি থৈ গৈছে।

সেইটো কোৱাৰ আগতে ৰাধাগোবিন্দৰ অন্য এক সৃষ্টিৰ কথা কওঁ।

এটি সপোনৰ মিঠা-তিতা স্মৃতি মাৰ নৌযাওঁতেই আকৌ নতুন সপোন দেখা আৰম্ভ কৰে ৰাধাগোবিন্দ বৰুৱাই।

এইবাৰ এখন সাপ্তাহিক অসমীয়া কাকতৰ। এনে এখন কাকত যিখন কাকত অসমৰ গাঁৱে-ভূঁইয়ে, সকলো শ্ৰেণীৰ পাঠক-পাঠিকাৰ চাহিদা পূৰণ কৰিব পাৰে। দূৰদৰ্শী ৰাধাগোবিন্দই তেতিয়া অসমৰ প্ৰচাৰিত সাপ্তাহিক কাকতবোৰ পুংখানুপুংখৰূপে ফঁহিয়াই চালে। চাই চাই উলিয়ালে সেইবোৰ কাকতৰ মাজত কিহৰ অভাৱ।



অভাৱ থকা সামগ্ৰীসমূহৰ যোগান ধৰা হ'ল 'অসম বাণী'ত।

যি কাকত আজিও পূৰ্বাঞ্চলত সৰ্বাধিক প্ৰচাৰিত বাতৰি কাকত হিচাপে শীৰ্ষত। ৰাধাগোবিন্দই অসমীয়া পৰিয়ালৰ সকলো শ্ৰেণীৰ মানুহৰ বাবে এই কাকতৰ জন্ম দিছিল। সম্পাদকৰ দায়িত্ব দিছিল সতীশ চন্দ্ৰ কাকতিক। কাকতিয়ে এই কাকতৰ সম্পাদকৰ দায়িত্ব লোৱাৰ সময়ত দৈনিক আসাম ট্ৰিবিউন কাকতৰো সহকাৰী সম্পাদক আছিল। স্বৰ্গীয় ফুকনে অৱসৰ গ্ৰহণ কৰাৰ পিছত তেওঁ দৈনিক আসাম ট্ৰিবিউনৰ সম্পাদনাৰ দায়িত্ব লোৱাৰ উপৰিও 'অসম বাণী'ৰো দায়িত্ব গ্ৰহণ কৰিছিল।

'অসম বাণী'ৰ জনপ্ৰিয়তাৰ আজিও বহুতৰে ঈৰ্ষাৰ কাৰণ। কাকত-খন উলিওৱাৰ আগতে ৰাধাগোবিন্দই অসমৰ সকলো প্ৰাইমেৰী স্কুলৰ পৰা আৰম্ভ কৰি হাইস্কুল, কলেজ, গাওঁ পঞ্চায়ত, ব্লক অফিচ, বিভিন্ন সাংস্কৃতিক সংঘ আদিৰ ঠিকনা সংগ্ৰহ কৰি তেওঁ কেনেধৰণৰ কাকত উলিয়াব খুজিছে সেই বিষয়ে আভাস দি কাকতৰ গ্ৰাহক হোৱাৰ নিয়মাৱলী, গ্ৰাহক ফৰ্ম আদি পঠিয়াই দিছিল। এই আবেদনৰ সহঁাৰিও আছিল অভূতপূৰ্ব।

এনে বহু চিঠি তেতিয়া আহিছিল যিবোৰত বছৰেকীয়া বা ছমহীয়া গ্ৰাহক হোৱাৰ সামৰ্থ নথকা পাঠকৈয়ে একমাত্ৰ ৰাধাগোবিন্দৰ আবেদনত অভিভূত হৈ এমাহৰ বা তিনিমাহৰ গ্ৰাহক হোৱাৰ মানসেৰে আগধন দি পঠিয়াইছিল।

'অসম বাণী'খন কেনে হ'ব এই পৰিকল্পনা কৰাৰ স্তৰতে এটি খচৰা কৰি দিছিল তেতিয়াৰ 'ডিগবই বাতৰি'ৰ (এতিয়া 'বাতৰি') সম্পাদক জগদীশ ফুকনে। ফুকনৰ 'ডামী'টোকে পিছত যোগ-বিয়োগ কৰি উন্নত কৰা হৈছিল।

'অসম বাণী'ৰ জনপ্ৰিয়তাৰ উদাহৰণ ৰাধাগোবিন্দই নিজে দি থৈ গৈছে। তেওঁৰ বৰ্ণনাত :

'এবাৰ মই চিকাৰলৈ গৈছিলোঁ। লগত ৰবীন শৰ্মা আৰু কেইজনমান। যোৰহাটৰ পৰা ১৫।২০ মাইল জীপেৰে গৈ তাৰে পৰা আকৌ নাও লৈ বৰ ভিতৰুৱা অঞ্চল এটালৈ। তাৰে পৰা গৈ গৈ এখনি গাওঁৰ কাষেদি পাৰ হৈ যাওঁতে এঠাইত দেখিলোঁ এজন সাধাৰণ মানুহে 'অসম বাণী'খন পঢ়ি আছে। মই ওচৰ চাপি গৈ সুধিলোঁ, এই কাকতখন ক'ত পালে? তাততো পোষ্ট অফিচ নাই। মানুহজনে ক'লে ওচৰৰ গাওঁৰ পোষ্ট অফিচলৈ আহে। তাৰেপৰা আনেগৈ। মই সুধিলো : কিমান চলে আপোনালোকৰ গাওঁত? দহখনমান চলে বুলি ক'লে। মই সুধিলো : এই কাকতখন ক'ৰপৰা ওলায়, কেনে পাইছে? মানুহজনে 'বৰ ভাল পাইছো' বুলি কৈ ক'লে : ৰাধাগোবিন্দ বৰুৱাই উলিয়াইছে। আমাৰ লগৰে এজনে ক'লে যে 'এৱেঁই ৰাধাগোবিন্দ বৰুৱা।' মানুহজনক পায় কোনে? আনন্দতে আমাৰ আটাইকে আদৰি নি চিৰাই দৈয়ে খুৱালে। গামোচাও দিলে।' জন্মদাতাৰ ইয়াতকৈ আনন্দ কি হ'ব পাৰে?

বেতিয়া আৰু কয় :

'এসময়ত খুব চলিছিল 'অসম বাণী'। বঙালী 'দেশ'ৰ সমান হৈছিলগৈ। পিছত 'দেশ'ৰ বীডাৰশ্বিপ বাঢ়ি গ'ল। তথাপি ধুবুৰীৰ উপেন ৰাজখোৱাৰ কেচটোৰ বিষয়ে লিখোতে 'অসম বাণী'ৰ চাৰ্কুলেশ্যনৰ যিটো সংখ্যা সেয়া আজিলৈ অসমীয়া সংবাদ পত্ৰৰ ইতিহাসত ৰেকৰ্ড।'

মনকৰিবলগীয়া কথা যে দৈনিক 'আসাম ট্ৰিবিউন'খনে দৈনিক কাকত হিচাপে অসমৰ ভিতৰতে তেনে কোনো তীব্ৰ প্ৰতিদ্বন্দ্বিতাৰ সন্মুখীন হ'ব লগা নহ'লেও 'অসম বাণী'য়ে বিভিন্ন সময়ত ৰাজ্যৰ বিভিন্ন সাপ্তাহিক, পাক্ষিক দ্বিসাপ্তাহিক কাকতৰ স'তে তুমুল প্ৰতিদ্বন্দ্বিতা চলাবলগীয়া হৈছিল।



কিন্তু ৰাধাগোবিন্দই দি যোৱা ইমেইজৰ বাবে কোনোৱে কেতিয়াও একো ক্ষতি কৰিব পৰা নাই। 'অসম বাণী'ৰ নিজস্ব ৰূপ তেতিয়াৰে।

'ট্ৰিবিউন প্ৰেছ্' প্ৰতিষ্ঠানৰ স'তে ৰাধাগোবিন্দই গঢ়ি তোলে আৰু এটি গ্ৰন্থ প্ৰকাশ প্ৰতিষ্ঠান। নাম দিয়ে 'সাহিত্য-প্ৰকাশ'। তেতিয়া অসমত ন-পুৰণি লেখক-লেখিকাৰ গল্প-উপন্যাসৰ কিতাপ প্ৰকাশ কৰিবলৈ প্ৰকাশ প্ৰতিষ্ঠানৰ অভাৱ নাছিল। কিন্তু অভাৱ আছিল আও পুৰণিচাম লেখক-লেখিকাৰ গ্ৰন্থ প্ৰকাশৰ।

'সাহিত্য-প্ৰকাশে' পোনচাটেই উপন্যাস সম্ৰাট ৰজনীকান্ত বৰদলৈৰ উপন্যাসবাজি আৰু সাহিত্য সম্ৰাট ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ বিভিন্ন গ্ৰন্থ প্ৰকাশৰ দিহা কৰে।

আৰু যেতিয়া লক্ষ্মীনাথ বেজবৰুৱা জন্ম শতবাৰ্ষিকী পতা হ'ল তেতিয়া কোনো চৰকাৰী অনুদান নোহোৱাকৈ লক্ষ্মীনাথ বেজবৰুৱাৰ সমগ্ৰ ৰচনাৱলীৰ সুবৃহৎ দুইখণ্ড 'বেজবৰুৱা-গ্ৰন্থাৱলী' প্ৰকাশ কৰে ৰাধাগোবিন্দ বৰুৱাৰ উদ্যোগত সাহিত্য-প্ৰকাশে। এই কাম তেওঁৰ বাবে সহজ নাছিল। কিন্তু উৎসাহী, সদা জাগ্ৰত ৰাধাগোবিন্দই সেইটো চকুতলগাকৈ সফল কৰি তুলিছিল।

এজনৰ বৰ্ণনাত :

'..বেজবৰুৱা শতবাৰ্ষিকী বছৰত আচম্বিতে এদিন আসাম ট্ৰিবিউনৰ সীমাৰ জেওৰাৰ বাহিৰত বৰুৱাৰ লগত দেখা। স্বাস্থ্য ৰক্ষাৰ বাবে তেওঁ তেতিয়া নিয়মিতভাৱে খোজ কাঢ়িছিল। কম্পাউণ্ডৰ সীমাৰ বেৰৰ ওপৰত 'বেজবৰুৱা-গ্ৰন্থাৱলী'ৰ প্ৰদৰ্শন কৰা হৈছিল সুন্দৰভাৱে সজ্জিত 'থাক'ৰ ভিতৰত। 'নৱযুগ'ত বেজবৰুৱা শতবাৰ্ষিকীৰ প্ৰস্তাৱটি দাঙি ধৰোতে মই তিনিটা কাৰ্য্যসূচীৰ কথা উল্লেখ কৰিছিলোঁ। তাৰে এটা হ'ল বেজবৰুৱাৰ ৰচনাৱলী প্ৰকাশ। সেইবাবে গ্ৰন্থাৱলী দেখি মোৰ মন

আনন্দত ভৰি পৰিল । ঠিক সেইসময়ত, স্বয়ং প্ৰকাশকক পালোঁ । তেওঁক অভিনন্দন জনালোঁ । দুয়ো বৈ খন্তেকপৰ বেজবৰুৱাৰ কথা পাতিলোঁ । বেজবৰুৱাৰ প্ৰতি আমাৰ দুয়োৰে দৃষ্টি বেলেগ বেলেগ । কিন্তু শ্ৰদ্ধা আছিল সমান। অলপ বৈ মই ক'লোঁ, 'বেজবৰুৱা ঢুকুৱাৰ কথা মনত পৰে । আমি তেতিয়া যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ ছাত্ৰ । এখন সভা পাতিছিলোঁ । তাত চন্দ্ৰধৰ বৰুৱা আছিল সভাপতি, ককা নীলমণি ফুকন আছিল নিৰ্দিষ্ট বক্তা । ককাই বেজবৰুৱাৰ অন্ত্যেষ্টিক্ৰিয়াৰ সুবহু বৰ্ণনা দিছিল ।' বৰুৱাই মোৰ ফালে চাই ক'লে, 'সেই অন্ত্যেষ্টিক্ৰিয়াত ভাগ লৈছিলোঁ ।' বেজবৰুৱা-গ্ৰন্থাৱলী প্ৰকাশ বেজবৰুৱাৰ প্ৰতি থকা প্ৰকাশকৰ শ্ৰদ্ধাৰে ফল বুলিব পাৰি ।' (বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য)

যি আদৰ্শ আৰু সেৱাৰ মন্ত্ৰৰে উদ্বুদ্ধ হৈ ৰাধাগোবিন্দই এনেবোৰ কাম হাতত লৈছিল, সেই সময়ৰ পটভূমিৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব । আজি কোনো প্ৰবীণ লেখকৰ গ্ৰন্থাৱলী বা ৰচনাৱলী চৰকাৰী অনুদানৰ কৃপাধন্য হৈ প্ৰকাশ হয়তো সমস্যা নহয় । কিন্তু যেতিয়া একক চেষ্টাৰে বেজবৰুৱা-গ্ৰন্থাৱলী উলিয়াইছিল, তেতিয়া ?

'সাহিত্য-প্ৰকাশে' পিছলৈ 'ন লেখকৰ সন্ধানত' প্ৰতিযোগিতামূলক মৌলিক সাহিত্য ৰচনাৰে এলানি কিতাপো প্ৰকাশ কৰিছে । যদিও আন আৰু তথাকথিত দহোটা প্ৰকাশ প্ৰতিষ্ঠানৰ স'তে সাহিত্য-প্ৰকাশৰ কিছু তাৰতম্য আছে, প্ৰকাশক হিচাপে ৰাধাগোবিন্দ কেনেকুৱা ?

এজন বয়োবৃদ্ধ লেখকৰ বৰ্ণনাত :

'ই হ'ল ১৯৫৫ চনৰ কথা । মই হঠাত গৈ এদিন তেখেতৰ গুৱাহাটীৰ ঘৰত উপস্থিত হলোঁ । তেখেতে গহীন-গম্ভীৰভাৱে কিবা লিখি আছে । মোক বহিবলৈ দিলে । মই বহিলোঁ........মই



যোৱাৰ কাৰণ সোধাত ক'লে—'মোৰ কেবাখনো কিতাপ হাতে লিখা অৱস্থাত পৰি আছে। ধনৰ অভাৱত ছপাব পৰা নাই। তাৰে এখন কিতাপ দয়া কৰি আপুনি প্ৰকাশ কৰি মোক সহায় কৰিব লাগে।'

'আপুনি হাতে লিখা কিতাপ লৈ আহিছেনে?' তেখেতে সুধিলে।

'হয়, অনা হৈছে।' মই ক'লোঁ।

'বাৰু এখন কিতাপ দিয়ক। তাৰে ভিতৰত থকা মাথো এটা গল্প পঢ়ি ভাল পালে কিতাপখন ছপাম, ভাল নাপালে নছপাওঁ।' তেখেতে ক'লে।

মোৰ 'বৈতৰণী' নামৰ কিতাপখন আগবঢ়াই দিয়া হ'ল। তেখেতে নিজৰ কথা ৰাখি এটা গল্প মনোযোগেৰে পঢ়ি চাই মন্তব্য দিলে—

'দাস, কিতাপখন ভাল হৈছে, মই এই কিতাপখন প্ৰকাশ কৰিম।'

তেখেতৰ সুক্ষ্মদৃষ্টি আৰু স্পষ্টবাদিতা মোৰ বৰ ভাল লাগিল।........

এইখিনিতে মই এটা কথা ক'লোঁ,—'মোৰ লিখাৰ ভিতৰত দুই চাৰিটা নামনি অসমৰ শব্দ ব্যৱহাৰ কৰা হৈছে। তাত যেন দোষ নধৰে।'

তেখেতে ক'লে, 'ভাল কথা। শব্দ ব্যৱহাৰত আমি উদাৰ দৃষ্টিভংগী ৰাখিব লাগে কিন্তু তাৰ প্ৰয়োজনহে জানিব লাগিব। আমাৰ ভাষাত শব্দ যিমানে বাঢ়ে সিমানেই ভাল।' (শ্ৰীশ্ৰীৰাম চন্দ্ৰ দাস)

আৰু এটি নতুন সপোন ফলিয়ালে ৰাধাগোবিন্দ বৰুৱাৰ।

এইবাৰ এখন অসমীয়া দৈনিক বাতৰি কাকত।

তেতিয়া 'নতুন অসমীয়া'খন চলি আছিল। যিকোনো কাৰণতে নহওক, ৰাধাগোবিন্দই আন এখন দৈনিক কাকত উলিয়াই প্ৰতি-যোগিতাৰ মাজত সোমাব বিচৰা নাছিল। যদিও তেওঁ লাহে লাহে উপলব্ধি কৰি আহিছিল যে আৰু এখন দৈনিক অসমীয়া কাকতৰ তেতিয়াও প্ৰচণ্ড সম্ভাৱনা আছে। তাৰউপৰি চৰকাৰেও মাতৃভাষাৰ কাকতৰ ক্ষেত্ৰত কিছু

কোমল মনোভাব পোষণ কৰে। আৰু স্থানীয় সমস্যা সমাধানত মাতৃভাষাও কাকতৰ এক বিশেষ অৰিহণা থাকে।

'দৈনিক অসম'ৰ জন্মৰ আঁৰত এটি সৰু কাহিনী আছে।

কাকতখন ওলোৱাৰ কথা বাৰে বাৰে ওলায় আকৌ তল পৰি যায়। ট্রিবিউন কাকতৰ ৰূপালী জয়ন্তী উছৱৰ (এপ্রিল ২, ১৯৬৫) সময়তে ৰাধা-গোবিন্দই কৈছিল :

> 'Now I am feeling that a good Assamese Daily is very much necessary to serve the people and the State in a better and more effective way......'

ভবা হৈছে ঠিকেই, কামটো হৈ উঠা নাছিল।

এদিন ৰাধাগোবিন্দৰ অনুপস্থিতিত প্রতিষ্ঠানৰ দায়িত্বত থকা তুলসী-গোবিন্দ বৰুৱাই সৰু ভায়েকক পঠিয়াইছিল, সহযোগী দৈনিক কাকত প্রতিষ্ঠানটোৰ পৰা ধাৰ হিচাপে তিনিটা নিউজ প্রিণ্টৰ ৰীল আনিবলৈ। তাৰ সলনি ততালিকে তেওঁলোকৰ প্রয়োজনীয় হোৱাইট প্রিন্টিং পেপাৰ দিবলৈ। নিউজ ৰীল যথাসময়ত আহি নোপোৱাত এই খেলিমেলিৰ সৃষ্টি হৈছিল। নিউজ ৰীল আহিলেই সেয়া ঘূৰাই দিব। পৰস্পৰে পৰস্পৰৰ এনে অনা-নিয়া ব্যৱস্থা চলি থাকে।

সেই বিশেষ দিনটোত আনখন দৈনিকৰ স্বত্বাধিকাৰে কিন্তু কটু মন্তব্য এটা দি নিউজ প্রিণ্টৰ ৰীল প্রথমে দিবলৈ সন্মত নহ'ল। পিছত অৱশ্যে দিলে।

মন্তব্যটো অযুক্তিসঙ্গত আৰু খোঁচা মৰা বিধৰ আছিল। কাৰো হজম নহ'ল।

ৰাতি ডাইনিং টেবুলত বহি ৰাধাগোবিন্দক কওঁ নকওঁকৈ ৰাতিপুৱাৰ এই বিশেষ ঘটনাটো পৰিহাৰ কৰি কেৱল কোৱা হ'ল যে, 'আমাৰ দৈনিক কাকতখন যিমান সোনকালে পৰা যায় উলিওৱা ভাল।'



ৰাধাগোবিন্দৰ হঠাতে প্ৰসঙ্গটো উত্থাপন হোৱাত সন্দেহ হৈছিল। গতিকেই সুধিলেঁ : কিয় ?

ঘটনাটো কোৱা হ'ল। কটু মন্তব্যটো ৰাধাগোবিন্দৰ হজম হ'ল নে নাই জনা নগ'ল। কাৰণ তেতিয়াই তেওঁ একো নক'লে। প্ৰশ্নও নকৰিলে।

ৰাতিপুৱা ব্ৰেকফাষ্ট টেবুলত বহি মাত্ৰ এষাৰ কথা ক'লে : 'এনেকুৱা কথাবোৰ ৰাতি মোক নকবি। ৰাতি মোৰ টোপনি নহ'ল।'

সেইদিনাই ৰাতিপুৱা প্ৰেছৰ স্থায়ী কাঠ মিস্ত্ৰী প্ৰহ্লাদক লগত লৈ ৰাধাগোবিন্দই ফিটা লৈ জোখ-মাপ কৰাত লাগি পৰিছিল। দৈনিক অসমৰ কম্প'জিং ছেক্সনৰ ঠাই।

আনকথাত সেইদিনাৰ পৰাই দৈনিক অসমৰ জন্ম দিয়াৰ যুদ্ধ-গতিত প্ৰস্তুতি চলিল।

চলিল নহয়, ওলালেই।

প্ৰকাশ পালে ১৯৬৫ চনৰ ৪ আগষ্ট তাৰিখে।

এই কাকতখন যেতিয়া প্ৰকাশ পায় তেতিয়া ৰাধাগোবিন্দ বৰুৱা প্ৰেছ আৰু বাতৰি কাকতৰ উদ্যোগৰ শিলত কটা নাম। গতিকেই এই কাকতৰ আঁচনি আৰু সংগঠনত ক'তো ত্ৰুটি নাছিল।

তাতেই সম্পাদনাৰ দায়িত্বত নিয়োগ কৰিছিল অসমৰ অভিজ্ঞ সংবাদ-সেৱী সাহিত্যিক কীৰ্তিনাথ হাজৰিকাক। হাজৰিকাৰ সুযোগ্য নেতৃত্বত 'দৈনিক অসম' অসমৰ জন সাধাৰণৰ আশা-আকাঙ্ক্ষা আৰু ক্ষোভ প্ৰকাশৰ এক প্ৰতীকী প্ৰকাশ হৈ পৰে।

প্ৰবীণ সাংবাদিক লক্ষ্মীনাথ ফুকনে এই কাকতৰ প্ৰথম সংখ্যাতে 'অসমত সাংবাদিকতা' শিতানৰ এটি মূল্যবান প্ৰবন্ধত এই বুলি কৈছিল :

'চন্দ্ৰকুমাৰ আগৰৱালাই যে 'জোনাকী'ত লিখিছিল অসমীয়া কাকতৰ জীৱন কচুপাতৰ পানীৰ নিচিনা—কথাষাৰ একেবাৰে সঁচা নহয়। অসমৰ প্ৰথম কাকত 'অৰুনোদই' বছৰৰ লেখেৰে সাতত্ৰিশ বছৰ চলিছিল। আমেৰিকান বেপটিষ্ট মিছনে চলাইছিল বুলি 'অৰুনোদই'ৰ কথা এৰি দিলেও, অসমত অসমীয়াই চলোৱা অন্ততঃ এখন বাতৰি কাকত একে লেথাৰিয়ে তাতকৈ অধিককাল চলিছিল। সেইখন আছিল ডিব্ৰুগড়ৰ পৰা ওলোৱা ৰাধানাথ চাংকাকতি সম্পাদিত 'টাইমচ অব্ আসাম'। পচিশ বছৰ পূৰ্ণ হ'লত যি ৰূপালী জয়ন্তী উছৱ পাতিছিল তাত যোগ দিবৰ মোৰো সৌভাগ্য ঘটিছিল। পঞ্চাশ বছৰ কাল কাকতখন চলিছিল। ......চন্দ্ৰকুমাৰ আগৰৱালাই উলিওৱা অসমীয়াখন পয়ত্ৰিশ বছৰমান চলিছিল আৰু মাজতে কিছুদিন তিনি দিনীয়া আৰু দৈনিক হৈছিল। কাকতখন বন্ধ হৈ গ'ল চলাওতাসকলে বন্ধ কৰি দিয়া বাবে। সাহিত্যৰথী বেজবৰুৱাই উলিওৱা 'বাঁহী'ও ত্ৰিশ বছৰ ওলাইছিল আৰু যিমান দিন বেজবৰুৱাই নিজে চলাইছিল, সিমানদিন ভালকৈয়ে ৰাইজৰ পৰা যথেষ্ট মৰম পাইছিল।......

'কিছুমান কাকত অৱশ্যে বেছিদিন নচলাকৈয়ে বন্ধ হৈ গৈছিল। কিন্তু সেইবিলাক যে বন্ধ হৈ গৈছিল তাৰ বাবে পঢ়ুৱৈ সমাজ সিমান দায়ী নাছিল যিমান দায়ী আছিল কাকত চলাওতাসকল। কাকতত থাকিব-লগা বস্তু নাথাকিলে, কাকতৰ ছপা ভাল আৰু পৰিষ্কাৰ নহ'লে আৰু কাকত সময় মতে নোলালে কাকতলৈ মানুহৰ ধাউতি কমি অহাটো স্বাভাৱিক। কিন্তু এনে ক্ষেত্ৰটো অসমৰ পঢ়ুৱৈ সমাজে কাকতক মৰম কৰিবলৈ এৰা নাছিল।..................'

স্বৰ্গীয় ফুকনৰ বক্তব্যৰ মূল সুৰটি হৃদয়ঙ্গম কৰিবলৈ টান নহ'ব। এনেবোৰ 'দোষ'ৰ পৰা কাকতকেইখনক মুক্ত ৰাখিবলৈ ৰাধাগোবিন্দই আপ্ৰাণ চেষ্টা কৰিছিল।



তিনিওখন কাকতৰ ক্ষেত্ৰত সম্ভৱপৰ সকলো অত্যাধুনিক সুবিধাই আগবঢ়াই গৈছে। সাংবাদিকসকলক প্ৰকৃত কামৰ মৰ্য্যাদা বুজি কাম কৰাৰ প্ৰবৃত্তিক তেওঁ বৰ ভাল পাইছিল। তেনে কামেৰে কাকতখনত নিজৰ প্ৰতিভাৰ স্বাক্ষৰ ৰাখিব পাৰিলে যোগ্যজনক স্বীকৃতি দিবলৈও সঙ্কোচ কৰা নাছিল।

আগতেই কোৱা হৈছে যে সম্পাদকীয় নীতিৰ ওপৰতে কোনো দিন তেওঁ হেতা-ওপৰা কৰা নাছিল। হয়তো ক'ৰবাত কেতিয়াবা গাইড লাইন এটা দিছিল। ব্যক্তিগতভাৱে, মালিক হিচাপে নহয়। সেইটো সম্পাদকে যে মানিবই লাগিব তেনে কথা নাছিল। বৰং ওলোটা ফল দেখাৰ উদাহৰণো আছে য'ত তেওঁ কোৱা বাবেই কোনো সম্পাদকে কোনো বা-বাতৰি পিছদিনা কাকতত পৰিবেশন নকৰাত, অইন হাতে আন কাকতে তেনে বাতৰি প্ৰচাৰ কৰাত, সম্পাদককে গৈ সুধিছে : আপুনি এইটো নছপালে কিয় ?

সম্পাদকে নম্ৰভাৱে ক'লে : আপুনিয়ে দেখোন কৈছিল।

ৰাধাগোবিন্দৰ উত্তৰ হ'ল : সেইটো মোৰ ব্যক্তিগত অভিমতহে আছিল। প্ৰকাশ কৰা-নকৰাৰ দায়িত্ব আপোনাৰ।

কাকতকেইখনৰ সকলো বিভাগৰ মানুহকে তেওঁ আলফুলে মৰম কৰিছিল। ভুল দেখিলে, অন্যায় দেখিলে ভয়াবহ হৈছিল হয়তো, কিন্তু কাকো ক্ষতি কৰি নহয়। উদাহৰণ ডেখাৰ। তলৰ পৰাই চোৱাই ভাল হ'ব।

এজনে লিখিছে :

'ডিচেম্বৰ মাহৰ ঠেটুৰৈ ধৰা পুৱতি নিশা শুই থকা পোছাকৰেই প্ৰেছৰ ভিতৰলৈ বুলি যাওঁতে তেওঁৰ চকুত পৰিল নিশা চকিদাৰী কৰা নেপালী নে দেছুৱালী কৰ্মীজনে প্ৰেছৰ সামগ্ৰী অহা পেকিং বাকচ এটা ভাঙি জুই পুৱাই আছে। বেচেৰাৰ জাৰ লাগিছিল। প্ৰশ্নৰ উত্তৰত

কৈছিল তাৰ সহিব নোৱাৰি ধাকচটো পাই তাকে ভাঙি ছিঙি জুই পুৰাইছে।' তাৰ উত্তৰত প্ৰশ্নকৰ্তা সন্তুষ্ট নহ'ল। ক'লে : ৰাতি যদি যাব লাগে পইচা লৈ খৰি কিনি নান কিয় ? এইটো দোষণীয় কাম কৰিছ। তোৰ জৰিমনা হ'ব।

'যেই কথা সেই কাম। পিছদিনা পুৱা অফিচৰ চকীত বহি কৰা প্ৰথম কামটোৱে হ'ল নিশাৰ চকীদাৰক বিশ টকা জৰিমনা কৰি দিয়া 'নোট'টো।

'চকীদাৰক মতাই আনি জৰিমনাৰ হুকুম জনাই দিয়া হ'ল। পিছ মুহূৰ্ততে সেই একেজন ব্যক্তিয়েই আন এটা 'নোট' দিলে হিচাপ ৰক্ষকলৈ। জৰিমনাৰ বিশ টকা সেই মাহৰ দৰ্মহাৰ পৰা কটাৰ পিছত তাক যেন বিশ টকা দিয়া হয়। ঘটনাৰ নায়কজন আছিল ৰাধাগোবিন্দ বৰুৱা।' (চাৰু মহন্ত)

ট্ৰিবিউন প্ৰতিষ্ঠানৰ কৰ্মী এজনৰ দৃষ্টিত ৰাধাগোবিন্দৰ ৰূপ এনেকুৱা : 'সাধাৰণতে মালিক আৰু শ্ৰমিকৰ মাজত যিখন বেৰ ৰখা হয় সেইখন বেৰ আৰ জিয়ে কোনোদিন ৰখা নাছিল। শ্ৰমিকৰ আগত মালিকৰ সন্তীয়া দাম্ভিকতা প্ৰদৰ্শন নকৰি আৰ জিয়ে শ্ৰমিকৰ লগত হাতে কামে লাগি নিজেও এজন শ্ৰমিক হৈ উঠিছিল। তেখেতে প্ৰতিষ্ঠানটোৰ সৰু বৰ সকলো কাম নিজে কৰিব জানিছিল, নিজে কৰিছিল আৰু শ্ৰমিকক কেনেদৰে কৰাব লাগে তাকো জানিছিল। তেখেতৰ মতে এই প্ৰতিষ্ঠানটো আছিল এখন ঘৰ। আৰু মালিক শ্ৰমিক সকলো একেখন ঘৰৰ মানুহ।........'

'আসাম ট্ৰিবিউন এমপ্লইজ ইউনিয়ন' ট্ৰিবিউন কৰ্মীবৃন্দৰ এখন সুপ্ৰতিষ্ঠিত ইউনিয়ন।......এই ইউনিয়নৰ লগত আৰ জিৰ সম্বন্ধ আছিল অতি সুন্দৰ আৰু আদৰ্শনীয়। সাধাৰণতে মালিকপক্ষই



ইউনিয়নক ভাল চকুৰে নাচায়। বহুতো মালিকে ইউনিয়ন ভাঙিবলৈ বা ইউনিয়নৰ কৰ্ম-কৰ্তাসকলক বিপদত পেলাবলৈ বিভিন্ন ধৰণৰ অসৎ পথ লোৱাও আমি দেখি আহিছোঁ। কিন্তু আৰ জিয়ে কোনোদিন তেনে পথ লোৱা আমি নেদেখিলোঁ। বৰং আৰ জিয়ে ইউনিয়নৰ প্ৰতি সদায় সন্মান জনাইছিল আৰু ইউনিয়নৰ লগত গঠনমূলক আলোচনাৰ পক্ষপাতী আছিল। শ্ৰমিকৰ নায্য দাবীসমূহৰ প্ৰতি সদায় সহাঁৰি জনাই অহা আৰ জিয়ে উন্নত দৰমহা আৰু অন্যান্য সা-সুবিধাৰে শ্ৰমিক-সকলৰ অভাৱ অনাটনলৈ কোনো দিনে চেষ্টাৰ ত্ৰুটি কৰা নাছিল।....

'আৰ জিয়ে ইউনিয়নৰ বছেৰেকীয়া অধিবেশনত আগভাগ লোৱাও আমি দেখিছোঁ। কোনোবা এটা বছৰ অধিবেশনত আগভাগ লোৱাৰ উপৰিও উপস্থিত থাকি বক্তৃতা দিয়া দেখি সেই অধিবেশনৰ সভাপতি আৰু তেতিয়াৰ অসমৰ উদ্যোগ মন্ত্ৰী বিশ্বদেৱ শৰ্মাই তবধ মানিছিল আৰু অতি আনন্দেৰে আৰ জিৰ লগতে ইউনিয়নৰ কৰ্মীবৃন্দ আৰু সমূহ শ্ৰমিকৰ ভূয়সী প্ৰশংসা কৰিছিল।....' (গুণীন ৰাজখোৱা)

বাতৰি কাকতৰ মালিক হিচাপে আৰু কিছুমান বিশেষত্বৰে ৰাধা-গোবিন্দ উজ্জ্বল আছিল। বিশেষকৈ সংবাদসেৱীৰ ক্ষেত্ৰত টকা-পইচা দিয়াৰ এটা পৰম্পৰাৰ সৃষ্টি কৰাটো তেওঁৰেই অৱদান। ভিন্নস্বৰীয়া দৃষ্টিত এই সন্দৰ্ভত :

'ৰাধাগোবিন্দ বৰুৱাৰ বিভিন্ন স্বনামধন্য কৰ্মৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ স্থায়ী অৱদান হৈছে অসমত সংবাদসেৱীসকলৰ পক্ষে যুগজয়ীভাৱে এটি অনুষ্ঠান গঢ় দি যোৱাটো। তেখেতৰ এই উদ্যমৰ আগলৈকে অসমত মুক্তভাৱে চলি থকা সাংবাদিক আৰু সংবাদপত্ৰ খনদিয়েক আছিল। কিন্তু সাংবাদিকতাক স্থায়ীভাৱে প্ৰশ্ৰয় দিব পৰাকৈ আনুষ্ঠানিক ৰূপত কৃতকাৰ্য্যতাৰে গঢ় লগাই থৈ যোৱাত তেখেতৰ বৰ্তমান ঐতিহাসিক স্থান আন কোনেও দখল কৰিব পৰা নাছিল ।

এই উদ্দেশ্যসাধনত ব্ৰতী হৈ ওলাই ডিব্ৰুগড়ৰ পৰা 'আসাম ট্ৰিবিউন' প্ৰকাশ কৰোতে সেই কাকতৰ পাৰিতোষিক প্ৰাপ্ত •এজন সাংবাদিক হিচাপে মোক নিযুক্ত কৰিবলৈ আহি তেখেতে মোক কোৱা কথা-কেইষাৰতে তেখেতৰ এই নতুন সাংবাদিক উদ্যমৰ ভৱিষ্যত জিলিঙনিৰ আভাস পাইছিলোঁ। অসমৰ পৰা পোন প্ৰথম কেন্দ্ৰীয় মন্ত্ৰী হোৱাৰ উপযোগিতা লাভ কৰা স্বৰ্গীয় সুৰেন্দ্ৰনাথ বুঢ়াগোঁহাই আছিল তেখেতৰ এজন সহৃদয় লোক। তেখেতে যোৰহাটৰ উকীল-অফিচতে বুঢ়াগোঁহাইৰ স'তে মোক আসাম ট্ৰিবিউনৰ আঞ্চলিক সাংবাদিক হ'বলৈ ধৰিলেহি। 'অসমীয়া'ৰ সম্পাদকীয়তাৰ পৰা ওলাই মই তেতিয়া নতুন উকীল হৈ এই ব্যৱসায়ৰ তথামৰা প্ৰতিযোগিতাত নামিছিলোহি যদিও মনে প্ৰাণে ভাল পাই অহা সাংবাদিকতাৰ প্ৰেম এৰিব পৰা নাছিলোঁ। আৰু উচ্চ ন্যায়ালয়ৰ অনুমতি লৈ মোৰ সাংবাদিক গুৰু স্বৰ্গীয় লক্ষ্মীনাথ ফুকনৰ আঁহিৰে মুকলিমূৰীয়া সাংবাদিক হিচাপে অন্যান্য কোনো কোনো কাকতৰ বাহিৰেও কলিকতাৰ ষ্টেটচমেন কাকতৰ পাৰিতোষিক ভোগা সাংবাদিক প্ৰতিনিধি আৰু অসমৰ একমাত্ৰ ইংৰাজী কাকত 'টাইমচ্ অব আসাম'ৰ এজন অবৈতনিক সংবাদদাতা আছিলোঁ। বৰুৱা ডাঙৰীয়াই মোক তেখেতে গুৰিধৰি প্ৰকাশ কৰা, সেই নতুন কাকতখনিৰ সংবাদদাতা নিযুক্ত কৰি 'ষ্টেটচ্-মেন' কাকতৰ আঁহিৰেই সামান্যভাৱে হ'লেও এটি পাৰিতোষিক দিবলৈ গাত লোৱাত, তেখেতে অসমৰ মফচলীয়া অঞ্চলতো এজন নতুন কাকতৰ এনেকুৱা বৈতনিক সংবাদসেৱাৰ সুবিধা আগবঢ়াবলৈ সাহ কৰা দেখি মই আচৰিতই হৈছিলোঁ। তেখেত আৰু তেখেতৰ নব উদ্দেশ্য সম্পৰ্কে পৰামৰ্শৰ ছলেৰে তেখেতে আমাৰ লগত কথা-বতৰা হৈ মোক এই কামলৈ উদগণি দিছিল, তাৰদ্বাৰাই স্বৰ্গীয় ফুকন প্ৰমুখ্যে আমি আগৰ চামৰ নিৰামুহি খাবলগীয়া হোৱা সাংবাদিকসকলে



অনুভৱ কৰি অহা এটা ডাঙৰ অভাৱ তেখেতে পূৰাব পাৰিব বুলি আমাৰ আশাৰ সঞ্চাৰ হৈছিল। বৰুৱাদেৱৰ সেই সপোন দিঠকত পৰিণত হৈ উঠা দেখিবলৈ পোৱাটোও আমাৰ নিচিনা বুঢ়া সাংবাদিকৰ পক্ষে এক সন্তোষজনক সৌভাগ্য।

'জোনাকী, বাঁহী, উষা, বন্তি, আসাম বিলাসিনী, টাইমচ অব্ আসাম, অসমীয়া, বাতৰি আদি কাকত-পত্ৰ প্ৰকাশনৰ নিচিনা ভালেমান উদ্যম অসমত দেখা হৈছিল যদিও নানান কাৰণত সেইবিলাক উদ্যম বিফল হোৱাটো দেখিবলৈ পাই আমি সাংবাদিকসকলে অসমত ধাৰাবাহিক সাংবাদিক জীৱনৰ অনিশ্চয়তাৰ ভৱিষ্যত গুণি-ভাবি একৰকম নিৰাশেই হৈছিলোঁ। এনেতে বৰুৱা ডাঙৰীয়াই এই ক্ষেত্ৰত মবসাহ নিদিয়া হ'লে অসমত সাংবাদিকতাৰ এটা সুদৃঢ় স্থায়ী অনুষ্ঠানেই কৃতকাৰ্য্যতাৰে হৈ নুঠিলহেঁতেন। অতীত আৰু সমসাময়িক সাংবাদিক প্ৰতিষ্ঠানবিলাক কেনে কেনে অৱস্থাৰ মাজত বিফল হৈছিল বা হৈছে আৰু বৰুৱা ডাঙৰীয়াৰ উদ্যম কেনেকৈ সাফল্যমণ্ডিত হৈ উঠিলহি সেইকথা বৰ্ণাবলৈ গ'লে আজি বুঢ়া কালত কোনো কোনো জীৱিত বন্ধু-বান্ধৱৰেই অপ্ৰিয় হ'ব লাগিব বুলি সেইবিষয়ে নিমাত হবলৈ বাধ্য হ'লোঁ।

'স্বৰ্গীয় লক্ষ্মীনাথ ফুকনৰ নিচিনা আশাশুধীয়া আজীৱন সাংবাদিক-সকলৰ নিমিত্তে এটা স্থায়ী সংস্থান বৰুৱা ডাঙৰীয়াৰ উদ্যমত সংগঠিত হৈ উঠিল। সংবাদ সেৱাকেই জীৱনৰ বৃত্তি হিচাপে গ্ৰহণ কৰিব পৰাৰ সুবিধা আৰু সুযোগ যোগাব পৰা এটা জীৱন্ত অনুষ্ঠান মুকলি হ'ল। তেখেতৰ বহুদৰ্শী উদ্যোগ-প্ৰৱণ চিন্তাশক্তিয়ে তেতিয়ালৈকে অসমৰ অন্য ক্ষেত্ৰত চলি থকা উদ্যোগিক লাভ-লোকচানৰ ফালে চকু দি ইচ্ছামতে সম্পাদক সলনি কৰি থকা ৰীতিৰ মুদা মাৰি সংবাদসেৱী-সকলৰ পক্ষে এটা নতুন সম্ভাৱনা উত্তৰ কৰি আদৰ্শ দেখুৱালে। সংবাদসেৱাতেই জীৱন অতিবাহিত কৰাৰ গৌৰৱৰে অৱসৰ ল'ব পৰাকৈ

এটা ব্যৱস্থা কৰিলে বৰুৱা ডাঙৰীয়াৰ অনুষ্ঠানে। বৰুৱাদেৱৰ কৃত কাৰ্য্যতাৰ পন্থাকে অনুসৰণ কৰি হয়তো আগলৈ অনেকেই তেখেতৰ সমকক্ষ বা ততোধিক কীৰ্তি লাভ কৰিবলৈ সমৰ্থ হ'ব, এই ক্ষেত্ৰত লাভ কৰা সাফল্যৰ স্মৃতিচিহ্ন হিচাপে তেখেতে চিৰকাল ধ্ৰুৱতৰাৰ দৰে অসমৰ সাংবাদিক ইতিহাসত জিলিকি থাকিব।' (মোহন চন্দ্ৰ মহন্ত)

মফচলীয়া সাংবাদিকসকলে বহুতো সীমিত সা-সুবিধাৰ মাজত কাম কৰে। বহুসময়ত দেখা যায় যে তেনে সাংবাদিকে পঠিওৱা কোনো গুৰুত্বপূৰ্ণ বাতৰিয়ে কাকতখনত ছপা নহয়, অথচ তাতকৈ কম গুৰুত্বপূৰ্ণ বা প্ৰয়োজনীয় বাতৰি দেখনিয়াৰ হেড্‌লাইনেৰে প্ৰকাশ পাইছে। এইটো কিহৰ বাবে হয়? নিঃসন্দেহে কাকত প্ৰকাশ অনুষ্ঠানৰ সম্পাদনা বিভাগৰ সাংবাদিক তথা সম্পাদকৰ বাবে। বৰ কষ্টৰে লিখি পঠিওৱা বাতৰি এটা ডাক যোগে পঠিয়াই সপ্তাহৰ পিছত সপ্তাহ প্ৰকাশ নহ'লে সাংবাদিকজনৰেবা কেনে লাগিব? এনে এটা আহুকাল এইসকল সাংবাদিকৰ আছে। কিন্তু সেই সমস্যাৰ উমান পোৱাৰ কোনোবাই যত্ন কৰিছেনে? সমগ্ৰ ভাৰতবৰ্ষতে সম্ভৱ এইটো কথা হোৱা নাই।

ৰাধাগোবিন্দই কৰিছিল। আৰু তাৰেই ফলস্বৰূপে তিনিওখন কাকতৰ মফচলীয়া সাংবাদিকসকলৰ ট্ৰিবিউন প্ৰতিষ্ঠানৰ খৰচত মাতি আনি, থকা-খোৱাৰ ব্যৱস্থা কৰি দি তেওঁ এখন এক অভিনৱ কনফাৰেন্স পাতিছিল। কনফাৰেন্সত উপস্থিত আছিল স্বয়ং ৰাধাগোবিন্দ বৰুৱাৰ স'তে ট্ৰিবিউন প্ৰতিষ্ঠানৰ পাৰ্টনাৰ তেওঁৰ তিনি পুত্ৰ, তিনিওখন কাকতৰে সম্পাদক আৰু আহূত বিভিন্ন মফচলীয়া সাংবাদিক। কোনোবাজন যদি সোণাৰীৰ, আনজন বৰপেটাৰ। আন জন বোকাখাটৰ। তিনিচুকীয়াৰ। ইত্যাদি।

কি হ'ল তাৰ? কি আলোচনা হ'ল? উপায় কি দিলে? ৰাধাগোবিন্দৰ বক্তব্য কি?



উপস্থিত থকা সাংবাদিকৰ দৃষ্টিৰেই চোৱা হওক :

এইজন বৰপেটাৰ সাংবাদিক, দৈনিক অসমৰ। তেওঁ লিখিছে :

'১৯৬৫ চনৰ আগষ্ট মাহত 'দৈনিক অসম' জন্ম হোৱাৰ কিছুকাল পূৰ্বে বম্বেত পতা এখন অনুষ্ঠানত স্বত্বাধিকাৰ ৰাধাগোবিন্দ বৰুৱাই অসমীয়া ভাষাৰ দৈনিক বাতৰি কাকত 'দৈনিক অসম' প্ৰকাশৰ প্ৰস্তুতি চলোৱাৰ কথা সদৰী কৰে। 'আমাৰ প্ৰতিনিধি' আলোচনীত ডঃ ভূপেন হাজৰিকাই ৰাধাগোবিন্দ বৰুৱাৰ ঘোষণাত সন্তোষ প্ৰকাশ কৰি এইদৰে মন্তব্য দিছিলি যে আৰ জি বৰুৱাই যি কামতে হাত দিয়ে সেয়ে সফলতাৰ উচচ শিখৰ পায়গৈ। আৰু সেয়েহে দৈনিক অসমৰ সফলতা সম্বন্ধেও ডঃ হাজৰিকাই উচচ ধাৰণা পোষণ কৰিছিল।...... যি কোনো কাৰণতে নহওক ডঃ হাজৰিকাৰ মন্তব্যখিনি সহজভাৱে লব পৰা নাছিলোঁ। পিছে দৈনিক অসমে স্বকীয়া নীতিৰে, নিজস্ব গতিৰে দৃঢ় পদক্ষেপ পেলাই কম সময়ৰ ভিতৰতে আশাতীত সফলতা লাভ কৰিলে।

'ৰাধাগোবিন্দৰ বিশাল ব্যক্তিত্বৰ সম্যক উপলব্ধি হয় দৈনিক অসমৰ সতে যোগসূত্ৰ স্থাপনৰ পিছত। ১৯৭০ চনৰ ৫ এপ্ৰিল তাৰিখে ট্ৰিবিউনৰ উদ্যোগত আহূত আসাম ট্ৰিবিউন, দৈনিক অসম আৰু অসম বাণীৰ সাংবাদিকসকলৰ ট্ৰিবিউন বিল্ডিঙৰ ওপৰ কক্ষত হোৱা-কনফাৰেন্সত উপস্থিত থকাৰ সুযোগ নোপোৱাহেঁতেন আৰ জিৰ বিশাল ব্যক্তিত্ব সম্পৰ্কে এনে সুস্পষ্ট ধাৰণা সম্ভৱ নহ'লহেঁতেন।.... অসমৰ আন কাকতৰ উপৰিও মই কলিকতাৰ কেইবাখনো প্ৰথম শ্ৰেণীৰ কাকতৰ স'তে জড়িত আছিলোঁ। সেইবোৰ প্ৰতিষ্ঠানৰ কোনোৱে এনে ধৰণৰ কনফাৰেন্স পাতি ধন ভঙা দেখা নাই। 'মধ্যাহ্নৰ বিৰতিৰ সময়খিনিৰ বাহিৰে ৰাতিপুৱা ন বজাৰ পৰা সন্ধিয়া-লৈকে ট্ৰিবিউন বিল্ডিঙৰ ওপৰ কক্ষত সাংবাদিকসকলৰ সেই কন-

ফাৰেন্সত বহি, কথা-বতৰাৰ মাজেদি আৰু জিক চিনি পাইছিলোঁ। মালিক পক্ষৰ আন লোকসকল আৰু সম্পাদক শ্বেইগবাকীৰ স'তে চিনাকি হোৱাৰ পিছত শ্ৰীবৰুৱাই সাংবাদিকসকলক আহ্বান জনাই কৈছিল যে সাংবাদিকসকলৰ নিজা অভাৱ-অভিযোগৰ লগতে বাতৰি সম্পৰ্কীয় আলোচনা-সমালোচনা খোলোচাকৈ বিনা দ্বিধাই ব্যক্ত কৰি আৱশ্যকীয় পৰামৰ্শাদি যেন আগবঢ়ায়।

'আন সভা-সমিতি বা কনফাৰেন্সৰ গতানুগতিক পদ্ধতি এৰাই অতি পৰিপাটিভাৱে অকণো আমনি নলগাকৈ শান্ত পৰিবেশত আৰু জিয়ে নিজে দিন জোৰা কনফাৰেন্সখন সুকলমে পৰিচালনা কৰে। আৰু জিয়ে তেওঁৰ উদ্বোধনী ভাষণত ইয়াকো ব্যক্ত কৰিছিল যে কোনো কোনোৱে ভবাৰ দৰে ট্ৰিবিউন গোষ্ঠীৰ কোনো কাকতৰে নীতিৰ ক্ষেত্ৰত মালিকে হস্তক্ষেপ নকৰে। উদাহৰণ স্বৰূপে দুয়োখন কাকতৰ ভিন্নসুৰীয়া নীতিৰ কথা উল্লেখ কৰে। সম্পাদকীয় স্তম্ভৰ উদ্ধৃতি দি কোনো কোনো ক্ষেত্ৰত বিপৰীত মন্তব্য একে সময়তে দুয়োখন কাকতে প্ৰকাশ কৰা কথালৈ আঙুলিয়ায়। লগতে সমবেত সাংবাদিকসকলক এইবুলি প্ৰত্যাহ্বান জনাই যে, মেনেজমেণ্ট সম্পৰ্কে যদি কিবা দোষ-ক্ৰটি আছে সেই বিষয়ে মালিক পক্ষক জগৰীয়া কৰিব পাৰে, আৰু বাতৰি আদিৰ সম্পৰ্কত তেওঁলোকক সম্পাদক মণ্ডলীৰ স'তে বুজা-পৰাত আহিব লাগিব বুলি কয়। 'বাতৰি সম্পৰ্কে বিভিন্ন জনৰ পৰা বিভিন্ন অভিযোগে উত্তপ্ততা বঢ়াব খুজিলে আৰু জিয়ে চুটি ৰুলিং দি পৰিবেশ নম্ৰ কৰিছিল। এজন সাংবাদিকে বহুসংখ্যক গড়ৰ মৃত্যু বাতৰি এটা দৈনিক অসমৰ প্ৰথম পৃষ্ঠাত প্ৰকাশ হোৱা আৰু একেটা বাতৰি আসাম ট্ৰিবিউনত প্ৰকাশ নোহোৱা বুলি ক্ষোভেৰে অভিযোগ অনাৰ পিছত বিভাগীয় সম্পাদকে যেতিয়া জনালে যে বন বিভাগৰ বিষয়াক সুধি বাতৰিটো সত্য নহয়



বুলি জানি প্ৰকাশ কৰা নহ'ল, তেতিয়া মফচলীয়া সাংবাদিকসকলৰ মাজত মৃদু গুঞ্জন উঠিছিল। আৰু জি খন্তেক নীৰৱে থাকি স্বভাৱ-সুলভ কম কথাৰে এনেকুৱা ধৰণৰ মন্তব্য এটা কৰিছিল—বাতৰিৰ গুৰুত্ব অনুসৰি পৰিবেশিত বাতৰি প্ৰকাশ পোৱা উচিত—পিছত লাগিলে প্ৰতিবাদ টোকা দিয়ক।

'সেইদিনাৰ নানান আলোচনা সমালোচনাৰ পিছত মোৰ মনত নিশ্চিত ধাৰণা হ'ল যে ট্ৰিবিউন গোষ্ঠীৰ কাকতৰ মালিকে বাতৰি পৰিবেশন তথা বাতৰিৰ নীতি নিৰ্দ্ধাৰণ ক্ষেত্ৰত হস্তক্ষেপ নকৰে, যিটো কৰে ভাৰতৰ বৃহৎ বাতৰি কাকত গোষ্ঠীৰ মালিকসকলে।....

'কনফাৰেন্সত উপস্থিত থকা প্ৰত্যেকৰে এটা অভিযোগ আছিল যে তেওঁলোকৰ পাৰিশ্ৰমিক পইচা ৬।৭ মাহলৈ এৰিয়াৰ হৈ পৰি থাকে। কথাষাৰ ক'বলৈ সকলোৱে সঙ্কোচ কৰিছিল। মই যেতিয়া উত্থাপন কৰিছিলোঁ, প্ৰায় সকলোখিনি মফচলীয়া সাংবাদিকে মোক কৰতালি দি সমৰ্থন জনালে। তেতিয়াই আৰু জিয়ে একো নক'লে যদিও, কাউণ্টাৰত দৈনিক বানচ, ভ্ৰমণ বানচ লবলৈ যোৱা সাংবাদিকসকলক অফিচৰ কৰ্মচাৰীয়ে জনালে যে আমাৰ যাৰ যি পাবলগীয়া এৰিয়াৰ আছে, পিছদিনা দিয়া হ'ব।' (গণেশ দাস)

আন এজনৰ বক্তব্য। এওঁ আসাম ট্ৰিবিউনৰ সোণাৰীৰ সংবাদদাতা: 'বৰুৱাই সাংবাদিকতা আৰু সংবাদ সংগ্ৰহ আৰু পৰিবেশন কৰাৰ ওপৰত যিবোৰ কথা কৈছিল আমাৰ সকলো সাংবাদিকেই তেওঁৰ জ্ঞান আৰু অভিজ্ঞতা দেখি আচৰিত হৈছিলোঁ। পিছৰ বৈঠকত বৰুৱাৰ দুটা কথাই আমাক মুগ্ধ কৰিছিল। বৰুৱাই তিনিওজন পুতেকক সকলোৰে লগত চিনাকি কৰি দিওঁতে কৈছিল—'মোৰ দৰে এওঁলোককো আপোনালোকে নিজৰ মানুহ বুলি ভাবিব। মোৰ ব্যৱসায় এওঁলোকক এতিয়া চলাবলৈ দিছোঁ। দ্বিতীয়তে সেইদিনা বৈঠকৰ পিছত বৰুৱাই

আমাক সকলোকে প্ৰেছলৈ লৈ গৈ বিৰাট ৰটাৰী মেচিনটোৱে কেনেকৈ প্ৰতি চেকেণ্ডত ছখন কাগজ একেলগে ছপা কৰি ভাজে ভাজে উলিয়াই তাকো তন্ন তন্নকৈ বুজাই দিছিল। মেচিনৰ সম্পৰ্কে তেওঁৰ জ্ঞানৰ কথা বাৰু এৰিছোৱেই—তেওঁৰ অন্তৰখোলা ব্যৱহাৰ আৰু অমায়িক কথা-বতৰাই আমাৰ সকলোকে সেইদিনা মোহিত কৰিছিল।' (পবনাথ শৰ্মা)

আন এজনৰ দৃষ্টিত, এওঁ তিনিচুকীয়াৰ দৈনিক অসমৰ সংবাদদাতা: 'সভাৰ কাম আৰম্ভ কৰি বৰুৱাই কৈছিল, আপোনাসকলেই কাকত-কিখনৰ লাইখুটা। আপোনালোকৰ সহযোগ নাপালে এই প্ৰতিষ্ঠানৰ ঘৰ ভাগি পৰিব। আপোনালোকৰ যি অসুবিধা আছে তাক আপোনা-লোকে খোলাখুলিকৈ ক'বলৈ সঙ্কোচ নকৰিব আৰু কাকতৰ সম্পাদকসকলে আপোনাসকলৰ সংবাদ প্ৰেৰণত পোৱা অসুবিধা আৰু ভুল ত্ৰুটিৰ কথা ক'লেও আপোনালোকে নিজৰ প্ৰতিষ্ঠান বুলি তাৰ প্ৰতি বেয়া ভাব নলব।'.....(যোগেন শৰ্মা)

স্পষ্টবাদী আৰু সঁচাকৈয়ে মফচলীয়া সাংবাদিকৰ উন্নতি বিচৰা ৰাধাগোবিন্দই নিজে এইসকল সাংবাদিকৰ সুবিধা-অসুবিধা জানিবলৈ বিচাৰি সেই সভাতে হেনো তাৰ প্ৰতিকাৰৰ বাবে ব্যক্তিগত চেষ্টাৰ প্ৰতিশ্ৰুতিৰে যিদৰে কৈছিল সেয়া আসাম ট্ৰিবিউনৰ ধুবুৰী সংবাদদাতাৰ বৰ্ণনাত:

'বহু সময়ৰ নিবৰতাৰ পিছত আৰ জি উঠিল কথা ক'বলৈ। ক'লে: আপোনালোকৰ কোনো অভিযোগ যদি সম্পাদকসকলে প্ৰতিকাৰ নকৰে তেন্তে পোনে পোনে মোলৈ লিখিব। মই তাৰ প্ৰতিকাৰৰ চেষ্টা কৰিম। আমি বুকুতে এপাচি সাহস পালোঁ।' (উদ্ধব চন্দ্ৰ কলিতা)

ৰাধাগোবিন্দৰ এই অভিনৱ পৰিকল্পনাই এহাতে যেনেদৰে দূৰ-সুদূৰৰ এচাম আন্তৰিকতাপূৰ্ণ বাতৰি যোগনীয়াৰৰ অভাৱ-অভিযোগৰ ওচৰৰ পৰা



উমান লোৱাত সহায় কৰিছিল, আনহাতে তেনেদৰেই যিটো প্ৰতিষ্ঠানৰ হৈ তেখেতসকলে বা-বাতৰিৰ যোগান ধৰিছে, সেই প্ৰতিষ্ঠানৰ স্বত্বাধিকাৰ, সম্পাদক, বিভিন্ন সাংবাদিক আৰু প্ৰেছ কৰ্মী তথা প্ৰতিষ্ঠানটোৰ কাৰ্য্যকলাপৰ বিষয়ে সম্পৰ্ক স্থাপনৰ এই অভিনৱ প্ৰচেষ্টাক প্ৰশংসা নকৰি পাৰে কোনে?

নিজৰ সীমিত সামৰ্থ্য আৰু কাকতকেইখনৰ সীমিত সামৰ্থ্যৰ প্ৰতিও তেওঁ সমানে সচেতন আছিল। গতিকে ফোপজহি কথাৰে নিজকে সদৰী কৰাৰ ইচ্ছা ৰাধাগোবিন্দক কোনোদিনে সংক্ৰমিত কৰা নাছিল। কিন্তু অনাহকত কাকতকেইখনৰ প্ৰতি কোনোবা নিষ্ঠুৰ হ'লে যিদৰে তেওঁ সহিব নোৱাৰিছিল, তেনেদৰেই নোৱাৰিছিল উন্নাসিক মনোভাবক। কাৰণ আসাম ট্ৰিবিউন সমগ্ৰ প্ৰতিষ্ঠানটোৱে আছিল তেওঁৰ মানস সন্তানৰ দৰে। আৰু তেওঁ আছিল সমগ্ৰ অনুষ্ঠানৰ পিতৃস্বৰূপ।

আৰু সেই অনুষ্ঠানতে পচিশটা বছৰ নানান তিক্ত-মধুৰ অভিজ্ঞতাৰে নিয়াৰিকৈ সম্পাদকৰ দায়িত্ব বহন কৰি যেতিয়া ১৯৬৪ চনত অৱসৰ গ্ৰহণ কৰা সম্পাদক স্বৰ্গীয় লক্ষ্মীনাথ ফুকনে কয়:

> **'As I look back on the years in the 'Assam Tribune' I feel gratified that these years have been well spent, filled as they have been with purposeful activity. These have been years of varied experience, of hopes and disappointments, of successes achieved and failures undergone, of a battle won and another battle lost, of mistakes committed and mistakes ractified. The perfection visualized has not been attained, the summit aimed at is yet to be reached. Strenuous has been the work, and efforts to cop with it has not been taking......'**

তেতিয়া প্ৰতিধ্বনিত সেই একেটা বেদমন্ত্ৰ: চেষ্টা। 'ওপৰলৈ যোৱাৰ চেষ্টা।

ওপৰলৈ।

আৰু ওপৰলৈ।

ৰাধাগোবিন্দৰ সেই চেষ্টাৰে এটি সফল পৰিণতি: আসাম ট্ৰিবিউন কাকতৰ ৰূপালী জয়ন্তী।

এখন ইংৰাজী কাকতৰ পচিশ বছৰ অসমৰ বাবে সুদীৰ্ঘ যাত্ৰা। সংখ্যালঘিষ্ঠ কাকতৰ ক্ষেত্ৰতহে এনে সৌভাগ্য ঘটিছে। কাৰোবাৰ বাবে এই যাত্ৰাৰ শেহৰ আনন্দ তাৎপৰ্য্যপূৰ্ণ নহ'ব পাৰে। কিন্তু কাৰোবাৰ বাবে এয়া বৰ স্মৰণীয়। আৰু যি বাধা, যি কষ্ট আৰু যি এশ এটা সৰু ডাঙৰ অসুবিধা আৰু সমস্যাৰ মাজেদি ৰাধাগোবিন্দই এই কাকতক পচিশ বছৰীয়া চফল যুৱক কৰি তুলিছিল, তাৰ মাজতো আনন্দই আনন্দ।

সেয়েহে এই কাকতৰ ৰূপালী জয়ন্তী উছৱ তেওঁ বৰ ধুমধামেৰে পাতিছিল।

আন আৰু দহজন অসমীয়া ব্যৱসায়ীৰ দৰে চোৌতে খৰ মাৰি এই উছৱ পতা নাছিল। ঢোলে-দগৰে পাতিছিল।

অনুষ্ঠান পাতিছিল নতুন দিল্লীত। পাতিছিল বম্বেত। পাতিছিল কলিকতাত। শ্বিলঙত।

মুখ্য কাৰ্য্যালয় গুৱাহাটীতটো কথাই নাই।

নতুন দিল্লীৰ অনুষ্ঠানত তেতিয়াৰ প্ৰধানমন্ত্ৰী স্বৰ্গীয় লালবাহাদুৰ শাস্ত্ৰী আৰু সেইসময়ত তথ্য আৰু অনাতাঁৰ মন্ত্ৰীৰ দায়িত্বত থকা শ্ৰীমতী ইন্দিৰা গান্ধী উপস্থিত আছিল।

বম্বেত মহাৰাষ্ট্ৰৰ মুখ্যমন্ত্ৰী ভি পি নায়ক।

কলিকতাত তেতিয়াৰ পশ্চিমবঙ্গৰ মুখ্যমন্ত্ৰী প্ৰফুল্লচন্দ্ৰ সেন। তেতিয়াৰ বিত্তমন্ত্ৰী শৈল্য মুখাৰ্জী, সংসদী সদস্য অতুল্য ঘোষ, অমৃত বাজাৰ পত্ৰিকাৰ সম্পাদক তুষাৰকান্তি ঘোষ আদি উপস্থিত আছিল।

শ্বিলঙৰ অনুষ্ঠানত মুখ্য অতিথি ৰূপে উপস্থিত আছিল তেতিয়াৰ ৰাজ্যপাল বিষ্ণু সহায়, সভাপতিত্ব কৰিছিল বিত্তমন্ত্ৰী ফখৰুদ্দিন আলি আহমদে।



শ্বিলঙৰ ৰূপালী জয়ন্তী উছৱৰ ভাষণ প্ৰসঙ্গত স্বৰ্গীয় আলি আহমদে কি কৈছিল তাৰে প্ৰকাশিত বাতৰিৰ বিৱৰণী :

'Sri Ahmed recalled how on arrival in Assam from abroad in 1928 he had asked for daily newspapers and was told that he could expect a daily newspaper only after two days. He was surprised at that, he said.

'Sri Ahmed said that there was a great need for fearless and independent newspapers in this country, which through their constructive criticisms, objective presentation of news and views and dedicated service to the people could render great help to the nation.

'Congratulating, Sri Radhagovinda Baruah, the founder proprietor of the Assam Tribune, Sri Ahmed said, 'to Sri Barua's credit stands today the achievements and happiness of a pioneer who had dared to launch upon an adventure that has now brone fruits.' Paying eloquent tribute, the Finance Minister urged the youth of Assam to get into touch with him and imbibe his adventurous spirit and enterprise. The need for such persons was greater today in Assam, Sri Ahmed said.

'Sri Ahmed recalled the services rendered to the growth of the Assam Tribune also by its first editor Sri L. N. Phookan. Sri Phookan, he said, had been in close touch in his youth with truely nationalist newspapers in Calcutta and after the initial training and experiences earned there took up the editorial assignment of the Assam Tribune. The contribution made towards the growth of the Assam Tribune was possible because the genius of Sri R. G. Baruah found solid support from an editor like Sri L. N. Phookan, he said.

(Assam Tribune, April 5, 1965)

মুখ্য কাৰ্য্যালয় গুৱাহাটীত ৰূপালী জয়ন্তী উছৱ আড়ম্বৰপূৰ্ণভাৱে অনুষ্ঠিত হৈছিল এপ্ৰিল মাহৰ তিনি তাৰিখে। ১৯৬৫ চন।

অনুষ্ঠান উদ্বোধন কৰিছিল তেতিয়াৰ মুখ্য মন্ত্ৰী বিমলা প্ৰসাদ চলিহাই। সভাপতিত্ব কৰিছিল তেতিয়াৰ শিক্ষা মন্ত্ৰী দেৱকান্ত বৰুৱাই। সন্মানীয়

অতিথিৰ আসন শোভা কৰিছিল বিষ্ণু ৰাম মেধি আৰু জাষ্টিচ এছ কে দত্তই। জাষ্টিচ দত্ত ট্ৰিবিউন কাকতৰ স'তেও জড়িত আছিল এটা সময়ত।

উদ্বোধনী ভাষণত মুখ্যমন্ত্ৰী চলিহাই কৈছিল:

'...by its service to the people The Assam Tribune has become a national institution—a paper which belongs to the entire people of the State.'

ৰূপালী জয়ন্তী উছৱৰ (২ এপ্ৰিল, ১৯৬৫) আসাম ট্ৰিবিউনৰ নিজস্ব সম্পাদকীয়ত এই গৌৰবোজ্জ্বল দিনটোৰ বিষয়ে এনেদৰে লিখা হৈছে:

'The Assam Tribune has completed a quarter of a century of service to the nation, specially this state and people. Even in the life of a newspaper, this is not too brief span. That we have filled it indeed gives us a sense of joy and achievement which is derived from a regard not so much for the distance covered as for the difficulty to the terrian traversed. The last twentyfive years had been for this country and this State, as it had been for entire humanity, a most momentous and eventful period. For us to, a good part of this period saw us fighting on acute struggle for survival......

'The Assam Tribune believes in harmonious relations between the diverse inhabitants of this State and co-sharing of the fruits of development and progress. It is firmly pledged to work for national unity and solidarity within a framework of democracy and justice and this task is nowhere more pressing than in Assam......'

কাকতখন পঁচিশ বছৰীয়া ৰূপালী জয়ন্তীত ৰাধাগোবিন্দৰ মনোভাৱ কেনেকুৱা? এজন স্বত্বাধিকাৰৰ ইয়াতকৈ আৰু কি মনৰ আনন্দ থাকিব পাৰে যেতিয়া কাকতখনৰ ৰূপালী জয়ন্তীৰ সগৰ্বে এইবুলি কয়:

'I AM PROUD TO SAY THAT I WAS ABLE TO PAY MY STAFF WELL.......

THE ASSAM TRIBUNE IS A HAPPY FAMILY AND I SINCERELY HOPE IT WILL REMAIN AS SUCH.'

কেৱল আসাম ট্ৰিবিউনহে তেওঁৰ সুখী পৰিয়ালনে?



আন আৰু একো নাইনে? আৰু কিবা?

নিজে যেতিয়া লক্ষ্যত উপনীত হ'ল, তাৰ লগে লগে স্পৃহা জাগিল আনৰ বাবেও কিবা কৰাৰ। স্পৃহা আগৰে পৰা আছিল, কিন্তু তাৰ বাবে উপযুক্ত সময়ৰ আৰু আৱশ্যকীয় পটভূমিৰ প্ৰয়োজন। সেইটোৰ বাবেই ৰাধাগোবিন্দই চিকাৰী দৃষ্টিৰে অপেক্ষা কৰিছিল।

ট্ৰিবিউন 'ক্ষুদ্ৰ সাম্ৰাজ্য' যেতিয়া গঢ়ি উঠিল, এবাৰ তেওঁৰ মানস সন্তান ট্ৰিবিউন পৰিয়ালৰ ভৱিষ্যত তথা বৰ্তমান সম্পৰ্কে যেতিয়া নিশ্চিন্ত হৈ উঠিল, তেতিয়া ৰাধাগোবিন্দই আকৌ জপিয়াই পৰিল অন্য কামত। এইবোৰ কামৰ প্ৰস্তুতি কেতিয়াবাৰে পৰা।

আৰু হাতত লোৱা কামৰ বাবে দেহে-কেহে খাটি যি অসাধ্য তেওঁ সাধন কৰিছে সেয়াও অসমৰ ৰাজহুৱা কামৰ ইতিহাসত এক স্মৰণীয় অধ্যায়।

অন্ততঃ আধুনিক গুৱাহাটীত তেওঁ এনে কিছুমান অনুষ্ঠান গঢ়ি থৈ গ'ল যাৰ প্ৰত্যক্ষ অৱদান আজিও ভোগ কৰি থকাৰ সুবিধা হৈছে। এইবোৰ কাম কেৱল তথাকথিত বহু প্ৰচলিত বাক্যাংশ 'নিউজ পেপাৰ টাইকুন' বাবেই যে সম্ভৱ হৈছিল সেইটো নহয়, তেওঁৰ দূৰদৃষ্টি, একাগ্ৰতা, একলব্য লক্ষ্য আৰু আপোচহীন বেপৰোৱা মনোভাৱেও প্ৰভূত সহায় কৰিছিল।

উল্লেখযোগ্য কথা যে এই ৰাজহুৱা কামবোৰ কৰিবলৈ লওঁতে ৰাধাগোবিন্দই বহু তিতা-কেঁহা নিষ্ঠুৰ অভিজ্ঞতাৰ সন্মুখীন হৈছিল। সুপ্ৰতিষ্ঠিত অসমৰ বহু গণ্য-মান্য ৰাজনৈতিক নেতা, মন্ত্ৰী, এম-এল-এ তথা চৰকাৰী বিষয়া আৰু সামাজিকভাৱে সুপ্ৰতিষ্ঠিত নেতা, উপনেতা, সমাজসেৱীৰ পৰা এহাতে যেনেদৰে পাইছে অবৰ্ণনীয় অসামাজিক ব্যৱহাৰ, বৃহত্তৰ স্বাৰ্থক উলাই কৰি ক্ষুদ্ৰ স্বাৰ্থৰ দ্বাৰা পৰিচালিত হোৱা নীচ মনো-বৃত্তিৰ নগ্ন প্ৰকাশ; আনহাতে বিভিন্ন স্তৰৰ এনে বহু ব্যক্তিৰ পৰা

তেওঁ অতি সৌজন্যসূচক তথা বৃহত্তৰ স্বাৰ্থৰ বাবে কিবা কৰাৰ নিস্বাৰ্থ মনোভাবযুক্ত সহায়-সহযোগিতাৰ পৰাও বঞ্চিত হোৱা নাই।

নগ্নভাৱে ৰাধাগোবিন্দই সেই কথা কৈ গৈছে। কোনো লুক-ঢাক নোহোৱাকৈ তেওঁ এই বৃহত্তৰ সামাজিক কামসমূহ কৰাৰ পথত যাৰেই সহায় পাইছে তেওঁকেই মৰমেৰে সুঁৱৰিছে। যি কেৱল নীচক 'পলিটিক্স' আৰু সমালোচনাৰ বিষকাঁড়েৰে তেওঁক গুপুতে অথবা প্ৰকাশ্যে বিন্ধিব খুজিছে তেওঁলোকক অতি নিষ্ঠুৰভাৱে উলাই কৰি গৈছে। প্ৰতিশোধ লোৱাৰ সুঁযোগ থাকিলেও বা আহিলেও লোৱা নাই।

এই কথাখিনিৰ প্ৰয়োজন এইবাবেই হৈছে যে ৰাধাগোবিন্দ বৰুৱাই কেৱল ব্যক্তিত্ব আৰু সামাজিক প্ৰতিষ্ঠাৰ গুণতে এনেবোৰ ৰাজহুৱা কাম-কাজ কৰিবলৈ সক্ষম হৈছিল বুলি ক'লে ভুল হ'ব। ব্যক্তিত্ব আৰু সামাজিক প্ৰতিষ্ঠাৰ আবুৰে তেওঁক সহায় কৰিছিল ঠিকেই, কিন্তু তাৰ লগে লগে হাতত লোৱা কাম সফল কৰি তোলাৰ বাবে তেওঁৰ যি জীৱন-পণ সেইটোৰ আঁৰৰ সাধনা আৰু মানসিক প্ৰস্তুতিৰ কথা পাহৰি গ'লেও নচলিব। যি তেওঁক এনে কামত প্ৰত্যক্ষ কৰিছে তেওঁলোকে এই কথা বাৰে বাৰে দোহাৰিছে।

ৰাধাগোবিন্দই বিশ্বাস কৰিছিল, ৰাজহুৱা কামত মুখৰ প্ৰতিশ্ৰুতি, বাহবা পাবলৈ মিছা আশ্বাস আৰু সুপৰিকল্পিতভাৱে কেৱল দেখুৱাই পাব্লিক ৰ্কছ কৰি ভুৱা ভাবমূৰ্তি গঢ়ি তোলাৰ কোনো অৰ্থই হ'ব নোৱাৰে।

কথা নহয়, কামেৰে প্ৰমাণ কৰিব লাগে কি কৰিব খুজিছে বা কি কৰিব। নিজৰ বাবে নহয়। দহৰ বাবে।

কেৱল বৰ্তমানৰ বাবে নহয়। ভৱিষ্যতলৈও।

কৰিছে নে তেনে কাম ৰাধাগোবিন্দই?



নিজে কৈছে ৰাধাগোবিন্দই :

'গুৱাহাটীলৈ যেতিয়া আহিলোঁ, চাৰি পাঁচ বছৰমান কলৈকো ওলোৱা নাছিলোঁ। কোনো সভা-সমিতি, ৰাজহুৱা ফাংশ্যন একোতে মই যোগ দিয়া নাছিলোঁ। খালি প্ৰেছ, প্ৰেছ, প্ৰেছ। ৰাতিয়ে দিনে কেৱল প্ৰেছৰ চিন্তা।'

স্বাভাৱিকতে প্ৰেছৰ চিন্তাই তেওঁৰ বাবে প্ৰধান আছিল। তাৰ উপৰি ডিব্ৰুগড়ৰপৰা নতুনকৈ উঠি আহি অচিনাকি অন্ততঃ প্ৰেছ ব্যৱসায়ৰ ক্ষেত্ৰত, গুৱাহাটীত খোপনি পোতা প্ৰশ্নটোৱে তেতিয়া ৰাধাগোবিন্দৰ বাবে মুখ্য চিন্তাৰ বিষয় আছিল।

কিন্তু ব্যক্তিগত কাম-কাজৰ বাহিৰেও ৰাজহুৱা কামত অংশ গ্ৰহণৰ আগৰে পৰা যিটো উৎসাহী মন তেওঁৰ মাজত লুকাই আছিল সেইটো প্ৰবৃত্তি যাব কলৈ ?

ডিব্ৰুগড়ত তাহানিতে ৰাধাগোবিন্দই যিবোৰ কাম কৰি থৈ আহিছিল, তাৰ স্মৃতিয়ে তেওঁক নিশ্চয় আমনি দিছিল। নতুন চহৰ গুৱাহাটীত একে পৰ্য্যায়ৰ কিবা এটা কৰাৰ কথা নুঠে ; কৰিবলগীয়া হ'লে কৰিব ঠিকেই, কিন্তু নতুন ধৰণে, এইটোৱে আছিল তেওঁৰ ধাৰণা।

গুৱাহাটীলৈ আহি প্ৰেছৰ কামত ব্যস্ত থকা ৰাধাগোবিন্দ বৰুৱাই নিজে কোনো কামতে চাৰি পাঁচ বছৰ যোগ দিয়া নাছিল সঁচা, কিন্তু সতৰ্কভাৱে সকলো লক্ষ্য কৰিছিল। গুৱাহাটীৰ পৰা ওলোৱা ইংৰাজী সাপ্তাহিকখনৰ স্বত্বাধিকাৰ হিচাপে তথা ধীৰে ধীৰে তেওঁ তেতিয়াৰ অবৰ্দ্ধিত গুৱাহাটীৰ এই নিৰ্জনপ্ৰায় জনপ্ৰাণীহীন ঠাইত গঢ়ি তোলা আটকধুনীয়া ট্ৰিবিউন প্ৰতিষ্ঠানটো কিন্তু সতৰ্ক আৰু সচেতন মানুহৰ চকুৰপৰা হাত সাৰি যোৱা নাছিল।

চকুত পৰা মানুহেই আছিল ৰাধাগোবিন্দ। তেতিয়াই ।
এজনৰ বৰ্ণনাত চাওক :

'১৯৪৮ চনৰ কথা। মোৰ উজান বজাৰৰ ঘৰৰ সমুখেদি নদীপাৰৰ ফালে মুখ কৰি এখন গাড়ী গুচি গ'ল। ক'লা ৰঙৰ চিকচিকীয়া টু ছীটাৰ স্পৰ্টচ কাৰ এখন। ষ্টেয়াৰীঙ হুইলত বহা মানুহজন ধুনীয়াকৈ সাজ-পাৰ কৰা, দেখাত বৰ স্মাৰ্ট। মানুহজন আদবয়সীয়া। মোৰ স্বাভাৱিকতে বৰ কৌতূহল হ'ল জানিবলৈ প্ৰায়েই স্পৰ্টচ কাৰত যোৱা এনে আবেদনশীল চেহেৰাৰ এই মানুহজননো কোন ? বন্ধু-বান্ধৱৰ পৰা খা-খবৰ কৰি গম পালো যে সেই মানুহজনেই ৰাধাগোবিন্দ বৰুৱা। সম্ভাৱনাময় ব্যৱসায়ী। অকল ব্যৱসায়ীয়ে নহয়, খেলা-ধূলাৰ প্ৰতি



আচৰিত আকৰ্ষণ থকা এজন সংস্কৃতি-অনুৰাগী ব্যক্তি। মই মানুহ-জনক আচৰিত ধৰণে ভাল পাই পেলালোঁ, যদিও তেতিয়ালৈ তেওঁক মই লগ পোৱাই নাই।' (নৃপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য্য)

যি গৰাকী ব্যক্তিয়ে ওপৰৰ এই কথাখিনি কৈছে তেওঁৰ স'তে পিছত ৰাধাগোবিন্দৰ ক্ৰীড়া সংগঠনৰ ক্ষেত্ৰত সুদীৰ্ঘ বছৰৰ সম্পৰ্ক স্থাপন হয় আৰু অসম, বিশেষকৈ গুৱাহাটীৰ ক্ৰীড়া সংগঠনত হাতত ধৰি কাম কৰাৰ সুবিধা হয়। সেইবোৰ পিছৰ কথা। কিন্তু নৃপেন্দ্ৰ ভট্টাচাৰ্য্যই বুজিছিল যে, এইজন মানুহ কামৰ মানুহ।

দ্বিতীয় মহাসমৰৰ পিছত অসমৰ খেলা-ধূলাৰ জগতত এক বিৰাট শূন্য-তাৰ সৃষ্টি হয়। এই শূন্যতা বহুখিনি পৰিবেশৰ বাবে। যুদ্ধৰ শেষত পুৰণি ক্লাববোৰ সংগঠিত হৈ আকৌ নতুনকৈ খেল ধেমালিত জপিয়াই পৰিবলৈ কিছু সময়ৰ প্ৰয়োজন হৈছিল।

গুৱাহাটীতো একেই কথা।

গুৱাহাটীৰ পুৰণি ক্লাব যাৰ নাম অৰ্থবহভাৱে ঠাইখনৰ নামৰ স'তে জড়িত সেই গুৱাহাটী টাউন ক্লাববো অৱস্থা তেতিয়া শোচনীয়। গুৱাহাটীৰ ক্ৰীড়া জগতত তেতিয়া দুটা লেখত লবলগীয়া নামেই হ'ল গুৱাহাটী টাউন ক্লাব আৰু মহাৰাণা ক্লাব। এই দুটা দলৰ প্ৰতিবিম্ব ঠিক কলিকতাৰ মোহন-বাগান আৰু ইষ্টবেঙ্গলৰ লেখীয়া। দুয়োটা ক্লাবৰ খেল পথাৰত প্ৰতিদ্বন্দ্বিতা ক্ৰীড়ামোদীৰ বাবে পৰম উপভোগ্যৰ বিষয় আছিল।

টাউন ক্লাবৰ তেতিয়াৰ সম্পাদক উল্লেখিত নৃপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য্যই (চমুকৈ নৃপেন ভট্ট) যৎপৰোনাস্তি চেষ্টা চলাইছিল টাউন ক্লাবক পুনৰ সঞ্জীৱিত কৰিবলৈ। তেওঁ আৰু ক্লাবৰ আনকেইজনমান সদস্যই ক্লাবৰ পুৰণি ঐতিহ্য ঘূৰাই আনি ক্লাবটোক স্বমৰ্য্যাদাত স্থাপিত কৰিবলৈ যত্নপৰ হৈছিল।

তেতিয়াৰ ক্লাবৰ সম্পাদকৰ নিজৰ বৰ্ণনাত :

'আমি তেতিয়া এনে এজন মানুহ বিচাৰিছিলোঁ যি ক্লাবটোৰ বাবে অৰ্থ সাহায্য আগবঢ়োৱাৰ উপৰিও নেতৃত্ব দিব পাৰে। আৰু জিৰ নামটোৱে মোৰ তপৰাই মনলৈ আহিল। মই আৰু ক্লাবৰ কেইজনমান সদস্য একলগ হৈ তেওঁৰ চান্দমাৰীৰ ঘৰত লগ ধৰি ক্লাবটোক অৰ্থ সাহায্যেৰে সহায় কৰিবলৈ অনুৰোধ জনালোঁ।' (নৃপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য্য)

ৰাধাগোবিন্দই কি কৰিলে ?

তত্তালিকে টকা ৫০ টা দিলে। ১৯৪৮ চনত ৫০ টকাৰ মূল্য বহুখিনি। অৰ্থ সাহায্য বিচাৰি যোৱাসকল আনন্দত মতলীয়া হ'ল আৰু তেতিয়াই তেওঁলোকে স্থিৰ কৰিলে যে এইজন মানুহক ক্লাবৰ চাৰিবেৰৰ মাজত আনিবই লাগিব।

ৰাধাগোবিন্দই সকলো নীৰৱে প্ৰত্যক্ষ কৰিছিল। তেতিয়া গুৱাহাটী তেওঁৰ বাবে বৰ নতুন। বৰ আচহুৱা।

টাউন ক্লাবৰ এইসকল কৰ্মকৰ্তাই এই সোণালী সুযোগ নেৰিলে। পিছৰ বছৰ ১৯৪৯ গুৱাহাটী টাউন ক্লাবে ৰাধাগোবিন্দক আহ্বান কৰি আনি গুৱাহাটী টাউন ক্লাবৰ ভাইচ প্ৰেচিডেণ্ট পাতিলে।

এয়াই ৰাধাগোবিন্দৰ গুৱাহাটীৰ ক্ৰীড়া জগতত নম্ৰ প্ৰৱেশ। কোনো খেলৰ ৰাজনীতি বা পাছ্ দুৱাৰেদি নহয়, সন্মানীয়ভাৱে আহুত অসমৰ প্ৰাচীন ঐতিহ্যমণ্ডিত ক্লাব এটাৰ দায়িত্বপূৰ্ণ বিষয়বাবেৰে। আৰু এই পদক্ষেপে অসমৰ বাবে আশীৰ্বাদ হৈ দেখা দিয়ে।

নৃপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য্যৰ বৰ্ণনাত :

'This was an important landmark in the history of sports and games in Assam. This is the first entrance in the sports world and the begining of R G's long and eventful association with organisational aspect of sports and games in Assam.



এবাৰ যে সোমাল আৰু কোনে পায় ।

নিজস্ব মোহনীয় ব্যক্তিত্ব, গঠনমূলক উপদেশ আৰু তেতিয়ালৈ ক্ৰীড়া সংগঠনৰ ক্ষেত্ৰত ভাবিব নোৱাৰা বা ভাবিব নোখোজা সকলো দিশতে ৰাধাগোবিন্দৰ অস্তিত্ব অনুভৱ কৰা গ'ল ।

পিছৰ বছৰতে তেওঁক গুৱাহাটী টাউন ক্লাবৰ প্ৰেচিডেণ্ট পতা হয় । তাৰপিছত সীমা সংখ্যা নাই বিষয়বাবৰ !

সভাপতি নিৰ্বাচিত হয় গুৱাহাটী স্প'ৰ্টছ্ এচোছিয়েশ্যনৰ । অসম ফুটবল এচোছিয়েশ্যনৰ । আসাম ক্ৰিকেট এচোছিয়েশ্যনৰ । আসাম লন টেনিচ এচোছিয়েশ্যনৰ । ইত্যাদি, ইত্যাদি ।

এই যে বিভিন্ন খেলৰ বিষয়বাবসমূহে তেওঁক খেদি ফুৰিছিল, সেই সকলোবোৰতে কিবা নহয় পজিটিভ কিবা এটা কৰাৰ উজ্জ্বল দৃষ্টান্ত তেওঁ ৰাখি থৈ গৈছে ।

গুৱাহাটী টাউন ক্লাবৰ ম্লান হৈ পৰা ছবি তেওঁ উজলাই তোলে । ক্লাবটোৰ সুনাম প্ৰতিষ্ঠা কৰিবলৈ বিভিন্ন বাছকবনীয়া খেলুৱৈ সংগ্ৰহৰে ক্লাবৰ ভাগ্যত গুৱাহাটীৰ লীগ চেম্পিয়নৰ সন্মান কেইবাবাৰো পোৱাৰ উপৰিও অসমৰ অন্যান্য প্ৰতিযোগিতাতো সন্মান সহকাৰে ক্লাবৰ যোগ্যতা প্ৰতিষ্ঠা কৰে । গুৱাহাটীত এটা সময়ত টাউন ক্লাব মানেই 'আৰ. জি. বৰুৱাৰ ক্লাব' নামেৰে প্ৰবাদ বাক্য প্ৰচাৰিত হৈছিল ।

সেইটো হৈছিল তেওঁৰ সংগঠন ক্ষমতাৰ বাবে । এবাৰ কোনো দায়িত্ব ললে তাৰ মাজত বিষয়বাবৰ গাম্ভীৰ্য্য বা কেৱল কাকতে-পত্ৰই বিষয়বাবৰ দায়িত্ব লোৱা ব্যক্তি নাছিল ৰাধাগোবিন্দ বৰুৱা । এবাৰ হেনো কোনো এখন ফাইনেল খেলত টাউন ক্লাবৰ হৈ আন্তৰ্জাতিক খেলুৱৈ ৰামবাহাদুৰক খেলিবলৈ আহ্বান কৰি আনিবলৈ তেওঁ নিজে গাড়ী চলাই শ্বিলং পাইছিলগৈ । ৰামবাহাদুৰ তেতিয়া শ্বিলংত আছিল । তাতেই

শেষ নহয়, টাউন ক্লাবব হৈ খেলা কেইবাজনো কৃতী খেলুৱৈক তেওঁলোকক জীৱিকাৰ সংগ্ৰামৰপৰা বচাবলৈ ৰাধাগোবিন্দই ক্লাবৰ-মৰমেৰে তেওঁৰ আসাম ট্ৰিবিউন প্ৰতিষ্ঠানত চাকৰিৰ সুবিধা কৰি দিছিল। তেনে কেই-জনমান খেলুৱৈ হ'ল : প্ৰফুল্ল হাজৰিকা, আমানুল্লা, তোষেশ্বৰ দত্ত, আব্দুল হামিদ আদি। এই প্ৰতিজন খেলুৱৈয়ে অসমৰ ফুটবল খেলৰ ইতিহাসত তেওঁলোকৰ নিজস্ব বৈশিষ্ট্যপূৰ্ণ খেলেৰে একোখন স্বকীয়া আসন অধিকাৰ কৰি থৈছে। ৰাধাগোবিন্দই বুজিছিল, ভাল খেলুৱৈজনে আৰু ভাল খেলিবলৈ পেটৰ ভাতৰ চিন্তাৰ পৰা নিশ্চিন্ত হ'ব লাগিব।

কলিকতা লীগত এতিয়া প্ৰফেশ্যনেল খেলুৱৈৰ মাজত যি লেতেৰা টকাৰ লেনদেনেৰে খেলুৱৈৰ ক্লাব গ্ৰহণ আৰু বিসৰ্জনৰ আঁৰৰ নাটক চলি থাকে, সেই বিষগছৰ গুটিৰ সম্ভাৱনা তেতিয়াই হয়তো এনেদৰে নোহোৱা কৰিবলৈ যত্ন কৰিছিল।

ক্ৰীড়া সংগঠনৰ ক্ষেত্ৰত ৰাধাগোবিন্দৰ আন এটি বৈশিষ্ট্য আছিল, তেওঁ কোনো ক্লাবৰ পক্ষ নলৈছিল। গুৱাহাটী স্পৰ্টছ্ এচোছিয়েশ্যনৰ প্ৰেচিডেণ্ট হিচাপে তেওঁ তেওঁৰ নিজস্ব ক্লাব গুৱাহাটী টাউন ক্লাবৰো কোনো কথাত প্ৰতিবাদ কৰাৰ উদাহৰণ আছে। তেওঁ নিজে কৈছে :

> 'মই কাৰো side নলওঁ। কাৰো অন্যায় মই কৰা নাই। বহুতো ক্লাবৰ মই চীফ পেট্ৰন। লাইফ মেম্বাৰ। গুৱাহাটী টাউন ক্লাবৰ মই প্ৰেছিডেণ্ট কিন্তু মহাৰাণা ক্লাবৰো মই পেট্ৰন।'

ৰাধাগোবিন্দৰ সভাপতিত্বৰ কালতে জি টি চিয়ে এবাৰ ত্ৰিমুকুট অৰ্জন কৰিবলৈ সমৰ্থ হয়। লীগ চেম্পিয়ন হোৱাৰ উপৰিও বৰদলৈ ট্ৰফী আৰু স্বাধীনতা দিৱস কাপো অৰ্জন কৰে।

১৯৫৬ চনত টাউন ক্লাবৰ ৰূপালী জয়ন্তী উছৱ ৰাধাগোবিন্দৰ সভা-পতিত্বতে বৰ ধুমধামেৰে অনুষ্ঠিত হৈ যায়। তেওঁৰ বৰ্ণনাৰ পৰা জনা



যায় যে ক্লাবৰ ভিতৰতে যি কোনো কাৰণতে নহওক, কোনো ক্ষেত্ৰৰ পৰা তেওঁ সহযোগিতা পোৱা নাছিল। কিন্তু সেইবোৰ একোৱে তেওঁক সেমেকাই তুলিব পৰা নাছিল। ৰূপালী জয়ন্তী উছৱৰ প্ৰধান আকৰ্ষণ আছিল ডে ফায়াৰ ৱৰ্কছ্।

কিন্তু এয়াতো সীমিত কাম-কাজ। যি কোনোৱে স্বেচ্ছায় হয়তো এই কাম কৰিব পাৰে। কিন্তু তাতোকৈ বেছি ? আৰু ওপৰলৈ ?

গুৱাহাটী তথা অসমৰে অন্যতম লোকপ্ৰিয় বৰদলৈ ট্ৰফী ফুটবল প্ৰতিযোগিতা প্ৰথমে গুৱাহাটী টাউন ক্লাবৰ উদ্যোগতে সংগঠিত হয় যদিও পিছলৈ গুৱাহাটী স্পৰ্টছ্ এছোচিয়েশ্যনে ইয়াক পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰে। তেতিয়া খেল হৈছিল জজ খেল পথাৰত, পিছলৈ যাৰ নাম হয়গৈ জি টি চি ফিল্ড।

ষ্টেডিয়ামহীন নাওঠ গুৱাহাটী।

খেল পতা হৈছিল জজ খেল পথাৰত। প্ৰথম বছৰ হেছীয়ান ক্লথ, চাৰি আদিৰে বেঢ়ি লৈ বৰ কষ্টৰ মাজেদি অনুষ্ঠিত হৈছিল। পিছৰ বছৰ টিনপাতেৰে ঘেৰি আকৌ খেল অনুষ্ঠিত হয়। সংগঠক আৰু সেই সময়ত এইবোৰ কাম কৰা মানুহৰ অপৰিসীম কষ্ট হৈছিল। কিন্তু উৎসাহ-উদ্দীপনা কাৰো কম নাছিল।

মানুহৰো দলদোপ-হেন্দোলদোপ।

কিন্তু এই সময়তে বাধা আহে ৰজাঘৰৰ পৰা। তেতিয়াৰ মুখ্যমন্ত্ৰীয়ে টিনপাতেৰে ঘেৰি এনেদৰে ফুটবল প্ৰতিযোগিতা পতাৰ বিৰোধিতা কৰে। ৰাধাগোবিন্দৰ বৰ্ণনাত 'বেয়া দেখি' বুলি হেনো কয়।

মুখ্যমন্ত্ৰীৰ নিৰ্দেশত তেতিয়াৰ কামৰূপ জিলাৰ উপায়ুক্তই ৰাধাগোবিন্দক কথাটো জনায়। খেল বন্ধ কৰিবলৈ কয়। একালে টিনপাতেৰে ঘেৰি-মেলি প্ৰতিযোগিতা মুকলি কৰিবলৈ সাজু।

লগ ধৰিলে মুখ্যমন্ত্ৰীক।

ৰাধাগোবিন্দই ক'লে যে আমাৰ যিহেতু ষ্টেডিয়াম আদি নাই, গতিকে তেনেদৰে টিমেৰে যেৰি খেল প্ৰতিযোগিতা পাতিবলগীয়া হৈছে। 'বেয়া দেখি আমিও জানো, ভাল দেখিবলৈ জানো কৰিছোঁ' ৰাধাগোবিন্দই কৈছিল।

আৰু কৈছিল বৰ ডাঙৰ কথা এটা।

কৈছিল : 'আমাৰ ষ্টেডিয়াম নাই। এয়া আপোনালোকৰহে কৰ্তব্য। ষ্টেডিয়াম কৰি দিয়ক, এই বেয়া দেখা কামবোৰ আমি নকৰোঁ।'

মুখ্যমন্ত্ৰীক তেওঁ এইবুলিও সকিয়াই দিছিল যে যদিহে পাতিব খোজা এই প্ৰতিযোগিতাৰ বাবে সাজু কৰি উঠা আয়োজনক কিবাকৈ বাধাদান কৰে তেনে তাৰ পৰিণাম বেয়া হব।

ৰাধাগোবিন্দই কৈছিল :

'এখন টিনপাত গুছোৱাৰ আগতে আপুনি এবাৰ খবৰ কৰা ভাল হব; জেলত কিমান ঠাই আছে, কিমান ৰছদ-পাতি আছে, কিমান আৰ্মচ-এমুনেশ্যন আছে। ল'ৰাবোৰে দিনে-ৰাতিয়ে খাটি লেম জ্বলাই জ্বলাই এইবোৰ কাম কৰিছে।'

ৰাধাগোবিন্দই অকল এইখিনি কথাই কোৱা নাছিল, লগতে কৈছিল : 'মই ক্লাবৰ প্ৰেচিডেণ্টশ্বিপৰপৰা পদত্যাগ কৰি আহিছোঁ। এতিয়া সম্পূৰ্ণ দায়িত্ব আপোনাৰ।'

দৰবে কাম দিছিল। পিছদিনা ডি. চিয়ে ফোন কৰি জনাইছিল যে মুখ্যমন্ত্ৰীয়ে প্ৰতিযোগিতা যেনে আছে তেনেদৰেই পাতিবলৈ দিছে।

কথাটো দেখাত সামান্য। অইন হোৱাহেঁতেন উচ্ছ্বাসতে হজম কৰি ৰছি থাকিলহেঁতেন। ৰাধাগোবিন্দৰ কিন্তু অভিমান হ'ল। সৰু কথাটোৱে ডাঙৰ হৈ দেখা দিলে। আঘাতৰ প্ৰত্যাহ্বান বিৰাট হৈ দেখা দিলে।



তেতিয়াই ভাবিলে, টিনৰ বেৰৰ এই বদ্ধ বদ্ধ পৰিবেশ বা কোনোবাই সেই বিষয়ে চৰ্দাৰী মনোভাবেৰে কোৱা কথা আৰু সহিব নোৱাৰি।

সপোন দেখিলে এখন ষ্টেডিয়ামৰ যিটো কোনেও ভৱা নাছিল বা প্ৰকাৰন্তৰে ভাবিব খোজা নাছিল।

ৰাধাগোবিন্দ বৰুৱা তেতিয়া নেচনেল স্পৰ্টচ্ কাউঞ্চিল অৱ্ আসামৰ ভাইচ্ প্ৰেচিডেণ্ট। ষ্টেডিয়াম এখন গঢ়ি তোলাৰ কথা ভবাৰ লগে লগে ৰাধাগোবিন্দৰ চকুত তেতিয়া ভাঁহি উঠিছিল ভাৰতৰ আন আন ষ্টেডিয়ামৰ কথা। উল্লেখযোগ্য কথা যে গুৱাহাটীৰ নেহৰু ষ্টেডিয়াম অসমৰ প্ৰথম ষ্টেডিয়াম নহয়। অতি সৰু আকৃতিত, কোনো যথাযথ পৰিকল্পনা নোহোৱাকৈ আৰু পূৰ্ণাঙ্গ নহ'লেও এখন ষ্টেডিয়াম হবলৈ যি যি সামগ্ৰী আৰু সা-সুবিধাৰ প্ৰয়োজন ; সেইবোৰ নোহোৱাকৈ অসমৰ প্ৰথম ষ্টেডিয়ামখন গঢ়ি তুলিছিল যোৰহাটত তেতিয়া বন বিভাগৰ উচ্চ পদস্থ বিষয়া পি ডি ষ্ট্ৰেচীয়ে। ষ্ট্ৰেচীয়ে যোৰহাটৰ ষ্টেডিয়ামখন গঢ়ি তুলিব খুজিছিল গোটেই অসমৰ বিভিন্ন ব্যক্তিৰ বৰঙণি সংগ্ৰহ কৰি। ষ্ট্ৰেচীৰ আঁচনি আছিল যিহেতু যোৰহাটত আৰু যোৰহাটৰ আশে-পাশে বহু ধনী ধনী চাহ ব্যৱসায়ী আছে, তেওঁলোকৰ দান-বৰঙণিৰে ধন্য হৈ যোৰহাট তথা অসমৰ প্ৰথম ষ্টেডিয়ামখন গঢ়ি তুলিব। গঢ়ি তুলিছিল ঠিকেই, কিন্তু এৰা-ধৰা ভাবে। আটাইতকৈ মজাৰ কথা ষ্ট্ৰেচীয়ে পৰিকল্পনা কৰা মতে যোৰহাটৰ ষ্টেডিয়ামত সৰহ দান-বৰঙণি আগবঢ়ায় যোৰহাটৰ চাহ ব্যৱসায়ীয়ে নহয় ; গুৱাহাটী আৰু শ্বিলঙৰ অচাহ ব্যৱসায়ীসকলৰ দান-বৰঙণিৰে পৰিপুষ্ট হৈহে ষ্টেডিয়ামখন সম্পূৰ্ণ হয়। ষ্টেডিয়ামৰ বাবে যোৰহাটৰ নিৰ্বাচনো ষ্ট্ৰেচীৰ আৰ্থিক দিশটোৰ প্ৰতি চকু ৰাখি কৰা হৈছিল।

ৰাধাগোবিন্দৰ মতে ষ্ট্ৰেচীৰ উদ্দেশ্য সৎ আছিল। কিন্তু যিটো আঁচনি কৰি তেওঁ ষ্টেডিয়াম সম্পূৰ্ণ কৰাৰ পৰিকল্পনা কৰিছিল সেইটো সহজ

নাছিল। ৰাধাগোবিন্দৰ মতে মানুহজনৰ প্ৰেক্‌টিকেল এক্সপেৰিয়েন্সৰ অভাৱত এনে সুন্দৰ আঁচনি এটা বিফল হৈ যায়।

এনে ভুল গুৱাহাটীৰ ক্ষেত্ৰত কৰিবলৈ নিবিচাৰিলে।

ৰাধাগোবিন্দই স্থিৰ কৰি পেলালে গুৱাহাটীক এখন ষ্টেডিয়াম তেওঁ দিবই। কাৰো উপদেশ বা পৰামৰ্শলৈ তেওঁ বাট নাচালে। স্বভাৱসুলভ ব্যক্তিত্বৰে তেওঁ মনে মনে ষ্টেডিয়ামৰ সপোন দেখি সেই সপোন সাৰ্থক কৰি তোলাৰ বাটত তেওঁ দৃঢ় পদক্ষেপেৰে আগবাঢ়ি গ'ল।

ষ্টেডিয়ামৰ বাবে প্ৰথম প্ৰয়োজনেই হ'ল মাটি। ক'ত পাব সেই মাটি? এবিঘা দুবিঘাৰেতো নহ'ব, বহু মাটি লাগিব? তলে তলে সন্ধান চলিল। গুৱাহাটীৰ এশ এজন ক্ৰীড়া সংগঠক বা বিভিন্ন ক্লাবৰ বিষয়ববীয়াই তথা হেজাৰ হেজাৰ ক্ৰীড়ামোদীয়ে যেতিয়া নিজৰ ক্লাব, নিজৰ দল আৰু চাবলৈ পোৱা যি কোনো খেল লৈয়ে ব্যস্ত থাকিল, তেতিয়া অকলশৰে এজন মানুহে দিনে-ৰাতিয়ে ভাবিলে, এখন ষ্টেডিয়ামৰ কথা। এটুকুৰা মাটিৰ কথা।

এজনৰ মৰ্মস্পৰ্শী বৰ্ণনাত :

'আমি মাটি-বাৰীৰ লগত জড়িত থকা চৰকাৰী চাকৰিয়াল দেখি সাধাৰণতে মাটি-বৃত্তিৰ কথা লৈয়ে আলচ কৰিবলৈ আহে। এদিন ক'লেহি 'বৰুৱা জানেয়ে নহয়, আলাসত চাং পাতিব নোৱাৰি। মাটিতহে খুটা পুতি চাং পতা যায়। গতিকে মনতে চাং পাতিলেই চাং হৈ নুঠে। মাটি লাগে। এতিয়া আপুনি মাটি দিয়েনে নিদিয়ে আকৌ। আজি আহিছোঁ।—এইবাৰ উদ্দেশ্য মহৎ। ষ্টেডিয়াম। জানেয়ে নহয়, ষ্টেডিয়াম আছিল একালৰ মোগল সম্ৰাটসকলৰ ৰংমহল; আহোমৰ ৰংঘৰ আৰু তাৰ সমুখৰ খেল-ধেমালিৰ উমৈহতীয়া স্থান বা ক্ৰীড়াভূমি। আজিৰ অসমীয়া নাম কি হয় পাছত হ'ব। গুৱাহাটীত এটা ষ্টেডিয়াম লাগে।



ক'ত পত্তা যায়, ক'ত মাটি পোৰা যাব ? বুজিছে টকা নাই। অন্ততঃ মাটি কিনিবলৈ টকা নাই।'

: কিমান টকাৰ দৰকাৰ হ'ব ? সাঙ্গে-পাঙ্গে কিমান লাগিব বুলি ভাবে?

: কমেও পঞ্চাশ লাখ।

মই অলপ তভক মাৰি থাকি ক'লো : ক'ত ইমান টকা পাব ? পাৰিবনে ?

: নোৱাৰিম কিয় ? একো ডাঙৰ কথা নহয়। ডাঙৰ কাম ডাঙৰকৈ আৰম্ভ কৰিব লাগে। আপুনি গুৱাহাটীত আমাক চৰকাৰী মাটি কিছু দিয়ক, দেখি থাকিব আমি কি কৰিব পাৰো ।

: কিমান মাটি লাগিব ?

: ধৰক ৩০।৩৫ বিঘা। আজিয়ে আপুনি দিব নালাগে। আজিৰপৰা আপুনি ভাবি-চিন্তি ঠিক কৰক। পিছে পৰে এদিন আহি কথা পাতিম।

: দিয়াৰ গৰাকীতো আমি নহয়েই, দেখুৱাই দিযাৰ গৰাকী হওনে নহও সেইটোও সন্দেহ। তথাপি ক'ৰবাত আঙুলিয়াই দিব পাৰিলেও আমি আমাৰ কৰ্তব্য কৰা বুলি ভাবিব পাৰিম। আপুনি পিছে কোনফালে টোৱাইছে ?

: মই টোৱালেইতো নহব। ক'ত ক'ত আছে আপুনি আগে চিন্তা কৰক। মই ১০।১৫ দিনৰ মূৰত আকৌ এদিন আহি আপোনাক আমনি কৰিম। ই আমাৰ সকলোৰে উমৈহতীয়া কৰ্তব্য। মনত ৰাখিব আজিৰপৰা আপুনি ইয়াৰ ভাগী হ'ল, কামটো হ'লেও, নহ'লেও। নামৰো, বদনামৰো ।

অন্য এদিনৰ কথা। সেইদিনা আৰু জি মটৰত আহিছিল প্ৰায় ৭।৮ মান বজাত। 'বৰুৱা আছে নে ?' —বুলি হাঁহিটি মাৰি সোমালহি।

ৰহিবলৈ দি কথা আৰম্ভ কৰিলোঁ। তেওঁ আৰম্ভ কৰিলে—'সেই কথাটো লৈয়ে আহিছোঁ। মাটিৰ কিবা সন্ধান লৈছিলনে ?'

: লৈছোঁ। আপোনাক কওঁ শুনক। ক'তো একে ঠাইতে ইমান মাটি পাবলৈ নাই। আপুনি বৰ মস্কিলত পেলালে। অ'ত ত'ত কিছু কিছু আছে।

: ক'ত ক'ত কিমান আছে মোক কৈ যাওকচোন বাৰু।

মই ঠাইবোৰৰ নাম কৈ ক'ত কিমান চৰকাৰী মাটি আছে কৈ গৈ আছোঁ। শৰণীয়া মৰিশালীৰ মিউনিচিপেলিটিৰ জাবৰ পেলোৱা দুৰ্গন্ধময় ঠাইডোখৰৰ কথা উল্লেখ কৰাৰ লগে লগে তেওঁ ক'লে—'মই এইডোখৰৰ কথাকে ভাবি আছিলোঁ। এই ডোখৰকে দিয়ক।'

: বৰ। মই উপায়হে দিব পাৰিম, মাটি দিব মন্ত্ৰীয়ে, মাটি দিব ডি. চিয়ে। আমি পৰৰ ধনৰ পোদ্দাৰ।

তেওঁ মোক গা তুলি দিবৰ কাৰণেই হব পায় ক'লে : হেৰি বৰুৱা, মাউতে মাৰে নে হাতীয়ে মাৰে ? নামত অৱশ্যে হাতীয়েই। মাটি কোনে দিয়ে আমি জানো নহয়। মাটি দিয়ে মণ্ডলে, মাটি দিয়ে মাটিৰ হাকিম—চব ডেপুটীয়ে। বাকীসকলে মাটিৰ কথা কি জানেহে ? আমাৰ নকয় নে কিবা বোলে—দুৰ্য্যোধন নামতহে, শকুনিহে ৰজা।

অৱশেষত তেতিয়া মই পিছৰটো দেওবাৰে ৰাতিপুৱা সাত বজাতে আহিবলৈ ক'লোঁ। মেপ-চিঠা আদি মই অনাই থম আৰু তেওঁক সকলো দেখুৱাম আৰু আলচ কৰিম। তেওঁ হৃষ্টমনে মান্তি হ'ল। হাঁহি হাঁহি উভতিল।' (অতুল চন্দ্ৰ বৰুৱা)।

তেতিয়াৰ এছ ডি চি এই অতুল চন্দ্ৰ বৰুৱাকে লগত লৈ ৰাধাগোবিন্দ গৈছিল শ্বিলঙলৈ।



ৰাধাগোঁবিন্দৰ শৰণীয়াৰ মৰিশালীৰ মিউনিচিপেলিটিৰ জাবৰ পেলোৱা দুৰ্গন্ধময় ঠাইডোখৰেই পচন্দ হৈছিল। গতিকে সেই টুকুৰা মাটিতে তেওঁ দৃষ্টি নিবদ্ধ কৰিলে। কিন্তু সেই মাটি আয়ত্ত কৰাৰ পথতো নানান বিধি পথালি।

প্ৰত্যক্ষদৰ্শীৰ বৰ্ণনাত :

'যথা সময়ত আমি মেপত আৰু চৰজমিনত মাটি চাই-চিন্তি ঠিক কৰি ললোঁ। কোন বাটে গ'লে প্ৰাপ্তিৰ পথ সুগম হব তাকো মই ক'লো। তেওঁ ইতিমধ্যে টাউন-প্লেনাৰ, মিউনিচিপেল চেয়াৰমেন, ডি চি আদিক লগ ধৰি কথা পাতিলে। ৰাজহমন্ত্ৰী ৺মতিৰাম বৰাৰ লগতো সাক্ষাৎ হ'ল। সকলো প্ৰায় ঠিক-ঠাক হৈ উঠিল।

তেতিয়া গুৱাহাটী মিউনিচিপেলিটিৰ চেয়াৰমেন আছিল ৺গোলাপচন্দ্ৰ চৌধুৰী। চৌধুৰীও ক্ৰীড়ামোদী লোক, খেলা-ধূলাৰ নামত উত্ৰাৱল। সম্বন্ধত তেওঁ মোৰ পেহা শহুৰ। তেওঁ এদিন ৰাতিপুৱা আহি মোৰ ঘৰত উপস্থিত হ'ল আৰু ক'লে—'আপুনি বোলে আমাৰ উলুবাৰী-শৰণীয়াৰ ট্ৰেন্সিং গ্ৰাউণ্ডখন আৰু জিক ষ্টেডিয়াম কৰিবলৈ দিব খুজিছে? আমাৰ গতি কি হ'ব? নোৱাৰে দিব। মই নিদিও।' মই ৰগৰ কৰি ক'লো—কোনোবা সৎ ব্ৰাহ্মণে মন্ত্ৰ মাতে যদি মই সৎ পাত্ৰত তাম-তুলসী-তিল-কুশ ধৰি চৰকাৰী মাটি দান কৰিবলৈ সদায় ৰাজী। চৌধুৰী ডাঙৰীয়া এসময়ত মোৰ সহকৰ্মী শিক্ষক আছিল—গতিকে তেওঁৰ লগত বন্ধুবৎ কথন-মথন চলে। তেওঁ ক'লে—নহয়, সঁচাকৈয়ে কৈছোঁ আমাৰ মিউনিচিপেলিটিৰ মাটি দিব লাগিলে আপুনি আমাক সেই পৰিমাণে আন ঠাইত মাটি দিব লাগিব। দেখিছেই নহয়, গুৱাহাটী টাউনৰ আবৰ্জনাবোৰ পেলাবলৈ ঠাই নাই। উলুবাৰী-শৰণীয়াত আৰু বেছিদিন ট্ৰেন্সিং গ্ৰাউণ্ড ৰাখিব নোৱাৰি বুলি ময়ো

ভাবো। পিছে অন্য ক'ত আপুনি আমাক মাটি দিব খুজিছে? ষ্টেডিয়াম হ'লে মযো ভাল পাও। আৰ জিয়ে মোক কৈছে।

মই ক'লো—আপুনি একে ঠাইতে ইমান মাটি নাপায়, কিন্তু বেলেগ বেলেগ ঠাইত লয় যদি পাব। মাটিবোৰ বৰ্তমান টাউনৰ এমুৰীয়া ঠাইত, বোধহয় ভাল হব।

এনেকৈ কৈ মই তেওঁক ফটাশিলত ২০।২৫ বিঘা আৰু বামুণীমৈদামত ১৪ বিঘা থাউকতে থকা মাটিৰ সন্ধেদ দিলোঁ। তেওঁ মুখে মুখে মান্তি হোৱা যেন দেখুৱাই ক'লে, বেয়া নহব লাগে। আমাকো আচলতে তেনে ঠাইতে মাটি লাগে। আমাৰ হৰিজনসকলৰ ঘৰবাৰী সজাম এডোখৰত আৰু আন ডোখৰ ট্ৰেনিং গ্ৰাউণ্ড কৰি থম। ভালেই হব লাগে, দুয়ো পক্ষৰে ভাল হব।

: তেনেহ'লে মই প্ৰস্তাৱ দিও?

: দিয়ক। কিন্তু কেইদিনমান পিছত দিব। মই আমাৰ ব'ৰ্ডৰ মিটিঙত কথাটো উত্থাপন কৰি সন্মতি লৈ থম। যুক্তিযুক্ত কামত সন্মতি নো নাপাম কিয়? মোৰ কিবা নিজৰ কামনে? ষ্টেডিয়ামো মিউনিচিপেলিটিৰে সম্পতি হ'ব।

সেইমতে প্ৰস্তাৱ দিয়া হ'ল।

১৯৫৭ চনৰ কথা। ৺মতিৰাম বৰা তেতিয়াও ৰাজহ মন্ত্ৰী হৈ আছে। তেওঁক কোনো এটা বিষয়ে যুক্তি-তৰ্কেৰে প্ৰত্যয় মনাব পাৰিলে, বিশেষকৈ অসম আৰু অসমীয়া মানুহৰ বাবে কিবা হিতকৰ কাম কৰিব লাগে বুলি জানিলে তেওঁ হাতীয়ে ম'হে যুঁজি হ'লেও সেই কাম কৰিহে এৰিছিল। এতিয়া এই বিষয়টোও গৈ তেওঁৰ হাততে পৰিল। পুৰণি ডায়েৰীৰ (দিনলেখাৰ) পৰা বুজা যায়, সেই বছৰৰ মে' মাহৰ ৮ তাৰিখ মঙ্গলবাৰ বা ভূমিবাৰৰ কথা। মন্ত্ৰী ডাঙৰীয়াই শ্বিলঙৰপৰা



যোনত আৰ জি বৰুৱাৰ লগত কথা পাতিলে আৰু লগে লগে নির্দেশ দিলে যে বৰুৱাই টাউন প্লেনাৰ মিষ্টাৰ মেৱাডা আৰু এচ. ডি. চি. ক (মানে মোক) লগত লৈ পাৰিলে পিছদিনাই (বুধবাৰে) তেখেতক শ্বিলঙত লগ ধৰি ষ্টেডিয়ামৰ মাটি সংক্ৰান্ত বিষয়টোৰ এটা ফয়চলা কৰিব লাগে, নহ'লে তেওঁক কিছুদিনলৈ সুবিধামতে লগ পোৱা টান হব।

প্ৰাসঙ্গিকভাৱে কোৱা যায় যে প্ৰস্তাৱটো চৰকাৰলৈ পঠাবৰ প্ৰায় এবছৰ হৈছিল। সি ইহাত সিহাতকৈ হাত বাগৰে নতুবা ইখন মেজৰপৰা সিখন মেজলৈ যায় তথাপি মন্ত্ৰীৰ হাত নাপায়গৈ। তাৰ মুখ্য কাৰণ আছিল এইবোৰ মাটিৰ ওপৰত চাকৰি-গগনৰ বহুত গ্ৰহ-নক্ষত্ৰৰে নজৰ আছিল। চেলেকনি মাছে বৰলৰ টোপ থপিয়াথপিকৈ ওপৰে ওপৰে টানি নিয়াৰ দৰে দুই-একোজনে যে তাৰে দুই-একো চহা নিনিয়াকৈও আছিল এনেও নহয়। সি যি হওক, পিছে, বায়ুৰ লগত অগ্নিৰ সংযোগ নঘটিলে বোলে অগ্নিয়ে নিজৰ বলত কোনো কাম নিয়াবিকৈ কৰিব নোৱাৰে। আৰু কোনো কাম সিদ্ধি হব লাগিলে সুযোগ-বোৰেও আপুনি ধৰা দিয়েহি। এই প্ৰস্তাৱটোৰ বেলিকাও সেয়ে হ'ল। সেই সময়ত কামৰূপৰ ডি. চি. আছিল বি. চি. কাপুৰ। তেওঁ আছিল নতুন নতুন আঁচনিৰে ন ন কাম কৰি ভালপোৱা বিধৰ লোক। গুৱাহাটী উপায়ুক্তৰ দুমহলীয়া নতুন আদালত আৰু অফিচ ঘৰটো তেওঁৰে আমোলৰ কাম। তেওঁ নিজে সদায় ইঞ্জিনিয়াৰে চোৱাৰ দৰে চাই থাকি নির্দেশ দি এই ঘৰ সজাইছিল। ষ্টেডিয়ামৰ প্ৰস্তাৱতো এফালে থাকিল তেওঁ, আনফালে মিউনিচিপেলিটিত ⁄গোলাপ চৌধুৰী—সিফালে টিঙত বহি পূর্ণহতীয়াকৈ গুৰি-ব'ঠা ধৰিছে ৰাধাগোবিন্দ বৰুৱাই, ঘাটত আদৰিবলৈ পাৰত বহি আছে স্বয়ং ৰাজহমন্ত্ৰী ⁄মতিৰাম বৰা—এনেস্থলত ষ্টেডিয়াম নহৈ পাৰে জানো? চৌধুৰীয়ে ষ্টেডিয়াম নির্মাণৰ প্ৰস্তাৱ সমর্থন কৰি শৰণীয়াৰ গুৱাহাটী

মিউনিচিপেলিটিৰ ট্ৰেন্সিং গ্ৰাউণ্ড হিচাবে ব্যৱহাৰ হৈ থকা মৰিশালী আৰু ভুহুৰাতলীখন এৰি দিবলৈ ৰাজী হ'ল। তাৰ সলনি তেওঁ পূৰ্বোক্ত ফটাশিলৰ ২০।২৫ বিঘা আৰু বামুণীমৈদামৰ চৈধ্য বিঘা চৰকাৰী জমি ব'ৰ্ডৰ বাবে লবলৈ মান্তি হ'ল।

ৰাজহমন্ত্ৰীৰ আমন্ত্ৰণক্ৰমে উপাযুক্ত কাপুৰ চাহাবৰ লগত বাতিৰ ভিতৰতে সাধাৰণভাৱে আলচ কৰি আমি ন মে' বুধবাৰে শ্বিলঙলৈ যাত্ৰা কৰিলোঁ। মিষ্টাৰ মেৰাডা নিজৰ গাড়ীত গ'ল। আৰ, জি বৰুৱা আৰু মই গ'লো—বৰুৱাৰ মূল্যবান 'ডজ' গাড়ীত। গৈ পায়ে দুয়ো মৰেলো হোটেলত হাত-মুখ ধুই চাহ-জলপান খাই ললোঁ। বৰুৱাই মন্ত্ৰীলৈ ফোন কৰাত মন্ত্ৰীয়ে ক'লে—তেওঁ কিবা জৰুৰী কামত হঠাৎ বৰ ব্যস্ত হৈ পৰিছে, গতিকে আমাক সময় দিলে আবেলি দুই বজাত। আমি মিষ্টাৰ মেৰাডাকো খবৰ দিলো আৰু পৰা ঠাইতে ভিৰ দি দুপৰীয়াৰ সাজ হোটেল মৰেলোতে ভালকৈ খাই ললোঁ।

যথা সময়ত তিনিও গৈ মন্ত্ৰীৰ প্ৰকোষ্ঠত প্ৰৱেশ কৰিলোহঁক। মন্ত্ৰী বৰা ডাঙৰীয়া কামত যেনে পটু কথাতো তেনে মিষ্টভাষী অথচ স্পষ্টবাদী লোক আছিল। আমাক বহিবলৈ কৈ বৰুৱাৰ লগত পোনতে দুই-চাৰিটা বৈষয়িক কথা পাতি লৈ লাহেকৈ আমাৰ বিষয়টোলৈ বাগৰ সলালে। তেওঁ মোক প্ৰস্তাৱটো বিতংভাৱে বুজাই দিবলৈ ক'লে। মযো টাওন-প্লেনাৰ মিষ্টাৰ মেৰাডাৰ বৃহত্তৰ গুৱাহাটীৰ 'মাষ্টাৰ প্লেন'খন, ভূমি-বিষয়াৰ হাতৰ ব্যৱহাৰী মজমুলি মেপখন আৰু দাগ নং থকা মণ্ডলৰ কেডেষ্ট্ৰেল মেপ—এই সকলোবোৰ মেলি লৈ মন্ত্ৰীক ক'ত কিমান মাটি আছে, কি মাটি, কেনে ইত্যাদি কথাবোৰ কৈ যাবলৈ ধৰিলোঁ। আটাইবোৰতে এবাৰ বিহঙ্গ দৃষ্টি দি মন্ত্ৰীয়ে কলে—'ইমানবোৰ মেপৰ মই কি বুজিম হে? আপুনি এখন মেপত মোক চমুকৈ বুজাই দিয়ক।' সেইমতে মই মজমুলি মেপতে প্ৰস্তাৱ-



টোৰ সাঙ্গোপাঙ্গ বুজাই দিলোঁ। তেওঁ তেতিয়া বৰুৱাক সুধিলে—'টকা ক'ত পাব ?'

বৰুৱাই ক'লে,—আপোনালোক আছে নহয়। আমাৰ জাতীয় চৰকাৰৰ সহায়ৰ লগতে ৰাইজেও তাত হাত উজান দিব। টকা আহিব। কামত লাগিলে ক'ত কোনটো কাম টকাৰ বাবে বৈ থাকে ? টকা চাৰিওফালৰপৰা আহিব। উপযুক্ত কৰ্মীৰহে দৰকাৰ। আপুনি সম্প্ৰতি মাটি দিয়ক, বাকী ব্যৱস্থা মই কৰিম। ষ্টেডিয়ামখন আমাক লাগে।

'এইদৰে ষ্টেডিয়ামৰ মাটি হ'ল।' (অতুল চন্দ্ৰ বৰুৱা)

ষ্টেডিয়ামৰ মাটিৰ কাষতে আন এটুকুৰা মাটি আছিল। সেইটুকুৰা মাটি দিয়া হয় বি বৰুৱা কলেজক।

'আৰু জিয়েও ক'লে—বৰ ভাল হ'ব। আমাক শিক্ষানুষ্ঠান ওচৰতে লাগে। ন'হলে আন কোনোবাই যে সতিনী-যুঁজ পাতি সদায় খৰিয়াল কৰি থাকিব পাৰে। ১৯৫৭ চনৰ ৯ মে বুধবাৰে এইদৰেই আৰু জি বৰুৱাৰ যত্নত গুৱাহাটী ষ্টেডিয়ামৰ জন্ম হৈছিল। অন্ততঃ সেইদিনা কল্পনাৰ ষ্টেডিয়ামটো মেপত ভূমিস্থ হৈছিল।' (অতুল চন্দ্ৰ বৰুৱা)

মাটি পোৱাতেই সমস্যাৰ সমাধান নাছিল। বৰং পোৱাৰ পিছত সন্মুখীন হ'বলগীয়া সমস্যাই ৰাধাগোবিন্দৰ চকুৰ টোপনি হৰি নিছিল। কি হৈছিল ?

আগতেই কোৱা হৈছে যে ষ্টেডিয়ামৰ মাটিখিনি আছিল পৌৰসভাৰ জাবৰ-জোঠৰ পেলোৱা ঠাই আৰু তাৰেই অ'ত ত'ত সিচৰতি হৈ আছিল বিভিন্ন হৰিজনসমূহ। মাটি যেতিয়া চাবলৈ গ'ল, চালে, চাই যেতিয়া তাত স্থায়ীভাৱে এচলীয়া, দুচলীয়া ঘৰ সাজি থকা হৰিজনসমূহক চৰকাৰী নিৰ্দেশ দেখুৱাই উঠি যাবলৈ অনুৰোধ জনালে, তেতিয়া তেওঁলোকে ওভতগোৰে নাচিবলৈ ল'লে।

ক'লে, আমি নাযাওঁ, কিয় যাম ?

কোৱা হ'ল, সেই ঠাইত ষ্টেডিয়াম হ'ব। তেওঁলোকক উক্ত ঠাইৰ পৰিবৰ্তে আন ঠাইত মাটি দিয়া হৈছে। নামানে।

ভূতৰ ওপৰত দানহ ওলোৱাদি ওলাল আকৌ এটা ইউনিয়ন।

কাৰোবাৰ দিহা-পৰামৰ্শৰে সজাই ল'লে এটা মন্দিৰ।

ৰাধাগোবিন্দই দেখিলে পোন পথেৰে কাম নিসিজিব। কাৰণ তেওঁ জানিছিল, ইউনিয়নৰ যিসকলে নেতৃত্ব দিছে সেইসকলে সঁচা অৰ্থত সেই সম্প্ৰদায়ৰ ভালৰ বাবে যে যুঁজিবলৈ আগবাঢ়িছে সেইটো নহয়। চমকত বিজুলী খেলোৱাৰ দৰে তেতিয়াৰ তথাকথিত ইউনিয়নৰ পোষকতা কৰা নেতৃবৃন্দই স্বকীয় স্বাৰ্থসিদ্ধিৰ বাবেহে সেইবোৰ কামত লিপ্ত হৈছিল। বৃহত্তৰ স্বাৰ্থৰ খাটিৰত ৰাধাগোবিন্দই টোপ পেলালে। ইউনিয়নৰ কণ্ঠ দুৰ্বল হৈ আহিল।

আৰু এদিন যেতিয়া পৌৰসভাৰ ভাইচ চেয়াৰমেন অৰিন্দম কোঠাৰী, জিলাৰ উপায়ুক্ত আৰু তেতিয়াৰ পৌৰসভাৰ চেয়াৰমেন দেবেন্দ্ৰনাথ শৰ্মাই চূড়ান্ত আলোচনাত বহিল, তেওঁলোকে ক'লে : 'চেয়াৰমেনকো হম্‌লোগ নেই মানেগা, অগৰ বৰুৱা চাহাব বলেগা ত' হমলোগ গলা ভি দে দেগা।'

ডিগুৰ প্ৰয়োজন নাছিল। প্ৰয়োজন আছিল মাটিৰ।

চাউল সিজিল। মানুহখিনি উঠি যাবলৈ সন্মত হ'ল।

ৰাধাগোবিন্দৰ নিজৰ বৰ্ণনাত :

'বহুত যুঁজি যুঁজি লাহে লাহে যাবলৈ সন্মত কৰালোঁ।

প্ৰায় এবছৰমান লাগিল।'

অইন হোৱাহেঁতেন, হয়তো থমকি ৰ'লহেঁতেন। কিন্তু।

মাটি হ'ল, মাটিখিনি আয়ত্বত পাবলগীয়া প্ৰাথমিক আহুকালো শেষ হৈ আহিছিল। এতিয়া ?



টকা লাগে ।

**ৰাধাগোবিন্দৰ বৰ্ণনাত :**

'প্ৰথম দহ হাজাৰ টকা আনিলোঁ । এন এচ চি এৰ পৰা খুব জোৰ-জবৰ কৰি । তেতিয়া ট্ৰেজাৰাৰ আছিল হেৰা বাবু । তেওঁ কোনো-পধ্যে টকা নিদিযে । মই ক'লো, কিয় নিদিবি ? গোটেই অসমৰ টকা আনিছো । কোনোমতে নিদিয়ে—নিদিয়ে—নিদিয়ে—নিদিয়ে । জোৰকৈ চেক্ লিখালোঁ, দহ হাজাৰ টকাৰ । সেই টকাখিনিয়ে ষ্টেডিয়ামৰ প্ৰথম নিউক্লিয়াচ ।'

এই টকাৰেই ৰাধাগোবিন্দই আৰম্ভ কৰে ষ্টেডিয়ামৰ কাম । মিউনি-চিপেলিটীক কৈ মেলি ট্ৰেক্টৰ অনালে । অসমান মাটি সমান কৰালে । সমান কৰালে মানে, হাতী সোমাব পৰা মযলা আৰু জাবৰ পেলোৱা গাত । দুৰ্গন্ধত ৰ'ব নোৱাৰি । নাকত ৰুমাল লৈ লৈ তদাৰক ।

এন এচ চি এৰ টকাৰে কাম আৰম্ভ কৰি প্ৰাথমিক কামৰ যেতিয়া ফটো কাকতত ছপা হ'ল তেতিয়া চেযাৰমেন কিডোৱাই অবাক হৈ ৰাধাগোবিন্দক কয় যে তেওঁ চেয়াৰমেন থাকোতেই এই টকা সৰকাই গুৱাহাটী ষ্টেডিয়ামৰ কাম আৰম্ভ কৰি দিছে, অথচ তেওঁ নাজানে । কিডোৱাই বৰ সহায়কাৰী বিষয়া আছিল । তেওঁ জানিছিল, ৰাধাগোবিন্দই যিটো কামত হাত দিছে তাৰ পৰিণতি কি হ'ব পাৰে । তাৰোপৰি গুৱাহাটী ষ্টেডিয়াম সম্পৰ্কে ৰাধাগোবিন্দৰ পৰিকল্পনাৰো তেওঁ ভু আগতে পাই থৈছিল ।

ট্ৰাকে ট্ৰাকে মাটি পেলোৱা হ'ল । শেষ নহয়হে নহয় । দুৰ্গন্ধৰ প্ৰকোপত সেয়া এক হাহাঁকাৰ অৱস্থা ।

উল্লেখযোগ্য কথা যে ৰাধাগোবিন্দই প্ৰথমে ষ্টেডিয়াম কমিটিৰ চেক্ৰেটাৰী পাতিছিল স্বৰ্গীয় জয়কান্ত বৰুৱাক । দুদিনমান গৈ বৰুৱাই ইস্তফা দিয়ে । কিয় ?

ক'লে : সেই দুৰ্গন্ধৰ মাজত মই যাব নোৱাৰোঁ ।

ৰাধাগোবিন্দই হাঁহিছিল। তেতিয়া ৰাজেন্দ্ৰ চন্দ্ৰ চৌধুৰীক আমন্ত্ৰণ কৰে। চৌধুৰীয়ে ৰাধাগোবিন্দৰ ছাঁ হৈ উক্ত দায়িত্ব গ্ৰহণ কৰি গুৱাহাটী তথা অসমৰ ক্ৰীড়া জগতৰ এক অভাৱনীয় অভাৱ পূৰণ কৰি তোলে।

ৰাজেন্দ্ৰ চন্দ্ৰ চৌধুৰীৰ নিজৰ ভাষাত :

'১৯৫৭ চনত যিদিনা গুৱাহাটীত ষ্টেডিয়াম নিৰ্মাণ কৰা সম্পৰ্কে সভা হৈছিল মই উক্ত সমিতিৰ সভ্য নথকা সত্ত্বেও বৰুৱাই মোক মাতি নিছিল। পৌৰসভাৰ পৰা মাটি, চৰকাৰৰ সামান্য অনুদান আৰু সমিতিৰ ক্ষুদ্ৰ পুঁজি লৈ ষ্টেডিয়ামৰ কাম আৰম্ভ কৰাৰ আলোচনা হৈছিল। সেই সময়ত তেনে আবৰ্জনাপূৰ্ণ দুৰ্গন্ধময় ঠাইত কাম চলাব নোৱাৰো বুলি তেতিয়াৰ সম্পাদকে অৱসৰ লয়। কোনো মীমাংসা নোহোৱাত মই এখন ৰাজহুৱা সভা পাতিবলৈ পৰামৰ্শ আগবঢ়াওঁ। বৰুৱাই হঠাতে মই এই ভাৰ লৈ তেওঁক সহায় কৰিব লাগে বুলি জোৰকৈ ধৰে। আৰু শেষত তাকে কৰাত বিশ বছৰে এই গৰাকী কৰ্মযোগীৰ লগত কাম কৰাৰ সুযোগ পাওঁ।'

কিন্তু টকা ক'ত? এন এচ চি এৰ টকাৰ আশা নাই। তেতিয়া দুহেজাৰ টকীয়া মেম্বাৰশ্বিপ কৰিলে। প্ৰায় দুই লাখ টকাৰ আঁচনি কৰি এই মেম্বাৰশ্বিপৰ টকা সংগ্ৰহত ৰাধাগোবিন্দই গোটেই অসম ঘূৰিলে।

মাটি পেলোৱাৰ কাম চলি থাকিল। লগে লগে টকা উঠোৱাৰ কাম। কিন্তু এনেকৈ কিমান দিন? টকা নহ'লে একো কামেই আগ নাবাঢ়ে।

এনে এটা অৱস্থা উপনীত হ'লহি যে টকাৰ অভাৱত কামেই বন্ধ হওঁ হওঁ। ৰাধাগোবিন্দ থমকি ৰ'বনে? ন'ৰলে। নিজৰ টকা খটুৱালে।

'অলপ দিন কাম চলাৰ পিছতে পুঁজিৰ নাটনিত কাম বন্ধ হ'ব খুজিছিল। কিন্তু বৰুৱাই নিজৰ পৰা সত্তৰ হেজাৰ টকা খৰচ কৰিও কাম চলাই ৰাখে।' (ৰাজেন্দ্ৰ চন্দ্ৰ চৌধুৰী)



ষ্টেডিয়াম গঢ়ি তোলাত তেতিয়া তেওঁ দৃঢ়প্ৰতিজ্ঞ। কোনো বাধাই তেতিয়া বাধা নহয় তেওঁৰ বাবে। নিজৰ ৭০ হেজাৰ টকা খটুৱাই ষ্টেডিয়াম নিৰ্মাণৰ যাবতীয় কাম চলাই ৰাখে। আৰু যেতিয়া :

'উক্ত টকা বহুদিনৰ মূৰত ওভোতাই দিয়াত বেঙ্কৰ সুদখিনিও দিবলৈ খোজাত তেওঁ নল'লে। সেই সময়ত বৰুৱাৰ এই অৰিহণা নহ'লে ষ্টেডিয়ামৰ অৱস্থা কি হ'লহেঁতেন সেয়া সহজেই অনুমান কৰিব পাৰি।' (ৰাজেন্দ্ৰ চন্দ্ৰ চৌধুৰী)

ষ্টেডিয়ামৰ বাবে মাটি পেলাওঁতেই লাখ টকাৰ ওপৰ খৰচ হয়। সম্ভাৱনাৰ ছবি এখন ৰিণিকি ৰিণিকি জিলিকি উঠে। ৰাধাগোবিন্দৰ মগজুত তেতিয়াও একেটা চিন্তা : আৰু টকা লাগে।

এবাৰ কলিকতালৈ যাওঁতে ফ্ৰি ষ্টাইল ৰেছলিং চাইছিল ৰাধাগোবিন্দই। আগৰে পৰা নিজেও কুস্তী আদি কৰা মানুহ। গতিকে এনে ধৰণৰ শাৰীৰিক শক্তি প্ৰদৰ্শনৰ খেল-ধেমালিত স্বাভাৱিকতে আগ্ৰহ উপজিছিল। খেলত লোকে লোকাৰণ্য দেখি তেওঁ আচৰিত হৈছিল। আৰু এটা কথা ৰাধাগোবিন্দই লক্ষ্য কৰিছিল যে, সাধাৰণ দৰ্শকক আমোদ দিব পৰাকৈ উক্ত খেলত বহু উপাদান আছে। তেতিয়াই মনে মনে তেওঁ আঁচনি কৰি পেলাইছিল, এই 'ৰেছলিং' বা মালযুঁজ গুৱাহাটীলৈ নিলে কেনে হয়। কিন্তু যোগাযোগ নহয়, ঠিকনাও নাপায়।

সুযোগ মিলিল এবাৰ।

কলিকতাৰ মিনাৰ্ভা হোটেলত আছিল সেইবাৰ। তাতেই ষ্টেটচমেন কাকতত বিজ্ঞাপন দেখিলে যে 'দাৰা সিঙ ইন কেলকাটা'। ৰাধাগোবিন্দই এই সুযোগ নেৰিলে। হোটেলৰ মেনেজাৰক ফোন কৰি দাৰা সিঙ ক'ত আছে খা-খবৰ ল'বলৈ দিলে। খবৰ পালে। দাৰা সিঙ আছিল এম্বেছেডৰ হোটেলত।

গ'ল ৰাধাগোবিন্দ তালৈ। খবৰ পঠিয়ালে, অসমৰ পৰা মানুহ এজনে দেখা কৰিব বিচাৰিছে। মাতিলে। সোমাই যেতিয়া গ'ল দাৰা সিঙে ইলেকট্ৰিক ৰেজৰেৰে ছেভ্ কৰি আছিল।

পৰিচয় দি ক'লে যে : মই আপোনাৰ বৰ ভক্ত। বহুদিনৰ পৰা যোগাযোগ কৰিম কৰিম বুলিও ঠিকনাৰ অভাৱত সম্ভৱ হৈ উঠা নাছিল।

অহাৰ উদ্দেশ্য সোধাত ক'লে যে গুৱাহাটীলৈ ৰেছলিং নিব খোজে। নিয়াৰ আঁৰৰ উদ্দেশ্যটোও ক'লে। ষ্টেডিয়ামৰ পুঁজি।

দাৰা সিঙে সুধিলে : অসমত চলিবনে?

ৰাধাগোবিন্দ : চলিব লাগে।

দাৰা সিঙ কথা পাতি সন্তুষ্ট হ'ল। ক'লে যে তেওঁ এইবোৰ বিষয়ে নিজে একো নকৰে। চেক্ৰেটাৰী আছে। তেওঁৰ স'তে কথা পাতিব লাগিব। দাৰাই নিজে ফোন কৰি চেক্ৰেটাৰীক ৰাধাগোবিন্দৰ কথা ক'লে।

চেক্ৰেটাৰী ৰমেশ থাপৰ। পিছলৈ দাৰা সিঙৰ দৰেই থাপৰো ৰাধা-গোবিন্দৰ ঘনিষ্ট বন্ধু হৈ পৰিছিল। কিন্তু প্ৰথম সাক্ষাৎ সুকীয়া।

ৰাধাগোবিন্দৰ নিজৰ বৰ্ণনাত :

'তেওঁলোক আছিল বেণ্টিক ষ্ট্ৰীটৰ ফালৰ হোটেল এটাত। সোমাই গ'লো যেতিয়া তেতিয়া সৰহভাগেই মাইকী মানুহৰ দৰে চুলি মেলি বহি আছিল। থাপৰেও সুধিলে : অসমত চলিবনে। মই চলিব বুলি ক'লোঁ। সুধিলে : এডভান্স দিবি? ক'লো : দিম। কিমান লাগে? তেওঁ ক'লে। ক'লে যে মিনিমাম ছদিন চলিবই লাগিব। মই সন্মত হৈ গ'লোঁ।'

ৰাধাগোবিন্দহে সন্মত হ'ল, কিন্তু আনবোৰ?

'এদিন কলিকতাৰ পৰা আহি মোক ক'লে—ফাগুৱ এটা উপায় কৰিছে, মিটিং পাতিব লাগে। মিটিং বহিল। 'ৰেছলিং' (পালোৱানী খেল)



বন্দবস্ত কৰি অহাৰ কথা ক'লে। চৰকাৰক আমোদ কৰ ৰেহাই দিয়াৰ অনুৰোধ কৰিবলৈ আৰু খেলৰ লাভখিনি ষ্টেডিয়ামৰ পুঁজিত দিবলৈ তেওঁ প্ৰস্তাৱ কৰিলে। কোনো দিনে আমাৰ নোহোৱা-নেদেখা খেল এটাৰ কাৰণে ২৫-৩০ হেজাৰ টকা খেলুৱৈসকলক দিম বুলি বৰুৱাই কৰি অহা চুক্তিৰ আলোচনা হ'ল।' (ৰাজেন্দ্ৰ চন্দ্ৰ চৌধুৰী)

আলোচনাত স্বাভাৱিকতে আপত্তি উঠিল। এনে সাহস কৰাৰ যুক্তি অন্য সদস্যই হয়তো বিচাৰি নাপালে। লাভ যদি হয় ভালেই, যদি লোকচান হয়?

'.... 'বৰুৱাই লোকচান হ'লে নিজৰ পৰা দিব বুলি গাত ললে। মাত্ৰ বিচাৰিলে সভ্যসকলৰ সহায়।' (ৰাজেন্দ্ৰ চন্দ্ৰ চৌধুৰী)

ভবা মতে কাম। গুৱাহাটীৰ চাৰ্চ ফিল্ডত সেয়া প্ৰথম ৰেছলিং খেল। মানুহৰ দলদোপ-হেন্দোলদোপ। সকলোৰে মুখে মুখে কেৱল দাৰা সিঙ, কিং কঙ, ৰাম্বোৱাৰ কথা।

'পেণ্ডেল সিমান ডাঙৰ কৰা হোৱা নাছিল। কিন্তু শেষত টিকট দিব নোৱাৰা অৱস্থা হ'ল। তথাপি সকলো লেঠা মাৰি লাভ হ'ল বাইশ হাজাৰ টকা। উল্লেখযোগ্য যে দাৰা সিং আদি মুখ্য পালোৱানসকলক তেওঁৰ নিজৰ ঘৰত ৰাখি সকলো খৰচ বহন কৰিছিল।' (ৰাজেন্দ্ৰ চন্দ্ৰ চৌধুৰী)

ছদিনৰ ঠাইত তিনি দিন খেল দেখুৱাই বন্ধ কৰিবলগীয়া হয়। কাৰণ মানুহক বহা আসন দিব নোৱাৰি সেয়া এক হাঁহাকাৰ অৱস্থা। তেতিয়াই ৰাধাগোবিন্দই বুজিছিল, এই আয়োজন আৰু ডাঙৰকৈ পাতিব লাগিব।

পাতিছিল।

ডাঙৰকৈ। কাঠৰ গেলেৰী পাতি ডাঙৰ পেণ্ডেল কৰি। সেইবাৰো প্ৰচণ্ড ভিৰ হয় মানুহৰ। টিকট দিব নোৱাৰা অৱস্থা। টিকটৰ দাম দুগুণ কৰিও মানুহৰ সমাগম বন্ধ কৰিব নোৱাৰা পৰিস্থিতি।

'দ্বিতীয়বাৰ 'ৰেছলিং' (মল্লযুদ্ধ) আনি চৰকাৰৰপৰা আমোদ কৰ ৰেহাই কৰাই, ষ্টেডিয়ামৰ ফাণ্ড বঢ়াই বৰুৱাই তেওঁৰ কৃতিত্ব দেখুৱাইছিল।' (ৰাজেন্দ্র চন্দ্র চৌধুৰী)

মুঠতে তিনিবাৰ মল্লযুদ্ধ পাতে। আৰু তেওঁৰ নিজৰ বিৱৰণীৰপৰা জনা যায় যে সকলো খৰচ বাদ দি সৰ্বমুঠ প্ৰায় একলাখ দহ হেজাৰ টকা ষ্টেডিয়াম পুঁজিলৈ আহে।

উল্লেখযোগ্য কথা যে ষ্টেডিয়ামৰ হৈ পুঁজি সংগ্ৰহৰ এই গোটেই কণ্ট্ৰেক্টটো আছিল ৰাধাগোবিন্দৰ নামত। আৰু এই অৰ্থ সংগ্ৰহ আঁচনি সফল কৰি তোলাৰ বাবে তেওঁৰ কি প্ৰাণান্তকৰ পৰিশ্ৰম। সদায় খেলৰ শেহত প্ৰেছলৈ আহি পিছদিনাৰ বাতৰি কাকতত আকৰ্ষণীয় বিজ্ঞাপন আদি সজোৱাৰ পৰা আৰম্ভ কৰি টিকট ছপা, হেণ্ডবিল ছপা কৰি ফ্লায়িং ক্লাবৰ বিমানেৰে হেণ্ডবিল বিলোৱা আদি অভিনৱ প্ৰচাৰ পৰিকল্পনাৰে সকলো দায়িত্ব তেওঁ নিয়াৰিকৈ সম্পন্ন কৰিছিল। ষ্টেডিয়াম তেতিয়া তেওঁৰ দ্বিতীয় মানস-পুত্ৰ। এই ক্ষেত্ৰত তেওঁৰ কঠোৰ দৃষ্টিভঙ্গীৰ উদাহৰণ এজনৰ বৰ্ণনাত :

'......সেইবাৰ (দ্বিতীয়বাৰ) মানুহৰ বিৰাট ভিৰ হৈছিল। এদিন সন্ধিয়া খেল আৰম্ভৰ পিছতে বৰুৱাৰ ল'ৰা এজনে শ্বিলঙৰপৰা অহা তেওঁৰ বন্ধু দুজনে টিকট নোপোৱা বুলি জনাই কিবা উপায়েৰে চোৱাৰ ব্যৱস্থা কৰি দিলে ভাল হয় বুলি মোক ক'লে। মই অফিচৰপৰা তিনিখন চকী নিয়াই কোনোৰকমে এঠাইত বহুৱালোঁ। উক্ত কথাৰ কাৰণে মোক 'বেয়া পালোঁ' বুলি কৈয়ে ক্ষান্ত নাথাকিল, তেওঁৰ নিজৰ ল'ৰা-জনক বৰকৈ বকিলে। তেনে পৰিস্থিতি হোৱাত মই মনত আঘাত পাই পিছদিনা বৰুৱাৰ ওচৰত মই অব্যাহতি পত্ৰ দিলোঁ। তেওঁ নিজে মোৰ ঘৰলৈ আহি বুজাই ক'লে যে, তেওঁ মোৰ পৰিস্থিতিটো উপলব্ধি কৰিছে কিন্তু, যদি তেওঁৰ বা মোৰ ল'ৰাক তেনে সুবিধা নিদি আনক দিলোহেঁতেন তেওঁ একো নক'লেহেঁতেন। তেওঁৰ মহৎ লক্ষ্য



আৰু আদৰ্শ চৰিত্ৰৰ বাবে মই নতশিৰে পদত্যাগ পত্ৰ উঠাই লৈছিলোঁ।'
(ৰাজেন্দ্ৰ চন্দ্ৰ চৌধুৰী)

ষ্টেডিয়ামৰ কাম আগবাঢ়িল। স্পৰ্টছ্ কাউন্সিলে কিছু টকা দিলে। ৰাজ্য চৰকাৰেও কিছু দিলে। দিলে কেন্দ্ৰীয় চৰকাৰে। তাৰেই এটা ক'ভাৰ্ড গেলাৰী, দুটিমান পকী গেলাৰী আৰু সৰহ অংশ কাঠৰ গেলেৰীৰে ষ্টেডিয়াম সম্পূৰ্ণ হ'ল।

গুৱাহাটী তথা অসম, অকল অসম নহয়, পূৰ্বাঞ্চলৰে সুবৃহৎ আউটড'ৰ ষ্টেডিয়াম।

ষ্টেডিয়ামটো আনুষ্ঠানিকভাৱে মুকলি কৰা হয়, ১৯৬২ চনৰ ১৬ জুলাই তাৰিখে। অসমৰ ক্ৰীড়া ইতিহাসৰ এটি স্মৰণীয় দিন। উদ্বোধন কৰা হয় ভূতপূৰ্ব মুখ্যমন্ত্ৰী আৰু ষ্টেডিয়াম গঢ়ি তোলাৰ পথত অভূতপূৰ্ব সহায় সহ-যোগিতা আগবঢ়োৱা বিমলা প্ৰসাদ চলিহা প্ৰমুখ্যে মন্ত্ৰী মণ্ডলীৰ এখনি প্ৰীতি খেলেৰে।

এগৰাকী প্ৰত্যক্ষদৰ্শীৰ বিৱৰণীত :

'মানুহেযে নৰকতো সৰগ ৰচিব পাৰে গুৱাহাটীৰ এই নেহৰু ষ্টেডিয়াম-খনেই তাৰ জ্বলন্ত প্ৰমাণ। বৰ্তমান ষ্টেডিয়ামৰ ঠাই ডোখৰ যে কেনে-কুৱা আছিল সেই কথা আগেয়ে নেদেখা মানুহে কল্পনাকে কৰিব নোৱাৰে...... । সেই ঠাইয়ে এতিয়া সকলো স্তৰৰ লোকক আকৰ্ষণ কৰিছে। সমগ্ৰ অসমৰ বিভিন্ন ঠাইৰ লোকৰো সমাবেশ হয় সেই ঠাইত। সেই অৱহেলিত আবৰ্জনাপূৰ্ণ, দুৰ্গন্ধ মৰিশালি, পিটনি কচুৰনি ঠাই-ডোখৰ আজি ৰাজ্যপালৰপৰা মন্ত্ৰীলৈ, ভিক্ষাৰীৰপৰা পুঁজিপতিলৈ, নাতিয়েকৰপৰা আইতাকলৈ সকলো লোকৰ বাবে এক আনন্দমুখৰ ঠাইলৈ পৰিবৰ্তন হ'ল।........

'ষ্টেডিয়াম উদ্বোধনী উৎসৱৰ দিনা ৰাতিপুৱাৰে পৰা অগণন জনতাৰ লানি নিছিগা ভিৰ। ষ্টেডিয়ামৰ ওচৰত প্ৰায় পঞ্চাশ হেজাৰৰো পুৰুষ মহিলা, ল'ৰা ডেকা-বুঢ়াৰ সমাবেশ। বুকুত কেচুৱা লৈ বোৱাৰী, লাখুটিত ভিৰ দি বুঢ়ী আইতাকে ধৰি যি মহিলাৰ সমাগম, কোনো কালে নোযোৱা সেই ঠাইলৈ, তেনে দৃশ্য আগতে চকুত পৰা নাছিল। মহিলাসকলৰ বহা-মেলাৰ চোৱা-চিতা কৰাৰ দায়িত্বত আছিল মহিলা সমিতি আৰু তেওঁলোকৰ ভিতৰত আমিও বহা-মেলাত চকু দিয়াৰ দায়িত্ব বহন কৰিছিলোঁ। কিন্তু মহিলাসকলৰ বহা ঠাই নিৰ্দিষ্ট সময়ৰ আগতেই পূৰ্ণ হৈ যোৱাত বহুতো মহিলাই খিয় দি থাকিব লগাত পৰিছিল। ষ্টেডিয়াম উদ্বোধনীৰ সময়তে যদিও ধাৰাসাৰে বৰষুণ আহি জনতাৰ উৎসাহ-উদ্যম কিছু সময়লৈ জয় পেলাই দিছিল, তথাপি প্ৰকৃতিৰ ওচৰত জনতাই হাৰ নামানিলে। কাৰ্য্যসূচী মতে কাম চলিয়েই থাকিল। মানুহৰ অনেকেই অনেক কথা ক'লে। কোনোৱে ক'লে দেৱতাসকলে পুষ্পবৃষ্টি কৰিছে। কোনোৱে আকৌ ক'লে মানুহে নবকক সৰগ কৰিবলৈ ওলোৱাত দেৱতাসকলৰ খং উঠিছে।........

'সেইদিনা কেইটিমান কথাই দৰ্শকসকলৰ বিশেষ দৃষ্টি আকৰ্ষণ কৰিছিল। তাৰে ভিতৰত প্ৰধানকৈ এসময়ৰ সেই অৱহেলিত পৰিত্যক্ত ঠাইত নিৰ্মাণ কৰা এই ষ্টেডিয়ামত চাৰিসত্ৰীয়া গোসাঁই পূজ্যপাদ আউনিআটি সত্ৰাধিকাৰ প্ৰভু দৰ্শকৰ মাজত উপস্থিত থকাটো, আনটো হ'ল বিচিত্ৰ ফুটবল খেলখনত মুখ্যমন্ত্ৰী চলিহা, মুখ্য ন্যায়াধীশ মেহৰোট্ৰা, ৰাজহ মন্ত্ৰী সিদ্ধিনাথ শৰ্মা, বিত্তমন্ত্ৰী ফখৰুদ্দিন আলি আহমদ, উদ্যোগমন্ত্ৰী কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, শিক্ষামন্ত্ৰী বৰুৱা, তাৰ বাহিৰেও হৰেশ্বৰ গোস্বামী, ৰজনী গোস্বামী আদি বিশিষ্ট গণ্যমান্য লোকসকলে খেলুৱৈৰ পোছাক পিন্ধি ফুটবল খেলত অংশ গ্ৰহণ কৰা দৃশ্যই। তেওঁলোকে খেলত নমাৰ লগে লগে জনতাৰ মাজত আনন্দৰ সীমা নোহোৱা



হৈছিল। আৰু এটা কথাই জনসাধাৰণৰ মন আকৰ্ষণ কৰিছিল। সেইটো হৈছে ৰাধাগোবিন্দ বৰুৱাৰ কৰ্ম তৎপৰতা, অক্লান্ত পৰিশ্ৰম আৰু সংগঠন ক্ষমতাৰ পৰিচয়। যাৰ সু-সাংগঠনিক কৰ্ম প্ৰচেষ্টাৰ ফলত ৰাজ্যপালৰ পৰা চাৰিসত্ৰীয়া গোসাঁইলৈকে, দুখীয়াৰ পৰা চহকী-লৈকে সকলো স্তৰৰ আৰু শ্ৰেণীৰ মানুহক একে ঠাইতে সমাবেশ কৰালে এক আনন্দমুখৰ পৰিবেশত। দৰ্শকৰ মাজত বুঢ়ী এগৰাকীয়ে কোৱা শুনিলো—আই ঐ দেহি 'মলাই'ৰ (আৰ জি বৰুৱাৰ ঘৰুৱা নাম) মুখখনলৈ চোৱাছোন, বৰষুণজাক অহা দেখি তেওঁৰ মনটো মৰি গৈছে, খোকাথুকি মাতেৰে বক্তৃতা দিছে, বেচেৰাই ইমান কষ্ট কৰিছে—দেহে কেহে খাটিছে.... ।' (ললিতা ফুকন)

দেহে কেহে সঁচাকৈয়ে খাটিছিল। ৰাধাগোবিন্দৰ নিজৰ বৰ্ণনাত : 'তেতিয়াই মোৰ স্বাস্থ্য বেয়া হ'ল। ৰ'দ, বতাহ, বৰষুণ একো বাচ-বিচাৰ নাই। ভাত-পানী খোৱাৰ ঠিক নাই। শোৱাৰ ঠিক নাই। খালী একেটা চিন্তা। ইমান ডাঙৰ কাম এটা ল'লো যেতিয়া, সম্পূৰ্ণ কৰিবই লাগিব। কথকুদ্দিন সেইফালেদি গ'লে, মোক মাতি কয় : 'বৰুৱা ইয়াতে আছে কিয়। অকলে কিমান কৰিব ?' মই কওঁ : 'টকা পইচা নাই নহয়। লগে লগে লাগি নাথাকিলে কামবোৰ নহয়গৈ .............'

ৰাধাগোবিন্দৰ সংগ্ৰামময় জীৱন কথা কৈ যাওতে কোনো সময়তে তেওঁ ইমান আবেগপ্ৰৱণ হৈ পৰা নাই, যিমান হৈছে ষ্টেডিয়ামৰ বিষয়ে কওঁতে। কৈছে :

'ভগবানৰ কৃপাত কোনোৰকমে হ'লগৈ। বহুত কষ্ট খালোঁ।'

কৰাৰ আনন্দত কষ্ট পাহৰি যায়। আকৌ সপোন দেখে অইন কিহবাৰ। অন্য কিবা। তেনে সপোন আছিল ষ্টেডিয়াম গেষ্ট হাউচ। দূৰদৃষ্টিসম্পন্ন

ৰাধাগোবিন্দই দেখিছিল গুৱাহাটী চহৰত খেলুৱৈ আদি ৰখা মেলাৰ বৰ অসুবিধা। স্কুল কলেজৰ হোষ্টেল আদিত ৰাখিবলৈ সা-সুবিধা দিবলৈ বিভাগীয় ব্যক্তিসকলক জয়দেউ কাকূতি কৰিব লাগে। খেলুৱৈ তথা খেলৰ স'তে অহা বিষয়ববীয়া আদি ৰখা আৰু ষ্টেডিয়ামটো আঁত নলগাকৈ পৰিচালনা কৰিবলৈ এটি নিয়মীয়া আয় অহা বাট মুকলি কৰিবলৈ তেওঁ পৰিকল্পনা কৰে ষ্টেডিয়াম গেষ্ট হাউচৰ।

আকৌ ওচৰ চাপিল ক্ৰীড়াপ্ৰেমী মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ। চলিহাক গেষ্ট হাউচৰ আঁচনি বুজালে।

অল্পভাষী চলিহাই সুধিলে : কিমান খৰচ পৰিব ?

ৰাধাগোবিন্দই ক'লে : মই প্লেন কৰোঁ। তাৰ পিছত আহিম আপোনাৰ ওচৰলৈ।

'বাহিৰৰ ভাল ভাল খেলুৱৈ আৰু দল আনি ৰখাৰ সুবিধাৰ বাবে তেওঁ 'গেষ্ট হাউচ'ৰ পৰিকল্পনা আগবঢ়ায়। মই ক'লো 'কিমান আৰু জঞ্জাল চপাই ল'ব খোজে।' বৰুৱাই হাঁহি হাঁহি কৈছিল যে লেঠা লগালেহে মানুহ কৰ্মী হয়।......' (ৰাজেন্দ্ৰ চন্দ্ৰ চৌধুৰী)

প্লেন কৰি প্লেন দিলে মুখ্যমন্ত্ৰীক। দুই লাখ দহ হেজাৰৰ আঁচনি।

ফখৰুদ্দিন আলি আহমদ তেতিয়া বিত্তমন্ত্ৰী। কেইবাবাৰো শ্বিলঙলৈ অহা-যোৱা কৰিলে ৰাধাগোবিন্দই। এদিন মুখত হাঁহি ফুটিল যেতিয়া দেখিলে কোনো প্ৰশ্ন নকৰাকৈ চলিহাই দুইলাখ টকাৰ অনুদান আগবঢ়াইছে। আলি আহমদ আছিলেই।

কামত লাগিল দ্বিগুণ উৎসাহেৰে। আৰু অতি কম সময়ৰ ভিতৰত সুৰুচি-সম্পন্ন অত্যাধুনিক দেখনিয়াৰ ষ্টেডিয়াম গেষ্ট হাউচ গঢ়ি তোলে। কেৱল ঘৰটোৱে নহয়, সমুখৰ গছ-গছনি, ফোৱাৰা সকলো তেওঁ নিজে কলিকতালৈ গৈ সংগ্ৰহ কৰি আনি সজাই তোলে।



'কাকতৰ লেঠাত, বম্বে, কলিকতা বা নতুন দিল্লীত এসপ্তাহ দহদিন কটাই উভতি আহি ৰৰঝাৰৰ পৰা পোনে পোনে ঘৰলৈ অহাৰ পৰিবৰ্তে তেওঁ ষ্টেডিয়াম নিৰ্মাণত অগ্ৰগতিৰ বুজ ল'বলৈ নিৰ্মাণ ক্ষেত্ৰলৈহে গৈছিল। ইয়াত তেওঁৰ স্বাৰ্থজড়িত নাছিল, কিন্তু স্বাৰ্থজড়িতজনতকৈও অধিক উৎসাহ আৰু উদ্যম তেওঁ প্ৰদৰ্শন কৰিছিল।' (চাৰু মহন্ত)

ষ্টেডিয়াম হ'ল। সময়ে এই ষ্টেডিয়ামক আৰু চহকী কৰি তুলিব। কিন্তু যি পৰিস্থিতি আৰু পটভূমিত তেওঁ এইটো সফল কৰি তুলিছিল, সেয়া ভৱিষ্যতৰ বাবে সঁচাকৈয়ে প্ৰেৰণাৰ বস্তু।

তাতেই শেষ নহয়। আৰু আছে।

আউটড'ৰ ষ্টেডিয়ামটো সাজি উলিওৱাৰ আগৰ কথা। ইনড'ৰ ষ্টেডিয়াম।

'হঠাত দিল্লীৰপৰা টেলিগ্ৰাম কৰিলে শ্ৰীঘন দত্ত ইঞ্জিনীয়াৰক কলি-কতালৈ পঠিয়াবলৈ। তেওঁ গ'ল। চাৰি-পাঁচদিন পিছত আহি ক'লে,—'চৌধুৰী আমাৰ ইয়াত ইনড'ৰ ষ্টেডিয়াম হ'ব। চেণ্ট্ৰেলৰ গ্ৰাণ্ট পোৱা গৈছে। দুমাহৰ ভিতৰত ঘৰ তৈয়াৰ কৰি ইয়াত অল ইণ্ডিয়া বেডমিণ্টন খেল পাতিব লাগিব।' (ৰাজেন্দ্ৰ চন্দ্ৰ চৌধুৰী)

খেল পাতিছিল। সেয়াও এক অন্য কাহিনী।

জেদী ৰাধাগোবিন্দৰ জেদ পূৰণৰ অন্য এক দৃষ্টান্ত গুৱাহাটীৰ ইনড'ৰ ষ্টেডিয়াম।

ষ্টেডিয়ামত মাটি পেলোৱাৰ কাম শেষ হৈ আহিছে। তেতিয়া ইনড'ৰ ষ্টেডিয়ামৰ কথা তেতিয়াও ভবাই হোৱা নাছিল। এনেতে ৰাধাগোবিন্দ গ'ল বম্বেলৈ। মিটিং আছিল। অ'ল ইণ্ডিয়া বেডমিণ্টন এচোছিয়েশ্যনৰ তেওঁ তেতিয়া কাৰ্য্যকৰী সমিতিৰ সভ্য। আৰু অসম বেডমিণ্টন এচোছিয়ে-শ্যনৰ সভাপতি। গায়ত্ৰী দেৱীও সেই সভালৈ আহিছিল। আলোচনা আৰম্ভ হ'ল। নেচনেল বেডমিণ্টন পতাৰ কথা ওলাল। ক'ত হ'ব ?

ৰাধাগোবিন্দই প্ৰস্তাব দিলে অসমত পতা হওঁক।

কোনোৱে সমৰ্থন আগনবঢ়ালে। কুইয়া বুলি বম্বেৰ এজন প্ৰভাৱশীল সদস্যইতো হাঁহি উৰুৱাই দিলে। অসমত ? কেনেকৈ ? ষ্টেডিয়াম আছে জানো ?

ৰাধাগোবিন্দৰ প্ৰস্তাৱত আৰু দুই একে ফিচিঙা-ফিচিঙি কৰিলে।

সহ্য নহ'ল। ক'লে যে প্ৰকৃত অৰ্থত ইনড'ৰ ষ্টেডিয়ামনো ক'ত আছে ? বম্বে, দিল্লীত যিবোৰ আছে সেইবোৰ জানো ইনড'ৰ ষ্টেডিয়াম ? অসমত ষ্টেডিয়াম নাই ? কিন্তু নিৰ্মাণ কাৰ্য্য চলি আছে আৰু বেডমিণ্টন খেল পাতিবলৈ কিনো লাগে ? অসমত হাবি আছে। বাঁহ আছে। মিস্ত্ৰী আছে। হৈ যাব ষ্টেডিয়াম।

খণ্ডত কৈছিল। নিজৰ ঠাইখনক হেয় দৃষ্টিভঙ্গীত চোৱাটো তেওঁৰ সহ্য হোৱা নাছিল।

কোৱাই নহয়, জোৰকৈ ক'লে যে নেচনেল বেডমিণ্টন প্ৰতিযোগিতা গুৱাহাটীতে পাতিবই লাগিব।

গায়ত্ৰী দেৱীয়ে নিজে ৰাধাগোবিন্দৰ দৃঢ়তা দেখি অসমত পতাৰ হৈ সন্মতি প্ৰকাশ কৰি কথা কৈছিল।

বাধ্য নহৈ পাৰে ?

ঠিক হ'ল: ২৩তম নেচনেল আৰু চতুৰ্দশ ইণ্টাৰ-ষ্টেট বেডমিণ্টন চেম্পিয়নশ্বিপ গুৱাহাটীত অনুষ্ঠিত হ'ব।

গুৱাহাটীলৈ খবৰহে পঠিয়ালে, কিন্তু ৰাধাগোবিন্দই সেইদিনা বম্বেতে লাগি গ'ল হ'বলগীয়া ইনড'ৰ ষ্টেডিয়ামৰ ডিজাইন, প্লেন আদিৰ খচৰা তৈয়াৰ কৰাত। ব্লু প্ৰিণ্ট হাতত লৈ গুৱাহাটী পাই লোৰ পাৰ্মিট ল'লে। সেই সময়ত আকৌ লোৰ ভীষণ নাটনি। পাৰ্মিট দিলে। কলিকতাৰ



মাৰ্টিন বাৰ্নচ কোম্পানীৰ ওচৰ চাপিল। তেওঁলোকে সেইসময়ত এনেবোৰ দায়িত্ব ল'ব নোৱাৰিব বুলি জনালে।

তেতিয়া বিচাৰি বিচাৰি উলিয়ালে কলিকতাৰ গলিৰ ভিতৰত কুসুমিকা আইৰণ ৱৰ্কচ। তেওঁলোকে সময়ৰ হিচাপ শুনি উচপ খালেও, ৰাধা-গোবিন্দই সাহস দিলে : একো চিন্তা নাই, মই আছোঁ।

আৰু অবিশ্বাস্য যেন লাগিলেও দিনে-ৰাতিয়ে খাটি মাত্র ৪৫ দিনত ৰাধাগোবিন্দ বৰুৱাই ইনড'ৰ ষ্টেডিয়াম সম্পূৰ্ণ কৰি তোলে। অৰ্ডাৰ দিয়াৰ পোন্ধৰ দিন পিছত আৰ এছ এন কোম্পানীৰ স্পেচিয়েল জাহাজে সম্পূৰ্ণ সামগ্ৰী কলিকতাৰপৰা গুৱাহাটী অনাই দিয়ে।

আগতেই কোৱা হৈছে যে ভাৰততে সকলো ইনড'ৰ খেলৰ সা-সুবিধা থকা ষ্টেডিয়াম নাই। কলিকতাৰ নেতাজী ষ্টেডিয়াম সৌ সিদিনাৰহে কথা। কিন্তু গুৱাহাটীৰ ইনড'ৰ ষ্টেডিয়ামটো তেতিয়াই বেডমিণ্টন, টেবুল টেনিচ, ভলীবল, বাস্কেট বল আৰু অন্যান্য খেলৰ বাবে উপযোগীকৈ সজা হৈছিল। ১০,০০০ বৰ্গ ফুট সীমাৰ ভিতৰত সজা ইনড'ৰ ষ্টেডিয়ামটো ১০০´ দীঘল, ১০০´ বহল।

সেয়েহে ১৯৫৮ চনৰ ২৩ নবেম্বৰত মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা আৰু মুখ্য ন্যায়াধীশ সৰযূ প্ৰসাদৰ প্ৰীতি বেডমিণ্টন খেলেৰে ইনড'ৰ ষ্টেডিয়াম যেতিয়া মুকলি কৰা হয়, তেতিয়া গুৱাহাটীৰ এন এছ চি এৰ ৰিজিয়নেল কমিটিৰ চেয়াৰমেন হিচাপে ৰাধাগোবিন্দ বৰুৱাই সগৰ্বে এই বুলি কৈছিল :

> 'It is Indeed a great privilege for me to inform you that Assam today is proud of having the biggest, though modest, multipurpose Indoor Stadium in India. There are a few costly covered Badminton Courts in some places like Bombay and Delhi. But those Indoor Stadia cannot be suitably utilised games other than Badminton. Here, in this Stadium, which has an area of 10,000 sq. ft. —100′ long 100′ wide, we

shall be able to stage all categories of indoor games such as Badminton, Table Tennis, Volley Ball, Basket Ball and other athletic games, as well as hold cultural functions like music conference, cinema, art exhibition etc. This is really a proud achievement for Assam............'

আৰু কৈছিল :

'.........as you are all aware, it is not possible to execute plans in spite of our best intention and efforts, unless we have necessary fund at our disposal. It is also perhaps not unknown to many of you that it requires a good deal of time and persuasion to obtain Government money, specially from Central Government. This Indoor Stadium cost us Rs. 1,85,000. I frankly admit that, it has been possible for us to obtain the funds in time only through the kindly guidance of our Finance Minister, Fukhruddin Ali Ahmed, coupled with sincere, energatic and tactfull efforts of the President of the National Sports Club of Assam, Sri Kidwai...............'

আৰু সগৌৰৱে ঘোষণা কৰিছিল :

'I feel proud to announce that we are going to stage the 23rd National and 14th Inter-State Badminton championships in this Indoor Stadium from December 6 to 15 next. This will be for the first time that will play host to the rest of India in full fledged sports event......'

সেইবাৰ (১৯৫৮ চনত) মহা আড়ম্বৰেৰে ইনড'ৰ ষ্টেডিয়ামত জাতীয় বেডমিণ্টন প্ৰতিযোগিতা অনুষ্ঠিত হৈ যায়। বম্বেৰ সভাত যি কইয়াই আপত্তি তুলিছিল, তেওঁ আহি ষ্টেডিয়াম আৰু আয়োজন দেখি চকু কপালত উঠিছিল।

ইয়াতে শেষ নহয়, 'ষ্টেডিয়ামটো সৰ্বাঙ্গ সুন্দৰ কৰাৰ বাবে শেষত বিমলা প্ৰসাদ চলিহাৰ নামত এটা চুইমিং পুল আৰু ভূতপূৰ্ব ৰাষ্ট্ৰপতি জাকিৰ হুছেইনৰ নামত জিমনাছিয়াম হ'ল এটা কৰাৰ পৰিকল্পনা তেওঁ লৈছিল। তাৰবাবে ঘূৰাঘূৰি কৰি অলপ পুঁজি যোগাৰ হোৱাত কাম আৰম্ভ কৰাইছিল। কিন্তু সেই সময়ত আৱশ্যকীয় নিৰ্মাণ সামগ্ৰীৰ মূল্য আৰু বনুৱাৰ বানচ আদি বঢ়াত ঠিকাদাৰে কাম কৰিবলৈ অক্ষমতা



জনায়। ইপিনে আমাৰ বক্সৰাৰো শাৰীৰিক অৱস্থা বেয়া হয়। গতিকে এই দুটা আখিকৰা হৈ ৰ'ল। ........' (ৰাজেন্দ্ৰ চন্দ্ৰ চৌধুৰী)

ৰাধাগোবিন্দৰ এই আধকৰা সপোন সফল হৈ উঠিলে নিঃসন্দেহে তেওঁৰ পৰিকল্পনাৰ ষ্টেডিয়াম কমপ্লেক্স সফল হৈ উঠিব আৰু অসমৰ ক্ৰীড়া ইতি-হাসত এই ষ্টেডিয়াম কমপ্লেক্স এক অবিস্মৰণীয় অধ্যায় ৰূপে সদায় চিহ্নিত হৈ ৰ'ব।'

গুৱাহাটীৰ ক্ৰীড়া জগতত নতুনত্বৰ আভাস দিয়াতো ৰাধাগোবিন্দৰ অবদান ভালেখিনি। বৰদলৈ ট্ৰফী প্ৰতিযোগিতাক সৰ্বভাৰতীয় প্ৰতি-যোগিতা কৰি তুলিবলৈ চেষ্টাৰ ক্ৰটি নাছিল। কলিকতীয়া দলসমূহক প্ৰতি-যোগিতাত অন্তৰ্ভুক্ত কৰাই এই প্ৰতিযোগিতাক আৰু বহল কৰি তোলাৰো আঁচনি তেওঁৰ। প্ৰথম ডিভিজনৰ দুই তিনিটা দলে যোগদান কৰাৰ পিছত ৰাধাগোবিন্দই দেখিছিল, প্ৰতিযোগিতাৰ প্ৰতি মানুহৰ আগ্ৰহ বাঢ়িছে। গতিকে কলিকতা তথা ভাৰতীয় ফুটবলৰ আগশাৰীৰ দল ইষ্টবেঙ্গল আৰু মোহনবাগানক আনিবলৈ দৃঢ় সঙ্কল্প হ'ল। মোহনবাগান আহিল। ইষ্ট বেঙ্গল নাহেহে নাহে। ৰাধাগোবিন্দই নিজে গৈ ক্লাবৰ চেক্ৰেটাৰী শ্ৰীগুহক লগ ধৰি কথা-বতৰা পাতি আহিল। কিন্তু বিস্ময় হ'ল, ইষ্টবেঙ্গলে পোনে পোনে ছেমি-ফাইনেলত খেলিব খোজে। এই বিপদ তেতিয়া যোগাযোগ কৰিবলৈ যোৱা জি এছ্ এৰ চেক্ৰেটাৰী নৃপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য্যৰ বৰ্ণনাত :

> 'Then R. G. asked me to go to Calcutta for finalising the terms and conditions for East Bengal Club's participation in Bordoloi Trophy. But they asked me to put their team straight into the semi-final. I suspected that there would be a big hue and cry in Assam if we agreed to this condition. I informed R. G. accordingly. He told me to go ahead and East Bengal was put in semi-final. As expected there was a furore in the sports circle in Assam. But eventually everything passed off smoothly and as a result of East Bengal's participation the prestige of Bordoloi Trophy heightened to a great extent and it became one of the major tournament of the country'.

বিল লৰীৰ নেতৃত্বত অহা অষ্ট্ৰেলিয়া ক্ৰিকেট দলৰ পূৰ্বাঞ্চলৰ স'তে খেলখন গুৱাহাটীত পতাৰ গুৰিতেই ৰাধাগোবিন্দ। তাৰ পিছত গুৱাহাটীত আৰু যিমান উল্লেখযোগ্য খেল অনুষ্ঠিত হৈছে তাৰ আঁৰৰ অনুপ্ৰেৰণাও তেওঁৰ। আৰু দহজন ক্ৰীড়া বিষয়ববীয়া অথবা সংগঠকে যিটো কাম কৰিবলৈ সাহস নকৰে, ৰাধাগোবিন্দই স্বেচ্ছায় তাত জপিয়াই পৰে। কৃতকাৰ্য্যতাৰ কথা নকলোৱেৰা।

সাধাৰণতে খেল-ধেমালিৰ সংগঠনৰ মাজত নানান ৰাজনীতিৰ শীতল যুদ্ধ চলে। স্বকীয় দল বা ক্লাবৰ প্ৰতি বিশেষ অনুৰাগ অথবা নিজকে আগশাৰীত ৰাখিবলৈ নানান কূট-কৌশলৰ প্ৰকোপ প্ৰায়েই দেখা যায়। ৰাধাগোবিন্দ এইবোৰৰ উৰ্দ্ধত আছিল।

এজন ক্ৰীড়া সাংবাদিকৰ চকুত :

'ক্ৰীড়া সংগঠনত আৰ জিৰ সবাতোকৈ ডাঙৰ বিশেষত্ব আছিল তেওঁ কোনো 'পলিটিক্স'ত নাছিল।' (প্ৰেম শৰ্মা)

বহুদিন তেওঁৰ স'তে একেলগে ক্ৰীড়া সংগঠন তথা ক্ৰীড়া পৰিচালনাত থকা, ক্ৰীড়া জগতৰ ভিতৰ বাহিৰ জনা নৃপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য্যই কৈছে :

> **'R. G. never interfered in the work of the secretary or any other office-bearer. He liked to have independence of work for himself as well as others. Whatever he wanted to be done he used to merely inform the concerned secretary who gladly did it to his satisfaction'.**

ভাবিলে আচৰিত লাগে, নিজে বেডমিণ্টনৰ বাহিৰে একো খেলেই নেখেলিছিল। মাজে মাজে অৱশ্যে হকী, বহুদিনৰ আগতে। অথচ খেলৰ প্ৰতি এই দুৰ্বাৰ আকৰ্ষণ তেওঁৰ উপজিছিল ক'ৰ পৰা ? ওপজাই নহয়, বৃহত্তৰ অৰ্থত খেল-ধেমালিৰ উন্নতি আৰু প্ৰচাৰৰ বাবে ইমান কৰাৰ প্ৰেৰণা পালে ক'ৰ পৰা ? বৰ ওচৰৰ পৰা জনা আৰু তেওঁৰ কৰ্ম পদ্ধতি সম্পৰ্কে সচেতন এজনে কহিয়াইছে এনেদৰে :



'তেওঁ নিজে খেলুৱৈ নাছিল। আনকি তেওঁৰ তাচ, পাশাখেলৰ প্ৰতিও অকণো ধাউতি নাছিল। খেলৰ ভিতৰত তেওঁ বেডমিণ্টনটোকে নিয়মিত খেলিছিল। তাকো বয়সত আমাৰ দৰে কম ল'ৰাৰ লগতহে খেলিছিল। তেওঁৰ সমবয়সীয়া বন্ধুসকলৰ প্ৰায় আটাই কেউজনেই বহি শুই আড্ডা মাৰি ভালপোৱা বিধৰ আছিল। .........সেই গৰাকী বৰুৱায়ে অসমক খেল-ধেমালিৰ চমক লগোৱা সুসংগঠিত ষ্টেডিয়াম সাজি দি থৈ গ'ল। গুৱাহাটীত স্থাপন কৰা নেহৰু ষ্টেডিয়াম আজি সমগ্ৰ পৃথিৱীৰ খেলুৱৈ সমাজত জনাজাত, ভাৰতৰ ভিতৰততো ক'বৰ সকামেই নাই। আমি সদায় দেখি আহিছোঁ যে ৰাজহুৱা ব্যৱহাৰৰ উদ্দেশ্যে অকল আহল-বহল আৰু আটোমটোকাৰীকৈ একোটা বা ততোধিক দামী ঘৰ সাজি দিলেই বা খেল-ধেমালিৰ বাবে বা সভা-সমিতি পাতিবৰ বাবে ধুনীয়া ধুনীয়া পথাৰ পাতি দিলেই নহয়। সেইবোৰ ঘৰ-দুৱাৰ বা মেল মিটিং পথাৰৰ উপযুক্ত ব্যৱহাৰ হ'বলৈ হ'লে ফলদায়ক সংগঠনৰ আৱশ্যক ; আৰু তেনে সংগঠনৰ সম্ভৱপৰ হয় একোজন বলিষ্ঠ ব্যক্তিত্বসম্পন্ন নেতাৰ দ্বাৰা। অসমত তেনে এজন পুৰুষ আছিল ৰাধাগোবিন্দ বৰুৱা। গুৱাহাটীৰ নেহৰু ষ্টেডিয়াম বৰুৱাৰ যুগজয়ী কীৰ্তি-স্তম্ভ হৈ ৰ'ব। পৃথিৱীৰ উন্নত দেশবোৰতো কিমানখন বাতৰি কাকতে এশ ডেৰশ বছৰ ব্যাপি প্ৰচণ্ড প্ৰতাপ আৰু খিয়াতিৰে ৰাজত্ব বিস্তাৰ কৰিও অন্তত এদিন লোপ পাই যোৱাৰ জ্বলন্ত উদাহৰণ লেখ-জোখ দি শেষ কৰিব নোৱাৰি। আমি নিশ্চয় আশা নকৰোঁ, কিন্তু সেইদৰে আসাম ট্ৰিবিউ-নৰো এদিন তেনে অৱস্থা হ'ব পাৰে। কিন্তু আমাৰ দৃঢ় বিশ্বাস যে নেহৰু ষ্টেডিয়ামৰ তেনে অৱস্থা হাজাৰ বছৰৰ অন্ততো কেতিয়াও নহ'ব। বৰং অনুষ্ঠানটোৰ আৰু অলেখ বহুমুখী প্ৰসাৰ আৰু বিস্তাৰ লাভহে হ'ব। হ'ব পাৰে সুদূৰ ভৱিষ্যতৰ ব্ৰেভ নিউ ৱৰ্ল্ডত, কালৰ কুটিল গতিত বিংশ শতাব্দীৰ খেল-ধেমালিৰ ৰূপটোৰ সলনি হ'ব, আৰু তেতিয়া নেহৰু ষ্টেডিয়ামটো এলাগী হৈ পৰিব। যদি সেইটোও হয়ও, তথাপি

গ্ৰীচৰ ৰাজধানী এথেন্স মহানগৰীত আজি প্ৰায় তিনি হাজাৰ বছৰ আগতেই প্ৰতিষ্ঠা কৰি থৈ যোৱা পৃথিৱী বিখ্যাত অলিম্পিয়াড খেল পথাৰৰ ধ্বংসাৱশেষ বা খৃষ্টাব্দ প্ৰথম শতিকাত নিৰ্মাণ কৰা আৰু বুৰঞ্জী বিখ্যাত ৰোম মহানগৰীৰ বিৰাট ৰঙ্গমঞ্চ ক'লচিয়াম অট্টালিকাৰ ধ্বংসাবশেষৰ দৰে যুগ যুগ ধৰি অতীত গৌৰৱৰ কথা সোঁৱৰাই থাকিব। ইয়াৰ জন্মৰ সময়ত গুৱাহাটী তেতিয়াও এখন মফচলীয়া চহৰ মাথোন আছিল। ষ্টেডিয়ামটো আৰু ইয়াৰ অন্তৰ্ভুক্ত গেষ্ট হাউচটোৰ নিৰ্মাণ সম্পূৰ্ণ হোৱাৰ পাছতহে গুৱাহাটী চহৰ প্ৰকৃত অৰ্থত মহানগৰীৰ স্তৰলৈ উত্তীৰ্ণ হ'বলৈ সক্ষম হ'ল। কিন্তু এই কথাটোও পাহৰিলে নচলিব যে এচাম বিশ্বস্ত আৰু অনুৰক্ত সহকৰ্মীৰ অকুণ্ঠ সহায়-সহযোগিতা ব্যতিৰেকে আলেকজেণ্ডাৰ, নেপোলিয়ন, লৰ্ড ৱেলিংটনৰ লেখীয়া বুৰঞ্জী প্ৰসিদ্ধ ৰথী মহাৰথী সকলেও অকলে কেতিয়াও দিগ্বিজয় কৰিব নোৱাৰিলেহেঁতেন। নেহৰু ষ্টেডিয়াম নিৰ্মাণৰ বেলিকাও বৰুৱাক তেনে এচাম আত্মোৎসৰ্গ কৰা সহকৰ্মীয়ে বিপুল সহযোগ আগবঢ়াইছিল। আৰু তেনে ধৰণৰ সহযোগিতা লাভ কৰিবৰ বাবে নেতাজনৰ অনন্য-সাধাৰণ গুণসম্পন্ন ব্যক্তিত্বৰ অধিকাৰী হ'বই লাগিব। সেয়ে ৰাধা-গোবিন্দ বৰুৱাক গুৱাহাটীৰ ৰাইজে স্বতঃপ্ৰণোদিত হৈ 'আধুনিক গুৱাহাটী মহানগৰীৰ খনিকৰ' আখ্যাৰে বিভূষিত কৰিলে। ই এটা কম গৌৰৱৰ বিষয় নহয় নিশ্চয়।' (বিপিন বৰগোঁহাই)

যি আখ্যাই নিদিয়ক, যি বুলিয়ে কওঁক বা নকওঁক, বা তেওঁ কৰি থৈ যোৱা কাম এতিয়াৰ চামে পাহৰি যাওঁক বা পাহৰি যোৱাৰ ভাও জোৰক, মৰিয়াল চকুপানী পেলাওঁক বা নেপেলাওঁক, ৰাধাগোবিন্দ বৰুৱাৰ সেইবোৰ লেখ লোৱাৰ সময় ক'ত ? তেওঁৰ বাবে আৰু বহু কাম বাকী আছে। বহু।

সেইবোৰ কোৱাৰ আগতে এবাৰ শেষবাৰৰ বাবে চোৱা যাওঁকছোন, খেল-ধেমালিক তেওঁ কেনে দৃষ্টিভঙ্গীত গ্ৰহণ কৰিছিল ? কৈছে :



'...... I would like to say that we are people of an independent country. But our independence will be fruitful only if we can win laurels in sports, as well as cultural and economic fields along with political achievements. I am stressing on sports not only for the physical benefits derived from it, but also for its other qualities of sportsmanship like "give and take", combined action and strong will to win and the temparament it creates to face any reverse or defeat demurely. These are very essential qualities in humen life. If we take things and events in our day to day life in sportsmanship spirit, we can adjust many things. If I may be permitted, I would like to go further by adding that real sportsman spirit can help in moulding our political life so as to adjust differences among ourselves and join hands together to do really good work to the country'.

'গুড ৱৰ্ক টু দি কাণ্ট্ৰি' নিলগৰ তৰা বুলিয়ে ধৰা হওকছোন।

অনষ্টুপীয়াকৈ, সাধাৰণভাৱে নিজৰ ৰাজ্যখনৰে স্বকীয়া অস্তিত্বক সদৰী কৰি দাঙি ধৰাৰ চেষ্টাত কিবা এটা কৰিব নোৱাৰিনে ? আমি, আমি, আমি অসমীয়া জাতিটোৱে দপদপাই নিজৰ অস্তিত্বক, ঐতিহ্যক, পৰম্পৰাক প্ৰতিষ্ঠা কৰাৰ ?

ৰাধাগোবিন্দ বৰুৱাই ভাবিছিল।

এতিয়া নহয়।

১৯৫২ চনতে।

কেইটামান বাক্য। আৰু আঠোটা নাম। যিজনে এই কথাখিনি লিখিছিল তেওঁৰ নিজৰ নামটো বাদ দি গৈছে।

তেওঁ হ'ল স্বৰ্গীয় ডাঃ ভুবনেশ্বৰ বৰুৱা।

১৯৫২ চনত যেতিয়া গুৱাহাটীত ৰাজহুৱাভাৱে বিহু সন্মিলনীখন পাতিব লাগে বুলি এখন সভা হৈছিল সেই প্ৰথম সভাৰ টোকাৰ পৰাই এইখিনি উদ্ধৃত কৰা হৈছে।

সবাতোকৈ ওপৰত থকা নামটোৱে হ'ল 'মিঃ ৰাধাগোবিন্দ বৰুৱা।'

আনবোৰ ক্ৰমানুয়ে ডঃ সূৰ্য্য ভূঞা, ডাঃ কে চি বৰুৱা, উমেশ চৌধুৰী, অতুল হাজৰিকা, চন্দ্ৰ কলিতা, বিৰিঞ্চি কুমাৰ বৰুৱা আৰু প্ৰবীন ফুকন। ১৯৫২ চনত ৰাজহুৱাভাৱে বিহু সন্মিলনী পতাৰ প্ৰধান উদ্যোক্তা আছিল ৰাধাগোবিন্দ। আৰু তেওঁৰ লগত একে সুৰতে সুৰ মিলাইছিল ওপৰত উল্লেখ কৰা ব্যক্তিসৱৰ বাহিৰেও ডাঃ হৰেকৃষ্ণ দাস, ৰঘুনাথ চৌধাৰী, অম্বিকাগিৰি ৰায়চৌধাৰী, বেণুধৰ শৰ্মা, মহেশ্বৰ নেওগ আদিয়ে।

'সময়ৰ গতিৰ সতে তাল মিলাই হাবিতলি আৰু বিহুতলিৰ পৰা বুটলি আনি আমাৰ ঐতিহ্যৰ বাহক ৰঙালী বিহুক নগৰে চহৰে সন্মিলন, প্ৰদৰ্শনী,

খেল-ধেমালি আৰু সাংস্কৃতিক অনুষ্ঠানৰ মাজেৰে সংৰক্ষণ কৰাৰ' চেষ্টাৰেই এই বিহু সন্মিলনীৰ জন্ম দিছিল ৰাধাগোবিন্দই ।

ইয়াৰ আঁৰৰ অনুপ্ৰেৰণাও আছিল । ৰাধাগোবিন্দই মনে-প্ৰাণে উপলব্ধি কৰিছিল আমাৰ নিজস্ব জাতীয় ঐতিহ্যক যেনেভাৱেই নহওঁক সময়ৰ পৰিবৰ্ত্তিত সোঁতত ধুই-পখালি আকৌ নতুনভাৱে প্ৰতিষ্ঠা কৰিব লাগিব । কোনো সংস্কৃতি কাৰো একচেটিয়া সম্পত্তি নহয় । যিমানে সংস্কৃতিৰ আদান-প্ৰদান হ'ব, সিমানেই স্বকীয় সংস্কৃতিৰ গৌৰৱ বৃদ্ধি হোৱাৰ লগে লগে অন্যৰ অংশগ্ৰহণেৰে তাৰ মৰ্য্যাদাও বৃদ্ধি পায় ।

এবাৰৰ কথা । জয়ৰাম দাস দৌলতৰাম তেতিয়া অসমৰ গৱৰ্ণৰ । চৰকাৰী উদ্যোগত শ্বিলঙত পতা হৈছিল হিল্‌চ্ এণ্ড প্লেইনচ কনফাৰেন্স । দলে দলে পাহাৰৰ সাংস্কৃতিক দল অনোৱা হৈছিল । প্ৰথমবাৰ এই কনফাৰেন্সলৈ ভৈয়ামৰ কাকো আমন্ত্ৰণ কৰা হোৱা নাছিল । দ্বিতীয়বাৰ মাতিছিল ৰাধাগোবিন্দক ।

গৈছিল । গৈ দেখিছিল পাহাৰ-ভৈয়ামৰ সাংস্কৃতিক বিনিময়ৰ নামত সেইখন চৰকাৰী বিষয়াৰ খদম-দমনি । অনা অসমীয়া চেক্ৰেটাৰীৰ মুখত আখৈ ফুটাদি ফুটিছে সংস্কৃতিৰ মহিমামণ্ডিত ৰূপ আৰু পাহাৰৰ কিমান মানুহক ক'ত সংস্থান দিয়া হৈছে, কি হৈছে তাৰ সীমা-সংখ্যাহীন লিষ্ট ।

ৰাধাগোবিন্দৰ সহ্য হোৱা নাছিল । গতিকেই তেওঁ উঠি ক'লে যে তেওঁলোকক মাতি আনি এইবোৰ শুনোৱাৰ কোনো অৰ্থই হ'ব নোৱাৰে । আৰু পাহাৰ-ভৈয়ামৰ সাংস্কৃতিক বিনিময় এনেদৰে নহয় ।

গৱৰ্ণৰে তেতিয়া কৈছিল যে নহয়, আগৰবাৰ এই কনফাৰেন্স বৰ সফল হৈছিল । পাহাৰৰ প্ৰায় ৬৩০ জন মানুহে অংশ গ্ৰহণ কৰিছিল ।

ৰাধাগোবিন্দই ক্ষমা ভঙ্গীৰ সুৰেৰে প্ৰতিবাদ কৰিছিল : ভুল হৈছে নেকি ?



কৈছিল : ৬৩০ জন অহা নাছিল, কিনি অনা হৈছিল। আপুনি কৈছে নাগালেণ্ড আহিছিল, অহা নাছিল, চাপ্রাচী-তাপ্রাচী কেইটামানক মুৰত পাখি গুজি দি সংস্কৃতিৰ আদান-প্ৰদান বুলি কোৱা হৈছিল। মোক যদি কয় মই একলাখ মানুহ আনি দিব পাৰো। জোৰ কৰি চাপ্রাচী কেইটামানক আনি নচুৱালেই পর্বত-ভৈয়াম সম্প্ৰীতি নহয়।

অভিমানত কোৱা যেন লাগিলেও, সেইটোৱে সঁচা আছিল। আৰু কৈছিল এনে সন্মিলন কেৱল পাহাৰতে হ'ব নালাগে, ভৈয়ামতো হ'ব লাগে আৰু পাহাৰলৈও ভৈয়ামৰ সাংস্কৃতিক দল আদি গ'লেহে প্ৰকৃত ভাবৰ আদান-প্ৰদান হ'ব।

এই ঘটনাটোৱে তেতিয়াই ৰাধাগোবিন্দৰ মনত গভীৰভাৱে ৰেখাপাত কৰিছিল। সাংস্কৃতিক আদান-প্ৰদানৰ কথা ভবাৰ লগে লগে তেওঁৰ মনৰ মাজত ভুমুকি মাৰিছিল অসমীয়াৰ নিজস্ব সাংস্কৃতিক ঐতিহ্যালৈ।

অসমীয়াৰ বিহুলৈ।

মন কৰিবলগীয়া কথা যে ১৯৫২ চনত ৰাজহুৱাভাৱে বিহু সন্মিলনী পতা হ'লেও ইয়াৰ জন্ম আৰু দুবছৰ আগতে। তেতিয়া ইমান ডাঙৰকৈ পতা হোৱা নাছিল।

১৯৫০ চন। গুৱাহাটীৰ ক্ৰীড়া সংগঠনৰ কামত নিবিড়ভাৱে জড়িত পুলিন দাস আৰু যশস্বী সুৰশিল্পী ডঃ ভূপেন হাজৰিকাই প্ৰথম বিহু সন্মিলনীৰ আয়োজন কৰে। অনুষ্ঠান হৈছিল উজানবজাৰৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰত। স্বাভাৱিকতে খেল অনুৰাগী পুলিন দাস আছিল খেল-ধেমালিৰ পৰিকল্পনাত। আৰু সাংস্কৃতিক দিশত চকু ৰাখিছিল ডঃ হাজৰিকাই।

দুদিনীয়া এই বিহু সন্মিলনীত খেল-ধেমালি যেনেকৈ এক অন্যতম আকৰ্ষণ হৈ পৰিছিল, বিভিন্ন সাংস্কৃতিক কাৰ্য্যসূচীৰেও দৰ্শকৰ মন মুহিছিল। খেল-ধেমালিৰ বিভিন্ন বিষয়ত বিজয়ীসকলক পুৰস্কাৰ প্ৰদান কৰা হৈছিল আৰু

এই পুৰস্কাৰ প্ৰদান কৰিছিল তেতিয়াৰ মোহনবাগান দলৰ ফুটবল অধিনায়ক অসম গৌৰৱ শৰৎ দাসে। টাগ অব্ ৱাৰত কটনৰ ছাত্ৰীদল প্ৰথম হৈছিল আৰু দলৰ নেতৃত্ব লৈছিল বৰ্তমানৰ কেন্দ্ৰীয় শিক্ষা উপমন্ত্ৰী শ্ৰীমতী ৰেণুকা দেৱী বৰকটকীয়ে।

প্ৰথমবাৰৰ বিহু সন্মিলনী এনেদৰেই হয়। সীমাবদ্ধ পৰিবেশত। সমগ্ৰ গুৱাহাটীক তেতিয়া আকৰ্ষণ কৰিব পৰা নাছিল। কিন্তু সজ প্ৰচেষ্টা হিচাপে সকলোৱে শলাগিছিল।

বিপদ হ'ল পিছৰ বছৰটোত। আৰম্ভ হ'ল দলাদলি। একেবাৰে লোকেল পলিটিক্সেৰে তাতেই ওলাল দুটা দল। এটা দলে বিহু পাতে কুমাৰ ভাস্কৰ নাট্য মন্দিৰত। আনটোৱে ইউনিয়ন ফিল্ডত। সাংস্কৃতিক অনুষ্ঠান বুলিবলৈ বিশেষ একো নাছিল কেৱল খেল-ধেমালিৰ প্ৰতিযোগিতাই প্ৰধান আছিল।

ৰাধাগোবিন্দৰ প্ৰবেশ ঘটে তেতিয়াই। ১৯৫১ চনত যেতিয়া বিহু সন্মিলনী লৈ একে ঠাইতে দলাদলি হৈ প্ৰতিযোগিতামূলক মনোভাবৰ উমান পালে তেতিয়াই তেওঁ মনস্থিৰ কৰি পেলাইছিল যে এনেদৰে নহ'ব। বৃহৎভাৱে সুপৰিকল্পিত ৰূপত উপস্থাপন কৰিব লাগিব।

ৰাধাগোবিন্দৰ হাতত লোৱা কামৰ প্ৰতি সদায় থকা পৰিকল্পনাৰ এই ক্ষেত্ৰতো অভাৱ নহ'ল। তেৱেঁ আগভাগ লৈ এখন সভা পাতিলে, য'ত নগৰৰ বিভিন্ন স্তৰৰ বিশিষ্ট ব্যক্তিসকলৰ সমাবেশ ঘটিল। লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱাৰ সভাপতিত্বত সেই সভা বহিছিল। স্থিৰ হয় গুৱাহাটী বিহু সন্মিলনী নামেৰে এই সন্মিলনী পতা হ'ব। সন্মিলনীৰ সভাপতি নিৰ্বাচিত হয় ডাঃ ভুবনেশ্বৰ বৰুৱা। সম্পাদক প্ৰবীণ ফুকন। খেল-ধেমালিৰ সম্পাদক পুলিন দাস। সহ-সভাপতি ৰাধাগোবিন্দ বৰুৱা।

ৰাধাগোবিন্দই তেতিয়াই পৰামৰ্শ আগবঢ়াইছিল যে দুৰ্গা পূজা বুলিলেই যেনেকৈ কোনো এটা সম্প্ৰদায়ৰ জাতীয় উৎসৱ বুলি গা-মন ৰাইজাই কৰাৰ



লগে লগে বিভিন্ন ধৰ্মাৱলম্বী বিভিন্ন ভাষা-ভাষীকো সমানে আকৰ্ষণ কৰে, ঠিক তেনেদৰে অসমীয়াৰ বিহু উছৱটিও আমাৰ বিভিন্ন জাতীয় উৎসৱ হৈ যাতে নতুনভাৱে সমাদৃত হোৱাৰ উপৰিও সকলো ভাষা-ভাষী, সকলো ধৰ্মাৱলম্বী লোকক আকৰ্ষণ কৰিব পাৰিব লাগিব। আৰু সেইবাবেই এই উৎসৱ ডাঙৰকৈ, বৃহত্তৰ পৰিকল্পনাৰে পাতিব লাগিব।

আয়োজন চলিল বিহু সন্মিলনীৰ। প্ৰকৃতাৰ্থত চহৰীয়া বিহুৰ প্ৰথম আয়োজন। সেয়া ১৯৫২ চনৰ কথা।

ৰাধাগোবিন্দৰ ন ন পৰিকল্পনাৰ শেষ নাই। উজানবজাৰৰ লতাশিল ফিল্ডত সন্মিলনী পতাৰ আয়োজন পূৰ্ণোদ্যমত। তাতেই কেম্প কৰি অস্থায়ী অফিচ। গুৱাহাটীৰ জনসাধাৰণৰ বাবে এটি নতুন অভিজ্ঞতা।

ৰাধাগোবিন্দই ক'লে সন্মিলনীৰ বাবে এটি গীত লাগিব। তাতেই আছিল গীতিকাৰ-সুৰকাৰ পুৰুষোত্তম দাস। লিখিবলৈ কোৱা হ'ল। গীত লিখিলে। সুৰো দিলে। আৰম্ভ হ'ল গীতৰ আখৰা।

শ্ৰীময়ী অসমীৰ শীতল বুকুত উঠে
উছৱৰ মধু আলোড়ন।
জাগে গম্ভীৰ গিৰিবৰ প্ৰান্তৰ মনোহৰ
সুন্দৰ বন উপবন॥
ভেদাভেদ পৰিহৰি কত জাতি উপজাতি
মহাপীঠ কৰে নিৰ্মাণ।
উলাহ অধীৰ ছন্দে কোটি কোটি কণ্ঠে
গায় সবে মিলনৰ গান।
সৰগৰ ৰহঘৰা ৰূপে ৰসে ৰঙে ভৰা
উচছল যত প্ৰাণ-মন,
সৃষ্টিৰ সুৰ বাজে প্ৰীতিৰ পতাকা উৰে
নতুনৰ লৈ আৱাহন॥

সন্মিলনীৰ এখন নিজস্ব পতাকা লাগে। চিত্ৰ-শিল্পী নিপ বৰুৱাক কোৱা হ'ল বিহুৱান, ঢোল; পেপাৰ প্ৰতীক লৈ প্ৰতীক-চিহ্ন এটা কৰিবলৈ। সেয়াও হ'ল।

ৰাধাগোবিন্দই আৰম্ভণী গীতৰ কথা-সুৰ শুনি শুনি ক'লে, ঠিক যেতিয়াই 'প্ৰীতিৰ পতাকা উৰে' বাক্যাংশ আহিব তেতিয়াই বিহু পতাকা উঠাব লাগিব। প্ৰকাণ্ড মণ্ডপ তৈয়াৰ হ'ল। চালে চকুৰোৱা তোৰণ।

সুচাৰুভাৱে পৰিচালনা কৰিবলৈ কিছু ভলণ্টিয়াৰ লোৱা হ'ল। ৰাধা-গোবিন্দৰ পৰামৰ্শত ভলণ্টিয়াৰসমূহ স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰীৰ অধীনত ৰখা হ'ল। মহিলা ভলণ্টিয়াৰৰ নেতৃত্ব ল'লে গৌৰীপ্ৰভা দাস, তমালকুসুম দাসে। পুৰুষৰ দায়িত্বত আছিল সুৰেন্দ্ৰ নাথ দাস।

বিহু ভলণ্টিয়াৰে কেৱল বেজ এটা লগালেই নহ'ব? ৰাধাগোবিন্দই ক'লে। মূৰত টুপী থাকিব। গান্ধী টুপীৰ আহিত খোৱাঁবৰণীয়া টুপী। সকলো নিখুঁত আয়োজন।

ৰাজহুৱাভাৱে পতা অসমৰ প্ৰথম বিহু সন্মিলনী এনেদৰেই আৰম্ভ হয় গুৱাহাটীৰ লতাশিল ফিল্ডত ১৯৫২ চনত।

বিহু পতাকা উত্তোলন কৰে গুৱাহাটীৰ বয়োবৃদ্ধ নাগৰিক মাজিবুদ্দিন আহমদে। ঢোলে-দগৰে আগবঢ়াই লৈ যোৱা দৃশ্য, তাৰ পিছত সমবেত কণ্ঠৰ শ্ৰীময়ী অসমীৰ গীতৰ ধ্বনিৰে সেই ৰাতিপুৱাই ৰাধাগোবিন্দৰ চেষ্টাত সঁচায়ে 'ভেদাভেদ পৰিহৰি কত জাতি উপজাতিৰ মহাপীঠ' নিৰ্মাণ হৈছিল।

খেল-ধেমালিত অভিনৱত্ব আনিবলৈ আৰু নতুন চামক উৎসাহিত কৰিবলৈ আয়োজন কৰা হৈছিল বৃদ্ধসকলৰ ৫0 গজ খোজকঢ়া প্ৰতিযোগিতা। য'ত অংশগ্ৰহণ কৰিছিল ডা: ভুবনেশ্বৰ বৰুৱা, ডা: হৰেকৃষ্ণ দাস, ড: সূৰ্য্যকুমাৰ ভূঞা, খাঁন বাহাদুৰ খলিলুৰ ৰহমান, নবীন শৰ্মা, প্ৰবোধ দাস আদিয়ে।



খেল-ধেমালিৰ দৰেই সাংস্কৃতিক সন্ধিয়াতো অভিনৱত্ব আনিছিল। পৰিকল্পনা কৰিছিল এক অভিনৱ কাৰ্য্যসূচীৰ। অল ইণ্ডিয়া ৰেডিঅ' গুৱাহাটীৰ তেতিয়া উৎসাহী বিষয়া মিঃ অৱস্তী। আলোচনা কৰি স্থিৰ কৰা হ'ল যে বিহু সন্মিলনীৰ মঞ্চৰ পৰাই এটি গীতৰ অনুষ্ঠান প্ৰচাৰ কৰা হওঁক অৰ্থাৎ অনাতাঁৰ কাৰ্য্যসূচীত শিল্পীয়ে ষ্টুডিঅ'ৰ ভিতৰত পৰিৱেশন নকৰি বিহুতলিৰ মঞ্চৰ পৰাই কৰিব। তাবে পৰা বীলে হ'ল। এই নতুন চমকো তেতিয়া কম আকৰ্ষণীয় হোৱা নাছিল।

মজাৰ ঘটনা এটাও ঘটিছিল। বিহু সন্মিলনীৰ শেহত এটি প্ৰীতি-ভোজৰ ব্যৱস্থা কৰা হৈছিল বিহু পেণ্ডেলতে। স্থিৰ হৈছিল যে বিষয়ববীয়া কৰ্মী প্ৰতিজনে দুটকাকৈ চান্দা দিব, কেৱল ভলণ্টিয়াৰখিনি ফ্ৰী। ৰাতিৰ ভোজ। আয়োজন চলিল। গেটত ভলণ্টিয়াৰক চোকা নিৰ্দেশ দিলে, কাৰ্ড নোহোৱাকৈ কাকো যেন সোমাবলৈ দিয়া নহয়।

সন্ধিয়া সময়ত আহিল সন্মিলনীৰ প্ৰেচিডেণ্ট ডাঃ ভুবনেশ্বৰ বৰুৱা। গেটৰ ভলণ্টিয়াৰে ডাঃ বৰুৱাক চিনি নাপালে। কাৰ্ড বিচাৰিলে। ডাঃ বৰুৱাই ক'লে যে কাৰ্ড নাই।

ভলণ্টিয়াৰে নিৰ্বিকাৰভাৱে উত্তৰ দিলেঃ কাৰ্ড নহ'লে ভিতৰ সোমাব দিবলৈ প্ৰেচিডেণ্টৰ হুকুম নাই।

ডাঃ বৰুৱাই নিৰুপায় হৈ গুচি আহি ওচৰতে থকা বিষ্ণু মেধিৰ ঘৰত বহি আছিল। পিছত খেলুৱৈসুলভ মনোবৃত্তিৰে তেওঁ যায়, কাৰ্ড বিচাৰি।

এনেদৰেই মহা সমাৰোহেৰে তিনিদিনীয়া বিহু সন্মিলনীৰ সামৰণি পৰিছিল। ৰাধাগোবিন্দ আনন্দিত হ'ল, জনসাধাৰণৰ অভূতপূৰ্ব সঁহাৰি দেখি। তেওঁৰ পৰিকল্পনাৰ বাস্তৱ ৰূপায়ণৰ ফলশ্ৰুতি আজি অসমৰ চৌদিশে দেখা গৈছে।

উল্লেখযোগ্য কথা যে ৰাধাগোবিন্দই এই বিহু সন্মিলনীৰ এটা ইউনিফৰ্ম গ্ৰ'থ বিচাৰিছিল, ছেদেলি-ভেদেলিভাৱে, বিক্ষিপ্ত ৰূপত অধে-মধে যাৰ

যেনেকৈ ইচ্ছা তেনেদৰে বিহু সন্মিলনী পতাৰ পক্ষপাতী তেওঁ নাছিল। তেওঁ বিচাৰিছিল, সমগ্ৰ ৰাজ্যতে এই বিহু সন্মিলনীৰ একেখন পতাকা, একেটি পতাকা উদ্বোধনী গীত আৰু একেধৰণৰ অন্ততঃ কিছু কাৰ্য্যসূচীৰ আয়োজন কৰিব পাৰিলে ভাল।

সেই উদ্দেশ্যেই হয়তো বিহু সন্মিলনীৰ জন্মৰ চৈধ্য বছৰ পিছতো তেওঁ নিজৰ নামত 'অসমৰ বিহু সমিতিলৈ এটি গোহাৰি' বুলি এখন ছপা গোহাৰি পত্ৰ প্ৰচাৰ কৰিবলগীয়া হৈছিল। গোহাৰি পত্ৰখন বিহু পতাকাৰ প্ৰতীক চিহ্ন, বিহু উদ্বোধনী গীত তথা গীতৰ স্বৰলিপিও সান্নিবিষ্ট কৰি দিয়া হৈছিল।

গোহাৰিত তেওঁ নিবেদন জনাইছিল এইবুলি:

'সময়ৰ গতিৰ লগত তাল মিলাই হাবিতলি আৰু বিহুতলিৰ পৰা বুটলি আনি আমাৰ ঐতিহ্যৰ বাহক ৰঙালী বিহুক নগৰে চহৰে সন্মিলন, প্ৰদৰ্শনী, খেল-ধেমালি আৰু সাংস্কৃতিক অনুষ্ঠানৰ মাজেৰে সংৰক্ষণ কৰাৰ চেষ্টা আজি কেইবছৰমানৰ পৰা চলি আহিছে। এই প্ৰচেষ্টাৰেই ১৯৫২ চনত গুৱাহাটী বিহু সন্মিলনখন পতা হৈছিল।....আনন্দৰ কথা যে সেই আহিৰে তেতিয়াৰে পৰা এনে বিহু সন্মিলনীৰ ব্যৱস্থা অসমৰ চৌদিশে বিয়পি পৰিছে। 'এই সন্মিলনৰ লগত এখন বিহু পতাকা কৰোৱা হৈছিল আৰু বিহু উছৱৰ উদ্বোধনী গীত এটা ৰচনা কৰোৱা হৈছিল। পতাকাখনৰ আহি প্ৰস্তুত কৰিছিল শ্ৰীনিপ বৰুৱাই আৰু গীতটি ৰচনা কৰিছিল শ্ৰীপুৰুষোত্তম দাসে। পতাকাৰ সোঁমাজত এখন শৰাই এখন ফুলাম গামোছাৰে ঢাকি থোৱা হৈছে, তলত ঢোল, পেপা আৰু তাল। বগা পাট কাপোৰেৰে পতাকাখন কৰা হৈছিল....

'এনেদৰে কেইবাদিনলৈ ৰভা পাতি, খেল-ধেমালি, আলোচনা চক্ৰ, গীত-নৃত্য প্ৰদৰ্শনী আদিৰে বিহু সন্মিলন পতা প্ৰথম প্ৰচেষ্টাৰ অন্যতম উদ্যোক্তা হিচাপে মই এটি অনুৰোধ আগবঢ়াবলৈ সাহ কৰিছোঁ।



'জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে পালন কৰা আমাৰ অসমীয়া সমাজৰ ঐক্য আৰু সংহতিৰ নিদৰ্শন এই আপুৰুগীয়া বিহু উছৱৰ উদ্বোধনীৰ ক্ষেত্ৰত সকলো ঠাইতে এটি সংহতি ৰাখিব পাৰিলে ভাল। একে ধৰণৰ পতাকাৰ তলত একেটা গীতকে একে সুৰতে গাই সকলো ঠাইতে বিহু সন্মিলন আৰম্ভ কৰিলে, সেয়ে পৰোক্ষভাৱে এটি নতুন বছৰৰ বাবে ঐক্যবদ্ধ হৈ সংহতি আৰু সংস্কৃতি সংৰক্ষণৰ প্ৰতিষ্ঠা লোৱাকে বুজাব বুলি মোৰ বিশ্বাস।

'এই বছৰৰ পৰাই আমাৰ ৰাইজে প্ৰথম বিহুৰ দিনা (চ'তৰ সংক্ৰান্তি) ৰাতিপুৱা ঠিক আঠ বজাত, একেখন পতাকাৰ তলত (ওপৰত আহি দিয়া মতে অকল যি ঠাইত কৰে 'গুৱাহাটীৰ' ঠাইত সেই ঠাইৰ নামটো দিব) একেটি গীত একে সুৰতে (সিপিঠিত স্বৰলিপি দিয়া মতে) গাই বিহু সন্মিলনৰ পাতনি মেলিব বুলি আশা কৰিলোঁ।......

আমাৰ সৰল, উদ্দেশ্যৰ প্ৰতি আটায়ে সহানুভূতি দেখুৱাব বুলি আশা ৰাখিছোঁ।'

নিঃসন্দেহে এই গোহাৰিয়ে প্ৰমাণ কৰে কি আন্তৰিকতা আৰু সজ উদ্দেশ্যৰে প্ৰণোদিত হৈ ৰাধাগোবিন্দই বিহু সন্মিলনীক গঢ় দি তুলিছিল। সময়ৰ হাত বুলনিত ক'ৰবাত হয়তো ব্যতিক্ৰম ঘটিছে, কিন্তু তেওঁ বিচৰাৰ দৰে এতিয়াও সঙ্গতি ৰাখি বিহু সন্মিলনীসমূহ পাতিব পাৰিলে সঁচাকৈয়ে 'নতুন নতুন বছৰৰ বাবে ঐক্যবদ্ধ হৈ সংহতি আৰু সংস্কৃতি সংৰক্ষণৰ প্ৰতিজ্ঞা লোৱাকে' বুজালেহেঁতেন। এতিয়াও এই দায়িত্ব অসমৰ বিভিন্ন ঠাইত অনুষ্ঠিত কৰা বিহু সন্মিলনৰ উদ্যোক্তাসকলৰ আছে।

ৰাধাগোবিন্দই কিন্তু বৰ আন্তৰিকতাৰে ভাল পাইছিল এই উছৱৰ তাৎপৰ্য্যক। হয়তো অসমীয়া অসমীয়া লগা পৰিবেশটোৰ আয়োজনত তেওঁ

ভবাৰ দৰে অজস্ৰ মানহুৰ সমাগম, উৎসাহ আৰু উদ্দীপনাই তেওঁক অভিভূত কৰিছিল।

কৰিছিলোঁ।

'মোৰা (১৯৭৭ চনৰ) ৰঙালী বিহুৰ পূৰ্ব গুৱাহাটীত পতা পতাকা উত্তোলনৰ উছৱলৈ বৰুৱা গৈছিল। মই তেওঁক ধৰি চকীখনত বহুৱাই দিছিলোঁ আৰু কাষতে থিয় হৈ আছিলোঁ। ৰেকৰ্ডত 'শ্ৰীময়ী অসমী'ৰ গীতটো অসমীয়াৰ অন্তৰৰ সকলোখিনি কোমলতা আৰু বিহুৰ বলিয়ালি-খিনি লৈ বাজি উঠিল। বৰুৱাৰ মুখৰ ওপৰেদি যেন বিজুলীৰেখা চমকি গ'ল। থোকাথুকি মাতেৰে তেওঁ মোক ক'লে--'শৰ্মা, পুৰুষোত্তমৰ ৰচনা আৰু সুৰত বাহাদুৰী আছে। গীতটোৱে গা চমকাই দিয়ে।....'

( কালীনাথ শৰ্মা )

গীতে গা চমকালে নে গীতক তেওঁ চমকালে ?

আকৌ এক নতুন পৰিকল্পনা। নতুন আঁচনি।

অৱহেলিত, অব্যৱহৃত আৰু অসমত প্ৰায় এলাগী হৈ থকা শাস্ত্ৰীয় সঙ্গীতক চমকাই তুলিবলৈ ৰাধাগোবিন্দৰ অন্য এক অভিযোজনা।

অসম সঙ্গীত সন্মিলন।

শাস্ত্ৰীয় সঙ্গীত চৰ্চা আৰু শাস্ত্ৰীয় সঙ্গীতৰ প্ৰতি সাধাৰণ মানুহৰ আগ্ৰহ বৃদ্ধি কৰাৰ এক বৈপ্লৱিক আঁচনি। এয়াও ৰাধাগোবিন্দৰ কল্পনা-প্ৰসূত সন্তান। অথচ।

'বৰুৱাৰ গানত ৰাপ আৰু কণ্ঠত ৰাগ দুয়োটা পৰস্পৰ বিৰোধী আছিল। আনকি সামান্য বিহুগীত এটা গাওঁতেও স্বৰ, লয় আৰু তালৰ মাজত ভীষণ সংঘৰ্ষ। অথচ সেইজন ৰাধাগোবিন্দ বৰুৱাই ভাৰত উপ মহা-দেশখনৰ উত্তৰপূৰ প্ৰান্তত বিহু সন্মিলনৰ জন্মদাতা। সেইজন ৰাধা-গোবিন্দ বৰুৱাই এহাতে এই প্ৰান্তৰ পৰ্বতে ভৈয়ামে বাস কৰি থকা



বাবেবৰণীয়া জাতি-জনজাতি উপজাতি বাইজৰ স্বকীয়া নৃত্য গীত বাদ্যৰ ৰবলুইতৰ ধাৰা আৰু আনহাতে দেশখনৰ বাকীছোৱা অধিবাসী-সকলৰ স্বকীয় নৃত্য-গীত বাদ্যৰ গঙ্গা কাবেৰী ধাৰাৰ অপূৰ্ব সঙ্গম ক্ষেত্ৰ অসম মিউজিক কনফাৰেন্স প্ৰতিষ্ঠানটিৰো জন্ম দিলে। আমি আজিৰ যুগত আন্তৰ্জাতিক ৰাজনীতিৰ ৰৰজাপিৰ তলত আন্তৰ্দেশিক সম্প্ৰীতি স্থাপনৰ ক্ষেত্ৰত সাংস্কৃতিক বিনিময়ৰ প্ৰভাৱৰ গুৰুত্বৰ স'তে চিনাকি। ভাৰতৰ আৰ্য্য-অনাৰ্য্য, দ্ৰাবিড়-মোঙ্গল, হিন্দু-মুছলমানৰ সংস্কৃতিৰ বহু ধাৰাৰ মাজতো এক ধাৰাৰ ৰূপ দিয়াত আৰু সৌষ্ঠৱ বঢ়োৱা নৃবঙ্গীত ৰাধাগোবিন্দ বৰুৱাই সৃষ্টি কৰা অসম সঙ্গীত সন্মিলন অনু-ষ্ঠানখনে নিশ্চয়কৈ শীৰ্ষ ঠাই অধিকাৰ কৰাৰ বাবে যোগ্য অনুষ্ঠান।....' (বিপিন ৰৰগোঁহাই)।

ৰাধাগোবিন্দই নিজে কৈছে :

'....অসম সঙ্গীত সন্মিলনীৰ জন্ম সম্বন্ধে এটা আমোদজনক কথা আছে। অসমৰ বাহিৰৰপৰা কেন্দ্ৰীয় মন্ত্ৰীমণ্ডলী বা আন কোনো অভ্যাগত অতিথি আহিলে অসমৰ কলা-কৃষ্টিৰ নিদৰ্শন দেখুৱাবলৈ সাধাৰণতে আমাৰ ওপৰত ভাৰ পৰে। আৰু আমিও অসমীয়া কলা-কৃষ্টিৰ নিদৰ্শন স্বৰূপে ৰৰগীত, সত্ৰীয়া নাচ, গায়ন-বায়ন, বিহু নাচ আৰু মণিপুৰী নাচকেই সাধাৰণতে দেখুৱাব লগাত পৰিছিলোঁ।.... মণিপুৰী নাচৰ বাহিৰে আমাৰ গায়ন-বায়ন, সত্ৰীয়া নাচ, বিহু নাচ আদিৰ আজিৰ যি ৰূপ সেই ৰূপত ধৈৰ্য্য সহকাৰে চাই আমোদ লাভ কৰিব নোৱাৰে। তদুপৰি ৰৰগীতৰো সেই একেই অৱস্থা, অসমৰ বিভিন্ন ঠাইত ৰৰগীতৰ সুৰ বেলেগ বেলেগ। আমাৰ কোনো এটা নিৰ্দিষ্ট বৈজ্ঞানিক ভিত্তিত গঢ়া স্বৰলিপি নাই। এইবোৰ অভাৱ ৰৰকৈ অনুভৱ কৰিয়েই গুৱাহাটীৰ কেইজনমান সঙ্গীতানুৰাগী লগ লাগি অসম সঙ্গীত সন্মিলনী গঢ়োহক। এই কাৰ্য্যত প্ৰধান অগ্ৰগামী আছিল

ডাঃ তাৰিণীমোহন বৰুৱা। অসম সঙ্গীত সন্মিলনী যিমান দিন থাকিব সিমান দিনলৈকে ডাঃ তাৰিণী মোহন বৰুৱাৰ অৱদানৰ কথা পাহৰিব নোৱাৰি।

'প্ৰধান দুটা উদ্দেশ্যেৰে আমি সঙ্গীত সন্মিলনী গঢ়িছিলোঁ। এটা হ'ল অসমত উচ্চাঙ্গ সঙ্গীত জনপ্ৰিয় কৰিবলৈ আৰু আনটো অসমৰ থলুৱা নৃত্য-গীতৰ উন্নতি সাধিবলৈ।......'

এইদৰে সজ উদ্দেশ্যলৈয়ে সন্মিলনৰ আৰম্ভ।

স্বাভাৱিকতে ইও অসমৰ বাবে আছিল এক অনাস্বাদিত সম্পদ। উচ্চাঙ্গ সঙ্গীতৰ প্ৰতি জনসাধাৰণৰ মন ক্ৰমাগত ঢাল খুৱাই, ইয়াৰ চৰ্চা আৰু অধ্যয়নৰে এচাম নতুন সঙ্গীতপ্ৰেমী তথা সঙ্গীত শিল্পীৰ সৃষ্টি কৰি, এই সন্মিলনীৰদ্বাৰা বিভিন্ন গঠনমূলক কাৰ্য্যাৱলীৰ বিস্তৃত কাৰ্য্যসূচী লোৱা হৈছিল। যিবোৰ কাৰ্য্যসূচী নিঃসন্দেহে অভিনৱ আৰু সঙ্গীত পৰম্পৰাৰ ঐতিহ্য প্ৰতিষ্ঠাৰ বাবে বৰ প্ৰয়োজনীয় আছিল। দুৰ্ভাগ্যবশতঃ যিকোনো কাৰণতে নহওঁক এই সঙ্গীত সন্মিলনী ন-দহবছৰ অতি সুন্দৰভাৱে চলি চলি ক্ৰমাগত মৰহি যাবলগীয়া হয়।

অথচ যিকেইবছৰ এই সন্মিলনী চলি আছিল, আটাইকেইবছৰে ভাৰতৰ গুণী, জ্ঞানী সঙ্গীতজ্ঞৰ সমাবেশেৰে এই সন্মিলনীৰ জেউতি চৰিছিল। কেৱল যে প্ৰদৰ্শনীমূলক সঙ্গীত পৰিবেশনাৰেই সন্মিলনীৰ কাম শেষ কৰা হৈছিল সেইটো নহয়। আৰু বহু বিস্তৃত কাৰ্য্যসূচী ইয়াৰ মাজত অন্তৰ্ভুক্ত আছিল।

সন্মিলনৰ সাধাৰণ সম্পাদক তাৰিণী মোহন বৰুৱাৰ যোৰহাটত বহা পঞ্চম অধিবেশনৰ সম্পাদকীয় প্ৰতিবেদনত এইবোৰৰ স্পষ্ট ইঙ্গিত পোৱা যায়:

'সঙ্গীতৰ পাৰ নাই। ই মহাসমুদ্ৰ। এই সমুদ্ৰ পাৰ হ'বলৈ অৰ্থাৎ সঙ্গীতৰ সৰ্বোন্নতি কৰিবলৈ কিমান কঠিন তাক আপোনালোকে ভাল-



দৰে উপলব্ধি কৰিব পাৰিছে। আজি অসম সঙ্গীতত পিছ পৰা যদিও এসময়ত অসম সঙ্গীত প্ৰধান দেশ বুলি জনাজাত আছিল। অসমৰ সেই সঙ্গীত আজি লুপ্তপ্ৰায়......অসমৰ সেই আপুৰুগীয়া কলা সম্পদ উদ্ধাৰ কৰি তাক দেশত প্ৰচলন কৰা আমাৰ কৰ্তব্য। এয়েই হৈছে সঙ্গীত সন্মিলনীৰ মূল উদ্দেশ্য। এই উদ্দেশ্য লৈয়েই ১৯৫৪ চনৰ ১ জানুৱাৰীত এই সন্মিলনৰ গুৱাহাটীত জন্ম হয় আৰু ৰাইজৰ আশাশুধীয়া চেষ্টাৰ ফলত স্থায়ী ৰূপ লয়।........যোৱা কেইবছৰৰ ভিতৰত সন্মিলনে অসমৰ বাহিৰৰ সঙ্গীতজ্ঞ কলাকাৰসকলৰ দ্বাৰাই সঙ্গীত প্ৰদৰ্শন কৰাই ৰাইজৰ মনত সঙ্গীতৰ প্ৰতি ধাউতি বঢ়াই অসমত সঙ্গীত জাগৰণত প্ৰভূতৰূপে সহায় কৰিছে। উঠি অহা ল'ৰা-ছোৱালীৰ মনত সঙ্গীতৰ ধাউতি বঢ়াবলৈ সঙ্গীত প্ৰতিযোগিতাৰ ব্যৱস্থা কৰা হৈছে। কি ধৰণে শিকালে প্ৰকৃত সঙ্গীত শিকিব পাৰি তাৰ এখনি চাৰে পাঁচ বছৰীয়া পাঠ্যক্ৰম প্ৰস্তুত কৰা হৈছে, সঙ্গীতৰ মান আৰু শিক্ষা পদ্ধতিৰ কাৰণে এখনি 'মিউজিক ব'ৰ্ড' গঠন কৰা হৈছে, সঙ্গীতৰ উচচ শিক্ষাৰ বাবে গুৱাহাটীত এখনি কেন্দ্ৰীয় কলেজ স্থাপন কৰা হৈছে। তাৰ উপৰিও অসমৰ সঙ্গীতজ্ঞ, সঙ্গীতানুৰাগী লোকসকলৰ একতাবদ্ধ সহায়ত সঙ্গীতৰ উন্নতি সাধন কৰিবলৈ সন্মিলনৰ শাখা আদি অসমৰ ঠায়ে ঠায়ে পতা হৈছে। ইয়াৰ উপৰিও সঙ্গীতৰ উপকাৰিতা আৰু কি কৰিলেনো সঙ্গীতৰ উন্নতি হ'ব পাৰে সেইবোৰ বিষয়ে আলোচনা কৰিবলৈ সঙ্গীত আলোচনা চক্ৰৰ ব্যৱস্থা কৰা হৈছে। সঙ্গীত সম্পৰ্কীয় নানান প্ৰস্তাৱ গ্ৰহণ কৰি সেইমতে কামো কৰা হৈছে। তথাপি ই সম্পূৰ্ণ হোৱা নাই। আমাৰ কাম বহুতো বাকী। গৱেষণা কাৰ্য্য সন্মিলনে এতিয়াও লব পৰা নাই। নোৱাৰাৰ মূল কাৰণ হৈছে অৰ্থৰ অভাৱ। এই খিনিতে মই ক'ব খোজো যে সঙ্গীতৰ উন্নতিমূলক সঙ্গীত গৱেষণা কাৰ্য্য আদিত যদি আমাৰ চৰকাৰৰ পৰা সাহায্য নাপাওঁ তেনে-

হ'লে সেই কাম কৰাত আমি কিমানদূৰ সফলতা লাভ কৰিব পাৰিম তাক ক'ব নোৱাৰো। আমাৰ উৎসাহ-উদ্দীপনা সকলো আছে। নাই কেৱল অৰ্থ।'

অৰ্থৰ অভাৱেই এই সৎ উদ্দেশ্য প্ৰণোদিত অনুষ্ঠান ক্ৰমাগত মৰহি অহাৰ মূল কাৰণ হৈ দেখা দিয়ে। অথচ গ্ৰহণ কৰা আঁচনিসমূহ বা হাতত লোৱা প্ৰতিটো কামৰ এনে সুন্দৰ উদ্দেশ্য আছিল যিটোৰ অভাৱে আজিও এইখন ৰাজ্যৰ বিশুদ্ধ সঙ্গীত প্ৰেমীসকলক বুকুত বিন্ধে।

উক্ত প্ৰতিবেদনতে জনা যায় যে চাৰি বছৰত সন্মিলনৰ নখন শাখা, দুখন স্বীকৃত অনুষ্ঠান হয়। শাখা অনুষ্ঠানৰ জৰিয়তে সভ্য ভৰ্তি কৰোৱা হৈছিল আৰু পিছলৈ সভ্য সংখ্যা আশাতীত বৃদ্ধি পাইছিল।

সঙ্গীত সন্মিলনীৰ এটি সুফল আছিল অসম সঙ্গীত প্ৰতিযোগিতা। উঠি অহা ল'ৰা-ছোৱালীৰ মনত সঙ্গীতৰ ধাউতি বঢ়াবলৈ সঙ্গীত প্ৰতি-যোগিতা প্ৰতি সন্মিলনীৰ বছৰেকীয়া অধিবেশনৰ স'তে অনুষ্ঠিত কৰা হৈছিল। ইয়াৰ নিয়ম-প্ৰণালী গঠন কৰিছিল 'অসম ব'ৰ্ড অব্ মিউজিকে।' আকৌ অসমৰ সকলো ঠাইৰ পৰা আহি এই প্ৰতিযোগিতাত যোগ দিবলৈ সকলোৰে পক্ষে উজু নহয় গতিকেই প্ৰত্যেক শাখাতেই বছৰেকত একো-খনি জিলা প্ৰতিযোগিতা পাতি তাৰে পৰা প্ৰতিযোগী বাছি সন্মিলনৰ অধিবেশনৰ লগত হোৱা সদৌ অসম সঙ্গীত প্ৰতিযোগিতাত যোগদান দিবলৈ দিয়া হৈছিল।

অসমৰ প্ৰতি ঠাইৰ পৰা বহু শ প্ৰতিযোগীয়ে প্ৰতি বছৰে সন্মিলনত যোগদান কৰি আহিছিল। শাখাসমূহক উদগনি দিবলৈকে যি শাখাই সকলোতকৈ বেছি পয়েণ্ট এই প্ৰতিযোগিতাত লাভ কৰে সেই শাখাক এখন শিল্ড দিয়াৰ ব্যৱস্থা কৰা হৈছিল। এই শিল্ডৰ নাম আছিল হেম চন্দ্ৰ গোস্বামী শিল্ড।



অকল এয়ে নহয়।

'সঙ্গীতৰ মান পদ্ধতি, সঙ্গীত কি, সঙ্গীতৰ উপকাৰিতা, সঙ্গীতৰ উন্নতি কেনেকৈ হ'ব পাৰে ইত্যাদিৰ কাৰণে আলোচনাৰ অতীৱ আৱশ্যক। সেই কাৰণেই সন্মিলনে বছৰেকীয়া অধিবেশনৰ লগত এখনি সঙ্গীত আলোচনা চক্ৰৰ ব্যৱস্থা কৰি আহিছে। এই চক্ৰত যোৱা কেইবছৰে বহু সঙ্গীতজ্ঞই ভাগ লৈছিল তাৰ ফলত আমাৰ জন-সাধাৰণে বহু কথাই গম পাইছে আৰু বহু কথা ফটফটীয়া হৈছে।...... আলোচনা নহ'লে কোনো কাম সম্পূৰ্ণকৈ হ'ব নোৱাৰে। বৰ্ত্তমান সঙ্গীতৰ ক্ষেত্ৰত আমাৰ যি অৱস্থা তালৈ চালে সঙ্গীতৰ আলোচনা যে নিতান্ত প্ৰয়োজন তাক কোনেও নুই কৰিব নোৱাৰে। সন্মিলনৰ এটা প্ৰধান উদ্দেশ্য হৈছে যে সঙ্গীতজ্ঞসকল একগোট হৈ এটা সিদ্ধান্তত উপনীত হোৱা। ........গতিকে এই সঙ্গীত আলোচনা চক্ৰৰ প্ৰতি আমাৰ বিশেষ লক্ষ্য থকা উচিত। ......আলোচনা চক্ৰৰ সফলতাইহে অসম সঙ্গীত সন্মিলনৰ উদ্দেশ্য সাধন কৰিব।'

প্ৰতিখন সঙ্গীত সন্মিলনীৰ স'তে সঙ্গীত বিষয়ক এনে আলোচনা চক্ৰৰ আয়োজন এক উল্লেখযোগ্য সংযোজন আছিল। আৰু এইবিলাক পণ্ডিত ৰতনঝঙ্কাৰৰ পৰা আৰম্ভ কৰি বহু গুণী জ্ঞানী সঙ্গীতজ্ঞৰ সমাবেশ ঘটিছিল।

অসম সঙ্গীত সন্মিলনীৰ প্ৰচেষ্টাতে উচ্চ ধৰণৰ সঙ্গীত কলেজ এখনো স্থাপিত হৈছিল ১৯৫৭ চনৰ জানুৱাৰী মাহত। প্ৰথম সঙ্গীত সন্মিলনীৰ অধিৱেশনতে সঙ্গীত কলেজ স্থাপন হ'ব লাগে বুলি এটি প্ৰস্তাৱ গৃহীত হৈছিল আৰু তাকে কাৰ্য্যকৰী কৰিবলৈ এটি কমিটি গঠন কৰা হৈছিল। সন্মিলনৰ কাৰ্য্যপালিকাই উক্ত কমিটিৰ উপৰিও এটি তদৰ্থ কমিটি গঠন কৰি সেই কমিটিয়ে স্থাপন কৰিছিল 'অসম কলেজ অব্ মিউজিক' (Assam College of Music)। কলেজ মুকলি কৰিছিল সন্মিলনৰ ভূতপূৰ্ব সভাপতি

পণ্ডিত বিনায়ক ৰাও পটবৰ্দ্ধনে। অকল 'মুকলি কৰাই নহয়, নিজে তিনি-মাহ কাল কলেজত থাকি ছাত্ৰক সঙ্গীত শিক্ষা দি, কলেজৰ এটি গতি লগাই থৈ যায়।' কলেজৰ পাঠ্যক্ৰমখন 'অসম ব'ৰ্ড অব্ মিউজিক'ৰ পাঠ্য ক্ৰমৰ সৈতে একে আছিল। আৰু প্ৰশিক্ষণ দিয়া শাখা তিনিটা আছিল কণ্ঠ সঙ্গীত, যন্ত্ৰ সঙ্গীত আৰু নৃত্য।

উল্লেখযোগ্য যে এই সঙ্গীত কলেজ খুলিবলৈ প্ৰথমেই পুঁজিলৈ যি দান দিয়া হৈছিল তাৰে ৫০০০ টকা দিছিল অসম চৰকাৰে আৰু সন্মিলনৰ কাৰ্য্যকৰী সভাপতি ৰাধাগোবিন্দই ১০০০ টকা। অথচ তেতিয়াই সম্পাদকে এই বুলি আক্ষেপ কৰিছিল : 'কেন্দ্ৰীয় সঙ্গীত কলেজ স্থাপন হ'ল আৰু আজি প্ৰায় এবছৰ চলি আহিছে কিন্তু এতিয়ালৈকে কলেজৰ নিজা ঠাই নাই, নিজা ঘৰ নাই আৰু পুঁজিও নাই। আজিলৈকে চৰকাৰৰ পৰা মাহেকীয়া অৰ্থ সাহায্যও পোৱা নাই। এই ধৰণে সঙ্গীত কলেজ চলোৱা টান হৈ পৰিব।' (সম্পাদকীয় প্ৰতিবেদন, তাৰিণী মোহন বৰুৱা, যোৰহাট ১৯৫৭)।

পুঁজিৰ অভাবত সঙ্গীত গৱেষণাৰ কাম হাতত ল'ব নোৱাৰাৰ কথাও এই সময়তে কোৱা হৈছিল। অসমৰ লুপ্তপ্ৰায় বিভিন্ন কলা-সম্পদক উদ্ধাৰ কৰি স্বস্থানত প্ৰতিষ্ঠাৰ বাবে এই সঙ্গীত গৱেষণাৰ প্ৰচুৰ প্ৰয়োজন আছিল।

গুৱাহাটীত একেৰাহে তিনিবছৰ বহা সঙ্গীত সন্মিলনৰ তৃতীয় অধি-বেশনত অভ্যৰ্থনা সমিতিৰ সভাপতিৰ আদৰণী অভিভাষণত ৰাধাগোবিন্দ বৰুৱাই কৈছিল :

> 'আমাৰ এই চিকুণী অসম দেশ অকল প্ৰাকৃতিক সৌন্দৰ্য্যৰেই ভৰপূৰ নহয়, সুৰদি সঙ্গীতৰ ঝঙ্কাৰেও ই মধুৰিমাময়।..........অসমৰ নৃত্য-গীত আজিৰ সম্পদ নহয়। মহাভাৰতৰ দিনতো যে অসম বা তেতিয়াৰ কামৰূপ নৃত্যগীতত পিছপৰা নাছিল তাৰ প্ৰমাণ নথকা নহয়। ৰজা



ভগদত্তই কুৰুক্ষেত্ৰৰ যুদ্ধত অক্ষৌহিনী সেনা লৈ দুৰ্য্যোধনৰ পক্ষে যুঁজিছিল। কিন্তু ৰজা ভগদত্তৰ কামৰূপ ৰাজ্যত যেনেদৰে যুঁজাৰু আছিল তেনেদৰে গীত-নৃত্য-শিল্পীও আছিল। নহ'লেনো যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞলৈ কামৰূপ ৰাজ্যৰ পৰা গীত-নৃত্যৰ দল এটা যায়নে ? আৰু সেই দলটোৱে ৰজা ভগদত্তৰ গন্ধৰ্ব আখ্যা পায়নে ? উষাৰ সখী চিত্ৰলেখা অকল চিত্ৰবিদ্যাতে পাৰ্গত নাছিল, গীত নৃত্যতো তেওঁ সমানে খ্যাতি লাভ কৰিছিল। মহাভাৰতৰ যুগৰ কথা বাদ দিলেও তাৰ পিছৰ যুগতো অসম গীত-নৃত্যত জাকত জিলিকাই আছিল। চীন দেশীয় পৰিব্ৰাজক হিউৱেনচাঙক অসমীয়া শিল্পীয়ে গীত-নৃত্যৰে অভ্যৰ্থনা জনাইছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে অসমৰ গীত-নৃত্য সম্পৰ্কে যে এক নতুন অধ্যায় সূচনা কৰিলে তাক কোনে নাজানে ? শ্ৰীশঙ্কৰদেৱে অকল যে অসমীয়াৰ জাতীয় আৰু সামাজিক জীৱনৰ ক্ষেত্ৰতে 'অমৃতৰ নদী' বোৱাই আনিলে এনে নহয়, গীত-নৃত্যৰ ক্ষেত্ৰতো তেখেতে 'অমৃতৰ নদী' অসমলৈ বোৱাই আনিলে। আহোম ৰাজত্বত যে গীত-নৃত্যই বিশেষ উদ্দীপনা পাইছিল তাৰ প্ৰমাণ বুৰঞ্জীয়ে দিয়ে। আমাৰ সত্ৰবিলাকত গীত-নৃত্যৰ যি চৰ্চা এতিয়ালৈকে চলি আছে তাৰ বাবেও আমি আহোম ৰজাসকলৰ ওচৰত কম ঋণী নহওঁ। এই সন্দৰ্ভত স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ নাম বিশেষভাৱে উল্লেখযোগ্য। স্বৰ্গদেৱ শিৱসিংহই নিজে গীত ৰচনা কৰিছিল।........'

উল্লেখযোগ্য যে স্বৰ্গদেউ শিৱসিংহই ৰচনা কৰা এটি গীত 'শাৰদ পূৰ্ণিমা হিমকৰবদনী' অসম সঙ্গীত সন্মিলনীৰ প্ৰথম অধিবেশনতে সঙ্গীত চূড়ামণি বিনায়ক ৰাও পটবৰ্দ্ধনে পৰিবেশন কৰিছিল।

ৰাধাগোবিন্দৰ চিন্তাধাৰাৰ ব্যাপকতালৈ মন কৰক, একে অধিৱেশনতে তেওঁ কৈছিল :

'এতিয়া আহোম ৰজাও নাই, সত্ৰীয়া গীত-নৃত্যৰ সেই পয়োভৰো নাই। হাজোৰ হয়গ্ৰীৱ মাধৱ দেৱালয়ৰ আৰু দেৰগাওঁৰ শিৱদৌলৰ নৰ্তকীসৱৰ গীত-নৃত্য ৰাইজৰ গঞ্জনা আৰু আওহেলাত লয় পালে। তাক এনেদৰে লোপ পাবলৈ নিদি তাৰ বেয়াখিনি বাদ দি সংস্কাৰ কৰি লৈ নতন ৰেহ-ৰূপেৰে উলিয়াব পৰা হ'লে অতি সুন্দৰ কথা হ'লহেঁতেন। সত্ৰীয়া গীত-নৃত্য যদিও লোপ পোৱা নাই তথাপি এই কথা স্বীকাৰ কৰিবই লাগিব যে প্ৰকৃত অনুশীলনৰ অভাৱত সেই গীত-নৃত্যৰ যিদৰে সমৃদ্ধি হোঁৱা উচিত আছিল সেইদৰে সমৃদ্ধ হোৱা নাই। কলাবিদসকলে স্বীকাৰ কৰে যে সত্ৰীয়া নৃত্যত ওখ খাপৰ কলা নিহিত আছে। গতিকে যথাযোগ্যভাৱে চৰ্চা আৰু অনুশীলন কৰিলে নিশ্চয় তাৰ উৎকৰ্ষ সাধন কৰিব পৰা হ'ব আৰু সেয়ে হ'লে এই নৃত্য উপাদেয় আৰু লোকৰঞ্জক হৈ উঠিব। ভাৰতীয় গীত-নৃত্যৰ এটি অবিচ্ছেদ্য অঙ্গ অসমীয়া গীত-নৃত্যও নিশ্চয়। এই অঙ্গক নিশকতীয়া হ'বলৈ নিদি সবল আৰু সতেজ কৰি তুলিব লাগিব যাতে ই নিজ মৰ্য্যাদা বঢ়োৱাৰ লগে লগে ভাৰতীয় গীত-নৃত্যক সমৃদ্ধিশালী কৰি তুলিব পাৰে। মূল বস্তুৰ পৰিবৰ্তন নকৰাকৈ কেনেকৈ নতুন ভাব, নতুন ভঙ্গী, নতুন সাজ আৰু নতুন কথাৰ অৱতাৰণা কৰি অসমৰ গীত-নৃত্যক বৰ্তমানতকৈ বেছি আকৰ্ষণীয় আৰু কলাপূৰ্ণ কৰি তুলিব পাবি সেই অৰ্থে, আমাৰ কলাকাৰসকলে মন-কাণ দিয়াৰ দিন আহিল।.... '

মাথোন অসমীয়া গীত-মাতৰ ক্ষেত্ৰতে ৰাধাগোবিন্দই যে এনে এটি পৰিবৰ্তন সাধন বিচাৰি তাৰ হৈ ওকালতি কৰিছিল সেইটো নহয়, শাস্ত্ৰীয় বা উচচাঙ্গ সঙ্গীতৰো সংস্কাৰ সাধনৰ হৈ তেওঁ দৃঢ়মত পোষণ কৰিছিল। কৰাই নহয়, এইদৰে তেওঁৰ বক্তব্য দাঙি ধৰিছিল :

'আনে কি ভাবে ক'ব নোৱাৰোঁ, কিন্তু মোৰ বোধেৰে হ'লে শাস্ত্ৰীয় বা উচচাঙ্গ সঙ্গীতৰো সংস্কাৰৰ আৱশ্যক হৈ পৰিছে। আজি-কালি



জনসাধাৰণৰ দিন। কিন্তু বৰ্তমান উচ্চাঙ্গ সঙ্গীত যেনেভাৱে চলিছে তেনেভাৱে চলিলে ই সৰ্বসাধাৰণৰ বোধগম্য নহব আৰু বোধগম্য হ'বলৈ সৰ্বসাধাৰণেও মন বা সময়ো দিব নোৱাৰিব। সঙ্গীতৰ উদ্দেশ্য যদি যাইকৈ আনন্দ দান কৰাই হয়, তেনেহ'লে জনসাধাৰণৰ ক্ষেত্ৰত উচ্চাঙ্গ সঙ্গীতে সেই উদ্দেশ্য সম্যকৰূপে সাধন কৰিব পৰা নাই তাক অস্বীকাৰ কৰিব নোৱাৰি। কথাছবিৰ গান আজি ইমান লোকৰঞ্জক হৈ উঠাৰ যাই কাৰণ এয়ে যে এই গান বুজিবলৈ সহজ আৰু এই গানে সূক্ষ্ম স্বৰ বিজ্ঞানৰ জ্ঞান নথকা লোককো আনন্দ দিব পাৰে। কথাছবিৰ গান সন্তীয়া আৰু তাৰ ৰস পাবলৈ সঙ্গীতৰ বিশেষ জ্ঞান নালাগে। উচ্চাঙ্গ সঙ্গীত অকল আহুকালেই নহয়, অনেকৰ কাৰণে ই দুৰ্বোধ্য আৰু মহঙা। জনসাধাৰণলৈ চকু ৰাখি উচ্চাঙ্গ সঙ্গীতৰ কিছু লঘূ সংস্কৰণ কৰিব পাৰিলে ই সৰ্বসাধাৰণ ৰাইজৰ মনোৰঞ্জক হ'ব নোৱাৰাৰ একো কাৰণ নাই। এতিয়া ৰজা-মহাৰজাৰ দিন উকলিছে যেতিয়া, উচ্চাঙ্গ-সঙ্গীতক ৰাজ-দৰবাৰ আৰু অৰ্থশালী লোকৰ বৈঠকখানাৰ পৰা নমাই জনসাধাৰণৰ মাজলৈ আনিবলৈ সঙ্গীতজ্ঞসকল কুণ্ঠিত হ'ব নালাগে। উচ্চাঙ্গ সঙ্গীতক মই জনসাধাৰণৰ মাজলৈ আনিবলৈহে কৈছোঁ, ৰজাৰৰ ভিৰৰ মাজলৈ আনিবলৈ কোৱা নাই।'

ৰাধাগোবিন্দই এনেদৰে কোৱাৰ এটা নিজস্ব যুক্তিও আছে। শাস্ত্ৰীয় সঙ্গীতৰ প্ৰতি সৰ্বসাধাৰণ মানুহৰ অনাগ্ৰহৰ বুজ পাইয়ে তেওঁ এনে সংস্কাৰ-সাধনৰ কথা কৈছিল। দুখেৰে তেওঁ কৈছে :

'প্ৰথম দুই এবছৰত সঙ্গীত সন্মিলন পাতোঁতে নানান অসুবিধা অতিক্ৰম কৰিবলগীয়া হৈছিল। আনকি এতিয়া মনত পৰিছে এদিন মোৰ এজন সুশিক্ষিত বন্ধুৱে কৈছিল যে ইমান ধন ভাঙি সঙ্গীত সন্মিলন পাতিবৰ কি আৱশ্যক ?

'তাতকৈ বিনা পইচাৰেও উচ্চাঙ্গ সঙ্গীতৰ সন্মিলন পাতিব পাৰি দেখোন। 'কেনেকৈ' বুলি সোধাত ক'লে বোলে শিৱসাগৰৰ শিৱদৌলৰ সন্মুখত থকা ডাঙৰীয়া ভোবোলা ছাগলীটো আনি ঠেংকেইটা বান্ধি মুখৰ আগত মাইক এটা দি তপিনাত কোব কেইটামান দিলেই সুন্দৰ উচ্চাঙ্গ সঙ্গীত ওলাব। কথাটো শুনি মই বিৰক্ত আৰু হতাশ হৈছিলোঁ। মাত্র তেওঁক সুধিলোঁ 'তেনেহ'লে বান্দৰৰ নেজ কাটি দিলেই মানুহ হ'ব নেকি?' অৱশ্যে সেইদিনা তৰ্কৰ পিছত আমি দিহাদিহি গ'লোগৈ।

'ডিব্ৰুগড়ত সঙ্গীত সন্মিলন হোৱাবাৰত এবাৰ মই দেখিলো সেই বন্ধুজন পুৰা ২।। বজাত মূৰে-গায়ে কাপোৰ লৈ বহি আছে। মই তেওঁক লগধৰি 'কি কৰিছে' বুলি সোধাত তেওঁ ক'লে যে 'সঙ্গীত শুনি বৰ ভাল লাগিছে।' মই ক'লো 'তেন্তে শিৱসাগৰৰ শিৱদৌলৰ মুখৰ ছাগলী আনি তপিনাত বেত 'দিব নালাগে?'....( নগাওঁৰ অষ্টম অধি-বেশনৰ কাৰ্য্যকৰী সভাপতিৰ ভাষণ )

কিহৰ বাবে ৰাধাগোবিন্দই শাস্ত্রীয় সঙ্গীতৰ কিছু সংস্কাৰ সাধন বিচাৰিছিল সেই বিষয়েও তেওঁ তেওঁৰ স্পষ্ট যুক্তি আৰু উদাহৰণৰে কৈ গৈছে : 'ভাৰতীয় সঙ্গীতৰ বিদেশত আদৰ বঢ়াবলৈ হ'লে যেনেকৈ গোৱাৰ ধৰণ পৰিবৰ্ত্তন কৰিব লগা হৈছে আৰু বিদেশী শ্ৰোতাৰ ৰুচিৰ প্ৰতি লক্ষ্য ৰাখি Harmony বা স্বৰ সমন্বয় পদ্ধতিৰো সামান্য সংযোগ কৰাৰ প্ৰয়োজন হৈছে; সেইদৰে আমাৰ দেশতো জনসাধাৰণৰ ৰুচি আৰু অনুৰাগৰ প্ৰতি লক্ষ্য ৰাখিও গোৱাৰ ৰীতিৰ কিছু পৰিবৰ্ত্তন দৰ্কাৰ বুলি মই অনুভৱ কৰোঁ। আজিৰ আনবিক শক্তিৰ যুগত এঘণ্টা সময় বহি এটা গান শুনিবলৈ কৰ্মৰত মানুহৰ সময় নাই। খেয়াল গাওঁতে এঘণ্টা আলাপ নকৰিলেও মাধুৰ্য্য বিস্তাৰত বাধা নঘটে। তদুপৰি খেয়ালৰ শুদ্ধ আঁ আঁ তানৰ ঠাইত গীতৰ কথাখিনিক কিছু প্ৰাধান্য দিলে সাধাৰণ শ্ৰোতাৰ যদি মনোগ্ৰাহী হয়, তেনে গায়কসকলে তেনে কৰাত



আপত্তি কৰা উচিত নহয় বুলি ভাবোঁ। গায়কসকলে উচচাঙ্গ সঙ্গীতৰ প্ৰসাৰ কৰিবলৈ হ'লে প্ৰথমতে সাধাৰণ ৰুচিৰে শ্ৰোতাক সমৰ্থন কৰিব লাগিব। আমি দেখি সুখী হৈছোঁ যে আমীৰ খাঁ, বড়ে গোলাম আলি খাৰ নিচিনা প্ৰাচীন পন্থী ওস্তাদসকলেও 'ঝণক ঝণক পায়েল বাজে,' 'ক্যা কৰু সজনী' আদিৰ নিচিনা শাস্ত্ৰসন্মত মনোগ্ৰাহী সঙ্গীতৰ সৃষ্টি কৰিছে। পণ্ডিত পটবৰ্দ্ধনৰ 'যোগী মত যা' ভজন শুনি সঙ্গীতৰ ঘৰঘৰত নোসোমোৱা শ্ৰোতাসকলেও আনন্দ পাব। এনে ধৰণৰ সঙ্গীতে প্ৰমাণ কৰে যে শাস্ত্ৰীয় নীতি-নিয়ম অনুসৰি ৰচনা কৰা গীতেও সকলোৰে মনত আনন্দ দিব পৰা ক্ষমতা আমাৰ প্ৰাচীন সঙ্গীতত আছে।....'
(সঙ্গীত সন্মিলনৰ পঞ্চম অধিবেশনৰ কাৰ্য্যকৰী সভাপতিৰ ভাষণ)

আগতে কোৱা হৈছে যে অতি সজ উদ্দেশ্যেৰে প্ৰতিষ্ঠা লভা এই সঙ্গীত সন্মিলন পিছলৈ মৰহি আহিল সংগঠনৰ দোষত আৰু উপযুক্ত পুঁজিৰ অভাৱত। তাৰ উপৰিও অসমৰ ঠায়ে ঠায়ে যি শাখা সংগঠন আদি গঠিত হ'ল সেইবোৰৰ মাজতো এশ-এটা দোষে এই সম্ভাৱনাময় অনুষ্ঠানটিক অকালতে নিঃশেষ কৰিলে।

হয়তো ৰাধাগোবিন্দই তেনে এটি উমান পাইছিল। গতিকেই সন্মিলনৰ পঞ্চম অধিবেশনতে সকীয়াই দিছিল এইবুলি :

'সন্মিলনৰ হৈ দেহেকেহে খটা কৰ্মী শিল্পীসকলক মই অনুৰোধ কৰোঁ তেখেতসকলে যেন যোৱা পাঁচ বছৰে কি হ'ল তাৰ ওপৰত ভেটি কৰি অহা পাঁচ বছৰত কি হ'ব লাগে ইয়াৰ এটা সুনিৰ্দ্ধাৰিত পৰিকল্পনা এই অধিবেশনতে গ্ৰহণ কৰে।'

'সুনিৰ্দ্ধাৰিত পৰিকল্পনা' নোহোৱাৰ বাবেই এনে সম্ভাৱনাময় আৰু এতিয়ালৈ গজগজীয়া হ'ব পৰা অনুষ্ঠান এটি অকালতে মৰহি যায়।

এই দুখে ৰাধাগোবিন্দকো বিন্ধিছিল।

কিন্তু তেওঁৰ বাবে ৰোৱাৰ সময় ক'ত ? আকৌ নতুন পদক্ষেপ। এইবাৰ ওপৰলৈ উৰোৱাৰ হাবিয়াস।

এটা ফ্লায়িং ক্লাব। অসমৰ তৰুণচাম ডেকা-গাভৰুৰ বাবে।

এয়াও কম কণ্টকপূৰ্ণ কাম নাছিল। হাতীৰ সমান খৰচ। তাৰ উপৰি কামটো ইমান জটিল আৰু প্ৰতিৰক্ষা বিভাগৰ স'তে জড়িত যে তাত অসুবিধাও আছিল ভালেখিনি। কিন্তু ৰাধাগোবিন্দ আগবাঢ়ি গ'ল। আৰু ১৯৫৮ চনত আসাম ফ্লায়িং ক্লাব প্ৰতিষ্ঠা কৰে।

আগতেই কোৱা হৈছে যে ফ্লায়িং ক্লাবৰ বাবে প্ৰয়োজনীয় যিবোৰ সামগ্ৰী সেইবোৰ গোটোৱা সহজ কথা নাছিল। ৰাধাগোবিন্দই গোটাইছিল।

পোন প্ৰথমতে অস্থায়ী ব্যৱস্থাৰে। বেহাৰ ফ্লায়িং ক্লাবৰ পৰা প্ৰশিক্ষণ লব পৰা বিমান, কিছু পাইলট, কিছু ইঞ্জিনীয়াৰ। এইবোৰ গোটোৱাৰ পিছত আটাইতকৈ ডাঙৰ সমস্যা আছিল বিমানকোঠৰ। সেইটোও ৰাধাগোবিন্দৰ চেষ্টাত হৈছিল। বেসামৰিক বিমান পৰিবহন মন্ত্ৰী দপ্তৰৰ সতে যুঁজি যুঁজি ৰাধাগোবিন্দই বৰঝাৰ বিমানকোঠ আৰু বিমানকোঠৰ 'হেঙ্গাৰ' ব্যৱহাৰৰ অনুমতি পাইছিল।

নগৰৰপৰা প্ৰশিক্ষাৰ্থীসকলক অনা-নিয়াৰ বাবে অস্থায়ী ষ্টেট পুল ষ্টেচন ৱেগন এখন যোগাৰ কৰিছিল। পাইলট, ইঞ্জিনীয়াৰসকলক ৰাখিবলৈ ঠাই নাই। গতিকে বিমানকোঠৰ পৰা সৰহ দূৰত্ব নোহোৱা বিশ্ববিদ্যালয় গেষ্ট হাউছত ৰাখিছিল। এই আটাইবোৰ আছিল অস্থায়ী ব্যৱস্থা। অথচ কোনোৱে সেইটো অনুভৱ কৰা নাছিল। ১৯৫৮ চনৰ পৰা অৰ্গেনাইজিং ছুপাৰিণ্টেণ্ডেণ্ট হিচাপে কাম কৰা ৰত্নেশ্বৰ মিশ্ৰৰ বৰ্ণনাত :

> 'কোনোৱে ভবা নাছিল বা অনুভৱ কৰিব পৰা নাছিল যে এই আটাই-বোৰ অস্থায়ী ব্যৱস্থা। আৰু জিৰ তত্ত্বাবধানত সকলো নিয়াৰিকৈ হৈছিল।'



ফ্লায়িং ক্লাবৰ জন্মতে নিজৰ অফিচ ঘৰ নাছিল।

ৰাধাগোবিন্দই তেওঁৰ আসাম ট্ৰিবিউনৰে কোনোবা এটা অফিচ ৰুম দি দিছিল।

দেবেশ্বৰ শৰ্মা তেতিয়া ক্লাবৰ প্ৰেছিডেণ্ট, দুলাল চন্দ্ৰ ভূঞা চেক্ৰেটাৰী। সেই সময়ৰ কথা বৰ্ণাই এজনে লিখিছে :

'ৰাধাগোবিন্দ বৰুৱাই কেৱল আঁচনি গ্ৰহণ কৰিয়ে ক্ষান্ত নাথাকে। কামো কৰে তেনেদৰে। তেতিয়া ক্লাবৰ অবৈতনিক সম্পাদক ডি চি ভূঞা বেছিভাগ সময় শ্বিলঙতে থাকে। গতিকে আৰু জি নিয়মিতভাৱে আবেলি তেওঁৰ আজৰি আৰু অৱসৰৰ সময়ত অফিচত বহেহি। আৰু সকলো বিষয়ে মোক পৰামৰ্শ আগবঢ়ায়। বহু সময়ত তেওঁ নিজে চিঠি ড্ৰাফ্‌ট কৰে। ক্লাবৰ বিভিন্ন প্ৰয়োজন সম্পৰ্কে ৰাজ্য বা কেন্দ্ৰীয় চৰকাৰৰ স'তে যোগাযোগৰ চিঠি। তাতেই শেষ নহয়, কয় : চাওঁ মোক চিঠিবোৰ দিয়াচোন। চিঠিবোৰ বাছি বাছি যেনেদৰে 'মোৰ পদ্ধতিত থব লাগে মই দেখুৱাই দিম' এইবুলি বিভিন্ন জাপ হৈ থকা চিঠি নিজে বাছি বাছি ফাইলত নিজে গাথি ওপৰৰ প্ৰয়োজনীয় শিৰোনামা লিখে। মোক নিদিয়ে, কিজানি মই ভুলেই কৰোঁ। এইযে থানথিত লগাই গ'ল, তাৰ পিছত আৰু ভুল নহয়। পোনে পোনে অফিচত সোমাইয়ে ফাইলৰ নম্বৰ কৈ প্ৰয়োজনীয় চিঠি বিচাৰে। তেওঁ ৰিপিটেশ্যন বেয়া পাইছিল। নিজেও দুবাৰ কোনো কথা নকৈছিল। ক্লাবৰ বয়বস্তু কিনা সম্পৰ্কে চিঠি-পত্ৰ লিখোঁতে মইয়ে যদি কেতিয়াবা দোধোৰ-মোধোৰ হৈ দেখুৱাওঁ, আৰু জিয়ে কয় : 'চিন্তা কৰিছা কেলেই ? আমি যিটো প্ৰয়োজনীয় বুলি ভাবিছোঁ, সেইটো বিচাৰিছোঁ, ৰাজ্য বা কেন্দ্ৰীয় চৰকাৰে দিয়ে বা নিদিয়ে সেইটো তেওঁলোকৰ কথা। আমাৰ দাবীৰো যুক্তিসঙ্গত মূল্য আছে।' ( বজ্ৰেশ্বৰ মিশ্ৰ )

প্ৰাথমিক স্তৰত এনে ক্লাব পৰিচালনাৰো নানান টেক্‌নিকেল অসুবিধা আছিল। বতাহ-বৰষুণ নেওচি ৰাতিপুৱা তিনি বজাতে উঠি প্ৰশিক্ষাৰ্থী ষ্টাফ তথা পাইলটক গোটাই লৈ বৰঝাৰলৈ যোৱা; গৈ দুপৰীয়াৰ পিছতহে উভতি অহা—এইবোৰৰ মাজত বহুখিনি বিষয়ত সতৰ্ক দৃষ্টি ৰখাৰ প্ৰয়োজন হৈছিল। আৰু জিয়ে নিজে সকলো কাম কৰিছিল তেনে নহয়, তেওঁ তেওঁৰ সহকৰ্মীসকলৰো ওপৰত আস্থা ৰাখিছিল। অফিচ চুপাৰিণ্টেণ্ডেণ্ট ৰত্নেশ্বৰ মিশ্ৰই কৈছে :

'......he used to say smilingly, you are the Supdt., and think that you are also the Secretary and Vice-President. Do what you think proper and let me know later what you have done. O. K.? and repeated 'I am at your back.'

১৯৬২ চনত চীনৰ ভাৰত আক্ৰমণৰ পিছত প্ৰতিৰক্ষাৰ অজুহাতত বৰঝাৰ বিমান কোঠখন ফ্লায়িং ক্লাবক ব্যৱহাৰ কৰিবলৈ দিয়া হোৱা নাছিল। ফলত ক্লাবৰ কোনো কাম নাছিল। ৰাধাগোবিন্দই তেতিয়াই ভাবিবলৈ লৈছিল : ক্লাবৰ এখন নিজাকৈ বিমানকোঠ হব নোৱাৰেনে?

ভবাই নহয় চাইছিলো। জনা যায় যে তেওঁ উত্তৰ গুৱাহাটীৰ ফালে এটুকুৰ আহল-বহল ঠাই ছাৰ্ভে কৰি চাইছিল। কিন্তু এই বিমান-কোঠ নিৰ্মাণৰ বাবে যিটো খৰচ পৰিব তথা ক্লাবৰ নিজস্ব বৰ টনকিয়াল নোহোৱা আৰ্থিক অৱস্থাই সেই সাহস তেওঁক নিদিলে। তাৰ উপৰি ৰাজ্য চৰকাৰৰ এই বিষয়ত নিৰ্বিকাৰ মনোভাৱেও এই কামত হাত দিবলৈ বিশেষ উৎসাহ নজগালে। অথচ ৰাধাগোবিন্দৰ পৰিকল্পনা মতে উত্তৰ গুৱাহাটীত উক্ত বিমানকোঠখন নিৰ্মাণ হ'লে এতিয়াও অসামৰিক বিমান পৰিবহনৰ ক্ষেত্ৰতো বহু সুবিধা হ'লহেঁতেন।

ফ্লায়িং ক্লাবৰ অস্থায়ী ব্যৱস্থাত ৰাধাগোবিন্দ অকণো সুখী হোৱা নাছিল। গতিকেই তেওঁৰ একাণপতীয়া চেষ্টা আৰু যত্নৰ ফলত ফ্লায়িং ক্লাবে লাহে লাহে কিছু স্থায়ী ব্যৱস্থা কৰি তুলিছিল। তেওঁৰ প্ৰভাৱতে



কেইখনমান পুষ্পক বিমান আৰু এখন টাইগাৰমথ বিমান ক্লাবৰ হৈ উঠিছিল। প্ৰথম পুষ্পক বিমানখন আছিল হিন্দুস্থান এয়াৰক্ৰেফট্ লিমিটেড্ৰ তৈয়াৰী। নজন বহিব পৰা এখন জীপো কিনা হৈছিল। তাৰ উপৰি প্ৰয়োজনীয় বহু হেজাৰ টকাৰ স্পেয়াৰ পাৰ্টছ্। ৰাধাগোবিন্দৰ যত্নতে ক্লাবৰ স্থায়ী ৰূপ এটা এনেদৰেই গঢ় লৈ উঠিছিল।

ফ্লায়িং ক্লাবৰ ক্ষেত্ৰতো ইঞ্জিনীয়াৰ আৰু পাইলটৰ মাজতে স্বাভাৱিকতে নানান কথাত মতবিৰোধ হয়। ৰাধাগোবিন্দই সেইবোৰৰ বিষয়ে চোকা দৃষ্টি ৰাখি কোনো পক্ষই আঘাত নোপোৱাকৈ দুই দলৰ মাজত মীমাংসাৰ বাট মুকলি কৰি দিছিল। এনেদৰেই এই প্ৰতিষ্ঠানটোৰ গুৰি ধৰিছিল ৰাধাগোবিন্দই।

ৰাধাগোবিন্দৰ কৃতিত্বৰ অন্য এক স্বাক্ষৰ হ'ল সঞ্চয় অভিযানত অসমৰ সুনাম। বহু বছৰ ধৰি তেওঁ অসমৰ ক্ষুদ্ৰ সঞ্চয় বিভাগৰ চেয়াৰমেন আৰু জাতীয় সঞ্চয় বিভাগৰ কেন্দ্ৰীয় কমিটীৰ সভ্য আছিল। এই দুয়োটা দায়িত্বতে তেওঁ নিজস্ব কৰ্মপদ্ধতিৰে উজ্জ্বল দৃষ্টান্ত ৰাখি গৈছে। সঞ্চয় বিভাগৰে এজন কৰ্মীৰ বৰ্ণনাত :

> 'সঞ্চয় বিভাগৰ কৰ্মকৰ্তাসকলৰ সহযোগত আৰু অক্লান্ত পৰিশ্ৰমৰ ফলত জাতীয় সঞ্চয় আঁচনিয়ে অসমত উজ্জ্বল ভৱিষ্যতৰ সূচনা কৰে। এয়া সম্ভৱ হৈছিল বৰুৱাদেৱৰ ব্যৱসায়িক বুদ্ধি আৰু কাৰ্য্য-কৌশলৰ পৰিচয়ৰ গুণত। (গুণেশ্বৰ পাঠক)

সঞ্চয় সম্পৰ্কে তেওঁৰ নিজস্ব ধাৰণা এটা আছিল। এখন সঞ্চয় সভাত ৰাধাগোবিন্দই কৈছিল :

> 'সভ্যতাৰ ক্ৰমোন্নতিৰ লগে লগে সঞ্চয় আৰু তাৰ উপযুক্ত ব্যৱহাৰৰ আৱশ্যকতাও ক্ৰমে বৃদ্ধি পাই আহিছে। সহজাত বৃত্তি হিচাপে ই প্ৰত্যেকজন মানুহৰ গাতেই বিদ্যমান। মানুহৰ এই সহজাত প্ৰবৃত্তিটো

তীব্ৰ কৰি তোলা আৰু তেওঁলোকৰ সঞ্চয়খিনি ক'ত কেনেকৈ নিজৰ আৰু দহৰ উপকাৰৰ বাবে খটুৱাব সেই বিষয়ে তেওঁলোকক শিক্ষা দিয়াটো এটা দৰ্কাৰী কথা। কোনো এখন দেশৰ অৰ্থনীতি আৰু সামৰিক দিশৰ পৰা শক্তিশালী কৰি তুলিবলৈ হ'লে সেই দেশৰ প্ৰত্যেক-জন নাগৰিকেই সঞ্চয় কৰাটো আৱশ্যকীয়। এখন ধনী দেশে কৰ-কাটল আদিৰ লেখীয়া সঞ্চয়ৰ ওপৰত নিৰ্ভৰ কৰিব পাৰে। কিন্তু আমাৰ লেখীয়া দুখীয়া দেশ এখনৰ ক্ষেত্ৰত কৰ-কাটলৰ পৰিসৰ বৰ সীমাবদ্ধ। ভাৰতৰ নিজৰ উন্নয়ন আৰু প্ৰতিৰক্ষাৰ ক্ৰমবৰ্ধমান আৱশ্যকতা পূৰণৰ কাৰণে বাধ্যতামূলক সঞ্চয়ৰ পথেৰে যিখিনি ধন পোৱা যায় সেয়েই যথেষ্ট নহয়। গতিকে আমাৰ চৰকাৰে লাখ লাখ জনতাৰ স্বেচ্ছামূলক সঞ্চয়ৰ ধনৰ ওপৰত নিৰ্ভৰ কৰিবলগা হোৱাটো স্বাভাৱিক।......আমাৰ সঞ্চয় কৰা অভ্যাসটোৰ উন্নতি সাধন আৰু সেই সঞ্চিত ধনক উপযুক্তভাৱে খটুৱাবলৈ শিকোৱাই হৈছে সঞ্চয় অভিযানৰ লক্ষ্য। এজন মানুহৰ ব্যক্তিগত স্বাৰ্থ আৰু তেওঁৰ পৰিয়ালৰ স্বাৰ্থ ৰক্ষা কৰাতেই ইয়াৰ উদ্দেশ্য সীমাবদ্ধ হৈ থকা নাই ৰাষ্ট্ৰীয় স্বাৰ্থও ইয়াৰ লগত জড়িত হৈ আছে। ই দুফালৰ পৰাই আশীৰ্বাদ স্বৰূপ। কাৰণ সঞ্চয়ে এজন লোকক তেওঁৰ নিজৰ আৰু পৰিয়ালটোৰ ভৱিষ্যত আঁচনিখনক সফল কৰি তোলাৰ লগতে আৰ্থিক চিন্তা-ভাবনাৰ পৰাও অব্যাহতি দিয়ে। তাৰ ফলত তেওঁৰ কৰ্ম-নিপুণতা আৰু দক্ষতা বৃদ্ধি পায়। সঞ্চয় কৰা ধনখিনিক ভালদৰে কামত খটুৱালে দেশৰ উৎপাদনত সহায় কৰা হয়। আপোনাৰ সঞ্চয়খিনিক ঠিকভাৱে খটুৱাই আপুনি বস্তুৰ দাম বৃদ্ধি ৰোধ কৰিব পাৰে। সঞ্চয় অভিযানে দেশ গঠনৰ কামত অধিক লাভজনকভাৱে অংশ গ্ৰহণৰ সুযোগ দিছে।'



অংশ গ্ৰহণৰ এই সুযোগকে ৰাধাগোবিন্দই তেওঁৰ এই দায়িত্বকাল ছোৱাত নানান ন'ন আঁচনিৰে সফল কৰি দেখুৱাইছিল। উদাহৰণ স্বৰূপে চাহ বাগিছাৰ মজদুৰসকলৰ বোনাছৰ অৰ্থ সঞ্চয়ত খটুওৱাৰ আঁচনিও তেওঁৰ যত্নতে ফলৱতী হৈছিল। ইয়াৰ বাবে ডিব্ৰুগড় চাৰ্কিট হাউছত এখন সভা পতা হৈছিল আৰু তাতে বাগিছাৰ মালিক তথা চাহ শ্ৰমিকৰ প্ৰতিনিধি-সৱৰ স'তে আলোচনা হয়। এই সভাত নানান বাক-বিতণ্ডাও হয় কিন্তু ৰাধাগোবিন্দৰ নিজৰ যুক্তিপূৰ্ণ আবেদন আৰু সঞ্চয়ৰ মূল অন্তৰ্নিহিত সত্য-কণৰ প্ৰতি সচেতন কৰি তোলাত বোনাছ সম্পৰ্কীয় চুক্তিপত্ৰ স্বাক্ষৰিত হয় আৰু অসমেও সঞ্চয় আঁচনিত সুনাম অৰ্জন কৰিবলৈ সক্ষম হয়।

এনেদৰে নানান সুন্দৰ সুন্দৰ পৰিকল্পনাৰ অসমৰ সঞ্চয় আঁচনিক ক্ষুদ্ৰ সঞ্চয়ৰ ক্ষেত্ৰত ভাৰতৰ ভিতৰতে ঈৰ্ষা কৰিবলগীয়া স্থানলৈ উন্নীত কৰাইছিল। নিজে এই বিষয়ে সচেতন হৈ থকাৰ উপৰিও বিভিন্ন সময়ত তেনেবোৰ বিষয়ত সৰ্কীয়াই দিবলৈও পাহৰি যোৱা নাছিল। এবাৰ ষ্টেট এডভাইছৰী ব'ৰ্ডৰ সভাত চেয়াৰমেনৰ ভাষণত কৈছিল:

> **'Our country was never in greater need of money and resources in the past as on today. Our main source of revenue are taxation, loan and public contribution. Taxation, as all know well, has already stepped up to our neck and so with the loans. Only thing left is public contribution. In the context of the present economic condition it will be rather a paradox to expect people to part with their meager earning and to save and invest. In undeveloped countries like ours it is difficult for people to save, because the level of income is very low. The ever increasing population and the acute shortage of food, present the most obstacles. To raise the rate of savings, an increase of food production is essential with the effective check on the population growth.'**

এইটো কিদৰে সম্ভৱপৰ সেই বিষয়েও তেওঁ নানান পৰিকল্পনা দিছিল। বিশেষকৈ অসমৰ ক্ষেত্ৰত কেনেবোৰ আঁচনিয়ে সাফল্যৰ মুখ দেখিব পাৰে

তেওঁ তাৰে ছবি এখন মনতে আঁকি লৈ সেইবোৰ ফলৱতী কৰি তোলাত গুৰুত্ব দিছিল। এবাৰ কৈছিল :

'So far Assam is concerned the State has not fared badly. But we have long way to go. It will be duty of every member of this Board to see that he can play an effective role in this great adventure. We have Savings Advisory Committees at all districts and sub-divisions with the Deputy Commissioners and S. D. O's. as Chairmen respectively. These committees need to be revitalized and their activities properly canalized to bring about maximum benefit. The message of Small Savings must reach every person. The farmer in the field, the labourer in the tea garden the workers in the factory—everyone has a duty to perform and I am confident everyone will rise to the occasion if he is approached in the right way.'

বিশেষ আমন্ত্ৰণক্ৰমে সেই সভাত উপস্থিত থকা তেতিয়াৰ বিত্তমন্ত্ৰী কামাখ্যাপ্ৰসাদ ত্ৰিপাঠীলৈ লক্ষ্য ৰাখি ৰাধাগোবিন্দই স্পষ্টভাৱে এনেদৰে কৈছিল :

'I am sorry to say that the Small Savings Scheme has not made much headway in rural areas. The Panchayats have a great role to play in this regard. By word and deed the Panchayat Presidents and Secretaries can inculcate the habit of saving in the people. Besides, Panchayat President being eligible to become authorised agents they can directly influence the people to join in this great endeavour. Our popular Finance Minister, who is here with us now, is also the Minister for Panchayats. On behalf of the members of the Board and myself I request him to issue necessary instructions to the Panchayat Presidents and Secretaries so that they take up the Savings works more seriously.'

ৰাধাগোবিন্দৰ নেতৃত্বত ক্ষুদ্ৰ সঞ্চয় অভিযানত অসমে কেইবাবাৰো শীৰ্ষ স্থান লাভ কৰিবলৈ সক্ষম হোৱাত সগৌৰৱে ৰাধাগোবিন্দই এইবুলি কৈছিল :

'মোৰ মনত পৰিছে, পচিশ বছৰমান আগতে এজন চিনিয়ৰ আই চি এছ অফিচাৰ নাম যাৰ মি: বেণ্টিক, তেওঁ কৈছিল যে, অসমখন হৈছে



'লেও অব্ লাহে লাহে।' তেতিয়া হয়তো সঁচা কথাই কৈছিল তেওঁ। তেতিয়া জীৱন আছিল সহজ সৰল, প্ৰয়োজনো আছিল কম। অকণমান কষ্টৰে মানুহে ভালেখিনি উৎপাদন কৰিব পাৰিছিল। যি পাইছিল তাতেই সন্তুষ্ট আছিল। গতিকে তাৰ মাজত খৰধৰৰ প্ৰয়োজন নাছিল। কিন্তু সেই জীৱনধাৰাৰ ছবি এতিয়া আৰু নাই। পৰিস্থিতিৰ ভালেখিনি সলনি হৈছে, সলনি হৈছে জীৱন প্ৰবাহৰ গতিধাৰা। গতিকে অসমৰ ক্ষেত্ৰত আগতে যিটো সঁচা আছিল এতিয়া আৰু নহয়। এতিয়া মি: বেণ্টিকেও তেওঁৰ মতামত সলনি কৰিব লাগিলহেঁতেন।'

আন অসমীয়া মানুহৰ ক্ষেত্ৰত নহ'লেও ৰাধাগোবিন্দৰ ক্ষেত্ৰত। যাৰ জীৱনত 'লাহে লাহে'ৰ কোনো প্ৰয়োগবিধিৰ ব্যৱস্থাই নাছিল। সামাজিক জীৱনৰ এনে বহু দায়িত্বৰ বোজা তেওঁ কঢ়িয়াইছিল আৰু আচৰিতভাৱে সকলো ক্ষেত্ৰতে সাফল্যৰ বৃহৎ অথবা প্ৰশংসনীয় চানেকি ৰাখি থৈ গৈছিল।

অসমত চাহৰ নীলাম বজাৰ গুৱাহাটীত পতাৰ উদ্যমৰ গুৰিতেই আছিল ৰাধাগোবিন্দ। আসাম টী ব্ৰ'কাৰচৰ চেয়াৰমেন হিচাপে ১৯৭০ চনত ৰাধাগোবিন্দই প্ৰথম নীলাম বজাৰৰ হেমাৰ কোবায় আৰু প্ৰথম ৩০ চেষ্ট চাহ ৫৬,০০০ টকাত বিক্ৰীৰে চাহৰ নীলাম বজাৰ মুকলি কৰে।

গুৱাহাটীৰ ৰাইফল চুটিং ক্লাবৰ প্ৰতিষ্ঠাতাও আছিল তেওঁ। যদিও পিছলৈ অন্যৰ হাতলৈ যোৱা পৰিচালনাৰ দোষ-ত্ৰুটিত ক্লাবটি মনে ভবাৰ দৰে সক্ৰিয় হৈ নুঠিল। ৰাধাগোবিন্দ তাৰ বাবে থমকি ৰোৱা নাছিল। কেৱল অনুভৱ কৰিছিল, তেওঁৰ আন্তৰিকতা আৰু আগ্ৰহক আনেও সমান আগ্ৰহ আৰু আন্তৰিকতাৰে চোৱাহেঁতেন।

আৰু হয়তো তেনে এক বিশেষ আগ্ৰহৰ হেঁচাতেই তেওঁৰ বহু সাফল্যৰ কৃতিত্বৰে গৌৰৱোজ্জ্বল গুৱাহাটী মহানগৰীৰ প্ৰথম মেয়ৰৰ দায়িত্বও গ্ৰহণ কৰিছিল ৰাধাগোবিন্দ বৰুৱাই।

প্ৰথম মেয়ৰ। কিন্তু জীৱনৰ শেষ ৰাজহুৱা কামৰ দায়িত্ব। শেষ দায়িত্ব। ভাবিলে আচৰিত লাগে, যি গুৱাহাটীৰ বাবে ইমান কৰিলে সেই গুৱাহাটীৰে শেষ দায়িত্বও হ'ল মেয়ৰশ্বিপ। এজন মানুহৰ জীৱনত এনে ঘটনা সংযোগ সম্ভৱতঃ বৰ বিৰল।

তেওঁৰ বাবে এইটো বৰ সুখৰ অভিজ্ঞতা নাছিল।

দুটা কাৰণত : প্ৰথমটো হ'ল যেতিয়া ৰাধাগোবিন্দই মেয়ৰৰ দায়িত্ব গ্ৰহণ কৰে তেতিয়া তেওঁৰ শৰীৰৰ অৱস্থা বৰ বেয়া। যাৰ বাবে শেষৰ ফালে তেওঁৰ চিকিৎসাৰ দায়িত্ব গ্ৰহণ কৰা আত্মীয় চিকিৎসকেও এনে বুলি কৈছে :

> 'Inspite of my repeated warning not to run for the councillorship and later for the Mayorship of the Corporation with his health condition, he fought well and won but it put a terrible strain on his heart and nervous system and gradually his condition started a downhill progress.' ( Dr. D. Borkotoky )

দ্বিতীয়টো : ৰাজহুৱা জীৱনত সততে লাগি থকা 'লেতেৰা পলিটিক্স'ৰ নিৰ্লজ্জ প্ৰকাশ, যিটোৰ পৰা ৰাধাগোবিন্দ বৰুৱাই চিৰদিন তেওঁৰ নিজস্ব ব্যক্তিত্ব আৰু পদ মৰ্য্যাদাৰে নিজকে আঁতৰাই ৰাখিছিল।

তথাপিও ৰাধাগোবিন্দই যিকেইদিন এই গুৰুত্বপূৰ্ণ দায়িত্বভাৰ গ্ৰহণ কৰিছিল, সকলোতে তেওঁৰ সুৰুচিপূৰ্ণ মন আৰু ন ন সৃষ্টিৰ সপোন দেখা ব্যক্তিত্বৰ প্ৰতিফলন ৰাখি থৈ গৈছিল। গুৱাহাটীৰ সংখ্যাগৰিষ্ঠ মানুহে ৰাধাগোবিন্দই মেয়ৰ পদ গ্ৰহণ কৰাত এইবুলি আক্ষেপ ধ্বনি গুণগুণাইছিল : আৰু কিছুবছৰ আগতে এই দায়িত্ব পোৱাহেঁতেন! গুৱাহাটীৰ চেহেৰাই সলনি কৰি পেলালেহেঁতেন!!

এয়া হয়তো দুৰাশা নাছিল। ৰাধাগোবিন্দৰ দৰে মানুহৰ বাবে অসম্ভৱো নাছিল। মেয়ৰ হোৱাৰো বহু বহু বছৰ আগৰ কথা।

বিষ্ণুৰাম মেধি তেতিয়া অসমৰ মুখ্যমন্ত্ৰী।



ৰাধাগোবিন্দ বৰুৱা তেতিয়া কেৱল আসাম ট্ৰিবিউন প্ৰেছৰ স্বত্বাধিকাৰ।

তথাপিও দূৰদৰ্শী ৰাধাগোবিন্দই তেতিয়াই ভাবিছিল যে নাৰেঙ্গীৰ পৰা পাণ্ডুলৈ যিটো উত্তৰ-পূৱ সীমান্ত ৰেলৰ ৰেলপথ আছে, সেই ৰেলপথটো যদি তাৰেপৰা উঠাই নি অন্যফালেদি বহুওৱা হয় তেন্তে ভৱিষ্যতে আৰু বহল আৰু ডাঙৰ হ'বলগীয়া গুৱাহাটীৰ বহু সমস্যা নোহোৱা হ'ব। এইটো ভাবিছিলহেনে ?

চাৰ্ভেও কৰিছিল। এখন নক্সা আঁকি তেওঁৰ পৰিকল্পনাৰ কথা দাঙি ধৰা হৈছিল। উত্তৰ-পূৱ ৰেলৰ বিষয়া, ইঞ্জিনীয়াৰ আদিৰ স'তে আলোচনা কৰি তেওঁ তেওঁৰ পৰিকল্পনাৰ আঁচনি লিখি শ্বিলঙলৈ গৈ মুখ্যমন্ত্ৰীৰ হাতে হাতে দিছিলগৈ।

তেওঁৰ নিজৰ বৰ্ণনাত :

'এনভেলাপটোৱে খুলি নাচালে।'

কিহৰ বাবে সেয়া অন্য কাহিনী। কিন্তু খুলি চোৱাহেঁতেন কি পালে-হেঁতেন ?

চহৰৰ মাজ মজিয়াৰ পৰা ৰেল লাইনটো অইন ফালেদি নিয়াৰ নিৰ্দেশ আৰু ষ্টেচনটো ফটাশিলৰ ফালে পতাৰ আঁচনি। তেতিয়া গুৱাহাটীৰ এতিয়া অতি কমেও পোন্ধৰটা নে ষোলটা মূৰৰ বিষ উঠোৱা লেভেল ক্ৰচিংৰ যন্ত্ৰণা-ভোগৰ পৰা মুক্তি আৰু নাৰেঙ্গী-পাণ্ডুৰ মাজত মাত্ৰ এখন ৰেলওৱে অ'ভাৰ-ব্ৰীজৰ প্ৰয়োজনীয়তা। এইবোৰ সুন্দৰভাৱে ফহিয়াই নক্সা আঁকি-মেলি ৰাধাগোবিন্দই দেখুৱাই দিছিল। তেতিয়াই এই কাম হাতত লোৱাহেঁতেন বহু মুকলি হৈ থকা চৰকাৰী মাটি আৰু ঘন জনবসতি হৈ নুঠা সমগ্ৰ অঞ্চল-টোৰে অসম চৰকাৰে সুবিধা গ্ৰহণ কৰিব পাৰিলেহেঁতেন।

এই আঁচনি তেতিয়াই দিছিল, যেতিয়া তেওঁ মেয়ৰ হোৱা নাছিল। গুৱাহাটী চহৰখনে তেতিয়া তেনেদৰে বৃহত্তৰ হৈ অহা নাছিল। কিন্তু ভৱিষ্যতে কি হ'ব পাৰে সেইটো ভাবি লৈ এই আঁচনি তেওঁ আগবঢ়াইছিল।

তেতিয়াই। আজি যদি গুৱাহাটীৰ সমূহ জনসাধাৰণে এই ৰেল আলিৰ কুফল ভুগিবলগীয়া হৈছে তাৰ বাবে দোষ তেতিয়াৰ ক্ষমতাধীন শাসন ব্যৱস্থাৰ।

গতিকে উপযুক্ত সময় আৰু বয়সত মেয়ৰ হৈ গুৱাহাটীক ৰাধাগোবিন্দই কি কৰিলেহেঁতেন, সেয়া সহজেই অনুমেয়। কথাৰ মানুহ নাছিল ৰাধা-গোবিন্দ। আছিল কামৰ মানুহ। প্ৰমাণ অলেখ। ৰাধাগোবিন্দৰ পিছৰ মেয়ৰ আৰু বৰ্তমান অসমৰ শিক্ষামন্ত্ৰী লক্ষ্য চৌধুৰীৰ বৰ্ণনাত :

'১৯৭৫ চনৰ মাৰ্চ মাহ। নিগমৰ বাজেট গ্ৰহণৰ সময়। কংগ্ৰেছ কাউন্সিলাৰসকলে বাজেট গ্ৰহণৰ প্ৰতি বাধা দিছে। উপস্থিতিৰে বা যুক্তিৰে নহয়— নিজৰ অনুপস্থিতিৰে। তাতে আকৌ সদস্য এজনে লুকাভাকু খেলিছে। বাজেট গ্ৰহণৰ সভাত মুঠৰ আধা সদস্য উপস্থিত থাকিব লাগে। বৰুৱাৰ অসুখ। আমি এই সমস্যা বা পৰিস্থিতিৰ কথা বৰুৱাক জনোৱা নাই। দুদিন কংগ্ৰেছীসকলৰ অনু-পস্থিতিৰ কাৰণে সভা থূলৰ অভাৱত স্থগিত ৰাখিব লগীয়া হ'ল। হাতত চাৰিটা দিন আছে। সেই সময়ৰ ভিতৰতে বাজেট গ্ৰহণ কৰিব নোৱাৰিলে পৌৰ নিগম গোষ্ঠী বাতিল হোৱাৰ নিয়ম। আমি ১৯ জন। আমাক সোতৰজন লাগে। আমাৰ এজনে ইতিমধ্যে কংগ্ৰেছত শৰণ লৈছে— উপস্থিতিৰে নহয়—অনুপস্থিতিৰে।

'আমি এতিয়া ওঠৰজন। ইতিমধ্যে এটি নাটকীয় পৰিস্থিতি উদ্ভৱ হ'ল। এজন সদস্যৰ দূৰণিত এজন আত্মীয়ৰ মটৰ দুৰ্ঘটনা ঘটিল। তেওঁলৈ তাঁৰ আহিল। আত্মীয়ৰ খবৰ লবলৈ তেওঁ চাপলি মেলিলে। পিছদিনা বাজেট গ্ৰহণৰ শেষ তাৰিখ। আবেলি আমাৰ দলৰ মাত্ৰ যোলজন গুৱাহাটীত আছো। এজন চহৰৰ পৰা কিয় জিলাৰ পৰাও বহুত আঁতৰত। একমাত্ৰ ভৰষা বৰুৱা। বাতৰি লৈ জনা গ'ল— তেওঁৰ অসুখ। ডাক্তৰে সম্পূৰ্ণ জিৰণি লবলৈ উপদেশ দিছে।



সভালৈ অহাৰ কথাই নকওঁ—ঘৰতে উঠা-লৰা কৰা নিষেধ। আমাৰ পতন নিশ্চিত। বিপক্ষ মহলত আনন্দ। আবেলি পাৰ্বতী গোস্বামী আহিল। ক'লে বৰুৱাক এবাৰ লগ ধৰি কথাটো কোৱা যাওঁক। আমাক তেওঁৰ বিচনাৰ কাষলৈ যোৱাৰ অনুমতি দিলে। ক্ষন্তেকৰ কাৰণে ঘৰৰ মানুহ আঁতৰি যোৱাৰ সুবিধা লৈ কথাটো বৰুৱাক ক'লো। বৰুৱাই ক'লে, মই যাম। নিশ্চয় যাম। আমি ক'লো— কেনেকৈ যাব। ডাক্তৰে অনুমতি নিদিব। তেওঁ ক'লে এইটো সন্মানৰ প্ৰশ্ন। সন্মানতকৈ জীৱন ডাঙৰ হব নোৱাৰে। ডাক্তৰক সকলো কম। আৱশ্যক হ'লে ডাক্তৰো মোৰ লগত যাব।

'পিছদিনা পুৱা সাত বজাত আমাৰ বাজেট অধিবেশন। ওৰে নিশা ষোলজন উজাগৰে থাকিলো। উখেশ্বৰ কটকী বাহিৰত আত্মীয় দুৰ্ঘটনাৰ কাৰণে—বৰুৱা নৰিয়া পাটীত।

'পুৱা ছয় বজাৰ লগে লগে তিনিদিন উজাগৰে থকা কটকী ওলালহি। আমি সোতৰজন হ'লো। সন্মান ৰক্ষা পৰিল। সাত বজাৰ প্ৰায় পোন্ধৰ মিনিট আগতে ডাক্তৰ-নাৰ্চসহ শ্ৰীবৰুৱাও আহি ওলাল। সভা-ঘৰ 'ৰাধাগোবিন্দ বৰুৱা জিন্দাবাদ' ধ্বনিৰে মুখৰিত হৈ পৰিল। 'আগতে খৰচি মাৰি আলোচনা কৰা পৌৰ নিগমৰ 'বাজেট' পৌৰ নিগমৰ ওঠৰজন প্ৰগতিশীল মৰ্চাৰ সদস্যৰ উপস্থিতিত পাঁচ মিনিটৰ ভিতৰতে গৃহীত হ'ল।

'বিপক্ষ দলৰ আমঠু কলা পৰিল—প্ৰগতিশীল মৰ্চা ধৰ্ম যুদ্ধত জয়ী হ'ল।

'এইজনা বৰুৱা—এইজনা গুৱাহাটীৰ প্ৰথম মেয়ৰ......। মাজে মাজে বৰুৱাৰ সেই কথা আজিও মনত পৰে—সন্মানতকৈ জীৱন ডাঙৰ হব নোৱাৰে।

শাৰীৰিক অসুস্থতাৰ বাবে তেওঁ মনে ভবাৰ দৰে একো কৰিব নোৱাৰাৰ দুখে ৰাধাগোবিন্দকো কষ্ট দিছিল। গতিকে তেওঁ নিজে এই দায়িত্ব-ভাৰৰ পৰা আঁতৰি আহিছিল। তথাপিও তাৰ মাজেদিয়ে যিমান পাৰে গুৱাহাটী চহৰৰ সৌন্দৰ্য্য বৰ্দ্ধন তথা উন্নতিকল্পে বহু পৰিকল্পনাৰ খচৰা তৈয়াৰ কৰিছিল। কিন্তু সৌন্দৰ্য্য বৰ্দ্ধন বা চহৰৰ পৰিকল্পনা কৰাৰ আগতেই ৰাধাগোবিন্দই দেখিছিল পৌৰ নিগমৰ ভিতৰ চ'ৰাতে বহু কেৰোণ। বহু আৱৰ্জনা। নিগমৰ কৰ্মচাৰীসৱে বৰ কম দৰ্মহা পায়, নিয়মিত দৰ্মহা নাপায় আদি এশ এটা অসুবিধা। সেইবোৰ নিৰাময়ৰ চেষ্টাও তেওঁ কৰিছিল। কিন্তু :

'এদিন তেওঁ (ৰাধাগোবিন্দ বৰুৱাই) দপ্তৰত আকৌ কথা প্ৰসঙ্গতে এই বিষয়ে (পৌৰ নিগমৰ কৰ্মচাৰীৰ বেতন কম বাবে টকাৰ প্ৰয়োজনীয়তা সম্পৰ্কে) আলোচনা হ'ল। মেয়ৰৰ মেজতে থকা 'দৈনিক অসম'ৰ বাতৰি এটালৈ আঙুলিয়াই দিলোঁ—আজি ছমাহেও শিক্ষকৰ দৰমহা নাই।'

'বৰুৱাই সুধিলে—এইবোৰ কিয় হয় ? মই ক'লোঁ, সেই কাৰণেইতো আমি এই চৰকাৰৰ বিৰোধিতা কৰোঁ।।

'বৰুৱাই ক'লে, কাম কৰা লোকক বেতন নিদিয়াটো কিমান অন্যায়, কিমান লাজৰ কথা।

'এজন সদস্যাই মাত লগালে—'এই চৰকাৰবোৰৰ সকলো থাকিলেও লাজ নাই।' হাঁহিৰ জাউৰি উঠিল। বৰুৱাই ক'লে, আমাৰ পৌৰ নিগমৰ কৰ্মচাৰীয়ে নিয়মমতে বেতন পাইছেনে নাই আমাৰ মৰ্চাৰ পৰা চকু ৰাখিব লাগে। আমাৰ নিগমৰ পৰাও এনে বাতৰি ওলাব লাগিলে লাজতে মৰি যাব লাগিব।

'আন এজন কাউন্সিলাৰে ক'লে, আমাৰ নিগমৰ আকৌ গোটেই মাহ জুৰি দৰ্মহা দিয়া হয়। পহিলা তাৰিখে বা প্ৰথম সপ্তাহতে



নাপায়।' বৰুৱাই ততালিকে বিভাগীয় বিষয়াক মাতি আনি কৰ্ম-চাৰীসকলক পহিলা তাৰিখত দৰমহা দিয়াৰ ব্যৱস্থা কৰিবলৈ নিৰ্দেশ দিলে।

'এনেবোৰ সৰু সৰু কথাই বৰুৱা দিয়া-লোৱা ব্যৱস্থাত কিমান নিকা আৰু সহজ আছিল, তাকেই সূচায়।

'১৯৭৫ চন। সেইবাৰ মই মেয়ৰ পদত অধিষ্ঠিত হৈছোঁ। বৰুৱাৰ শৰীৰৰ অসুখ। সাধাৰণতে সভাত যোগ দিব নোৱাৰে। এই ৰুগীয়া শৰীৰেৰেও বৰুৱাই কিন্তু নিগমৰ কাজ-কৰ্ম আৰু বিশেষকৈ আৰ্থিক দিশটোৰ বিষয়ে প্ৰায়েই বুজ লৈছিল।' (লক্ষ্যধৰ চৌধুৰী) আন এজনৰ লেখনীত আকৌ আক্ষেপ ধ্বনি :

'বুঢ়াকালত বিয়া কৰাই হাড় শুচি কৰাৰ নিচিনাকৈ ৰাধাগোবিন্দ বৰুৱা শেষ বয়সত গুৱাহাটী পৌৰ নিগমৰ প্ৰথম পৌৰপতি বা মেয়ৰ হৈছিল। ই তেওঁৰ ভাগ্য নে পৌৰ নিগমৰ ভাগ্য পাঠকেই ভাবি চাওক। বৰুৱাৰ গাত যেতিয়া ডেকাকালৰ অফুৰন্ত শক্তি পাৰ ভঙা অৱস্থাত আছিল, তেতিয়াই তেওঁক এবাৰ পৌৰপিতা বা চেয়াৰ-মেন পতা নহ'ল কিয়? পতা হ'লে বহু বছৰ পূৰ্বে গুৱাহাটীৰ নগৰীৰ আকৃতি-প্ৰকৃতি সলনি হৈ গ'লহেঁতেন।' (অতুল চন্দ্ৰ হাজৰিকা) হয়তো গ'লহেঁতেন।

তথাপিও সেইবোৰ ৰাজকীয় সন্মানৰ পদ নলৈও গুৱাহাটী নগৰৰ আকৃতি-প্ৰকৃতিৰ বহুখিনি সলনি কৰিবলৈ তেওঁ সক্ষম হৈছিল। তাৰ মাজত কোনো আত্মপ্ৰচাৰ, আৰ্থিক লোভ অথবা সামাজিক প্ৰতিষ্ঠাৰ বীজ নিহিত নাছিল। তেওঁৰ বাবে যি প্ৰতিষ্ঠা, সন্মান আহিছিল, সেয়া কামৰ মাজেদিহে আহিছিল। মেয়ৰ পদত অধিষ্ঠিত হোৱাত কলিকতাৰ এজন বিশিষ্ট বন্ধুৱে তেওঁক অভিনন্দন জনাই দিয়া চিঠিৰ উত্তৰত তেওঁ লিখিছিল এনেদৰে :

'তোমাৰ দৰে আৰু বহুতৰে এনে অভিনন্দনে মোক সচেতন কৰিছে মোৰ দায়িত্বৰ প্ৰতি। মই মনৰ জোৰেৰে কাম কৰিব পাৰিম বুলি বিশ্বাস কৰিয়ে এই দায়িত্ব গ্ৰহণ কৰিছো। যদিহে শৰীৰটোৱে মোক নঠগাই মই কিছু কাম কৰিব পাৰিম বুলি বিশ্বাস ৰাখিছো।'

পৰম দুৰ্ভাগ্যৰ কথা, শৰীৰটোৱে ৰাধাগোবিন্দক ঠগালে।

তেওঁ কব নোৱাৰাকৈয়ে ধীৰে ধীৰে তেওঁৰ শৰীৰটোৰ ওপৰত তেওঁৰ অধিকাৰ নোহোৱা হৈ আহিছিল। সুদীৰ্ঘ এটা জীৱনত কেৱল কাম আৰু কাম কৰাৰ আনন্দত উৰাউল হোৱা মানুহ এজনৰ জীৱনটোলৈ হঠাতে নামি আহিছিল অদৃশ্য শক্তিৰ অমোঘ নিয়ন্ত্ৰণ।

যি কেৱল বিভিন্ন কামৰ মাজত বিলীন কৰি চৌদিশে ৰচনা কৰি গ'ল বাৰে ৰহনীয়া স্মৃতি-ফলক, এটা সময়ত তেওঁৰ সেই অফুৰন্ত শক্তিৰ উৎস ক্ৰমাগত টুটি আহিছিল। নিঃশব্দে নিমাতে। সকলোৰে অজ্ঞাতে।

অথচ আৰু দহ জনৰ দৰে ৰাধাগোবিন্দ তেতিয়াও হাৰি যোৱা নাছিল। সংগ্ৰাম যাৰ বাবে জীৱনৰে আন এটি নাম, জীৱনৰ অন্তিম স্তৰতো তেওঁ যুঁজিয়ে গৈছিল বীৰৰ দৰে মূৰ ওখ কৰি।

আচৰিত কথা, জীৱনৰ প্ৰতি স্তৰতে যুঁজি যোৱাৰ দৰে ৰাধাগোবিন্দ বৰুৱাই তেওঁৰ শেষ সময় ছোৱাও যুঁজিয়ে গৈছে। এইবাৰ আৰু কাৰো স'তে নহয়।

কোনো মানুহ নহয়। কোনো প্ৰতিষ্ঠান নহয়। কোনো সংগঠন নহয়। নহয় কোনো মন্ত্ৰী, বিষয়া, বন্ধু বা শত্ৰু।

স্বয়ং মৃত্যুৰ সতে।

হাঁহি হাঁহি। আচৰিত মনোবলেৰে। অবিস্মৰণীয় আত্মবিশ্বাসেৰে।

কোনে জানে, হয়তো তেওঁ এই পৃথিৱী এৰি কেতিয়াও যাব বিচৰা নাছিল। বিচৰা নাছিল, ইমান সোনকালে এনেদৰে একো আৰু নকৰাকৈ



অলস, কৰ্মহীন, গতিহীন, প্ৰাণহীন জীৱনৰ বহুমূলীয়া ক্ষণবোৰ অবাৰতে নষ্ট কৰিবলৈ। •

বিচৰা নাছিল এনে জিৰণি। সময় বান্ধি চলা গতানুগতিক জীৱন।

হয়তো মনটো কঁপি উঠে ক্ষণিকৰ বাবে তেওঁৰ কৰি যোৱা কামৰ ব্যাপ্তি আৰু অস্তিত্বৰ মাজত। হয়তো ভাবে, ভগৱানে আৰু কিছুদিন তেওঁক কাম কৰি যোৱাৰ ক্ষমতা দিয়াহেঁতেন! হয়তো নিষ্পলক দৃষ্টিৰে আকাশৰ মেঘহীন সেই দিগন্তলৈ চকু দিয়ে, চকু দিয়ে বৰ লুইতৰ অস্তগামী সূৰ্য্যৰ হেঙুলীয়া ৰহণৰ স'তে দিগন্ত বিয়পা দিগবলয়লৈ।

হয়তো তাতেই শুনা পায় কিৰিলি পাৰি চিঞৰি উঠা প্ৰেছৰ ফ্লেট মেচিনৰ শব্দ। ৰ'টাৰীৰ ঘৰঘৰ শব্দ। শুনা পায় লাইটেৰে জকমকীয়া হেজাৰ-বিজাৰ মানুহৰ মাজত বৰ চিনাকি বিহু গীতৰ ধ্বনি। শুনা পায় পৰুৱাৰ সূৰৰ দৰে লানি নিছিগা ভীৰৰ মাজত ষ্টেডিয়ামৰ গেলেৰীৰ পৰা ভাহি অহা খেল বলিয়া মানুহৰ প্ৰচণ্ড চিঞৰ-বাখৰ। শুনা পায় চেতাৰ, সৰোদ অথবা খেয়ালৰ মধুৰ শব্দ। শুনা পায় আকাশেদি উৰি যোৱা বিমান-খনৰ শব্দ। ৰাইফলৰ শব্দ। আৰু বহুতো।

এই প্ৰতিটো শব্দই তেওঁৰ বাবে বৰ চিনাকি। কোনোবাটো প্ৰেছৰ। কোনোবাটো বিহু সন্মিলনীৰ। কোনোবাটো সঙ্গীত সন্মিলনীৰ। কোনো-বাটো ষ্টেডিয়ামৰ খেলৰ। কোনোবাটো ফ্লায়িং ক্লাবৰ। কোনোবাটো ৰাইফল চুটিং ক্লাবৰ।

আনন্দত জিলমিলাই উঠা চকুৰে প্ৰায়েই কোৱা এষাৰ কথাৰে তেতিয়াই হয়তো ভাবে : I AM LUCKIEST MAN IN THE WORLD.

কিন্তু এয়া কিহৰ শব্দ? এয়াতো চিনাকি শব্দ নহয়! ইমান সংগোপনে অহাৰ প্ৰস্তুতি। ইয়াৰ বাবে ৰাধাগোবিন্দ সাজু নাছিল। কাৰো হাত বাউললৈ বাট নাচাই সেই বিশেষ মুহূৰ্তও আহিল। তেওঁ বুজিছিল, কিহৰ শব্দ সেয়া।

বুজিছিল, সেয়া মৃত্যুৰ পদধ্বনি।



আচৰিত কথা যে, গঁচাকৈয়ে মৃত্যুৰ স'তেও যুঁজিছিল।

বৰ নিষ্ঠুৰভাৱে এই যুঁজত তেওঁ পৰাজিত হৈছিল ঠিকেই, কিন্তু লাঞ্চিত হোৱা নাছিল। মৃত্যুৰ পদধ্বনিৰ সেই শবদৰ সুৰ বাজিছিল কেতিয়াবাৰে পৰা। কেৱল ৰাধাগোবিন্দই পৰম আত্মবিশ্বাসেৰে যুঁজি গৈছিল। অদমনীয় মনোবলৰ গুণত আৰু জীয়াই থকাৰ অপৰিসীম আগ্ৰহে তেওঁক সমভাৱে আকৰ্ষণ কৰিছিল। সেই কথা পিছত হব।

প্ৰেছ, বাতৰি কাকত আৰু বিবিধ ৰাজহুৱা তথা সামাজিক কামৰ মাজত হেৰাই থকা ৰাধাগোবিন্দই শেষৰ কেইবাটিও বছৰ কিন্তু নিজকে ক্ৰমাগত নিজৰ ইমান আপডাল কৰি গঢ়ি তোলা প্ৰেছৰ দায়িত্বৰ পৰা



আঁতৰাই নিছিল। ঠন ধৰি উঠা প্ৰেছ আৰু বাতৰি কাকতৰ পৰিচালনাৰ সকলো দায়িত্ব অৰ্পণ কৰিছিল তিনিওজন পুতেকৰ ওপৰত। ৰবপুত্ৰ তুলসীগোবিন্দ বৰুৱা গুৰিৰে পৰা আছিলেই। মাজু পুতেক প্ৰফুল্লগোবিন্দ কিছু পলমকৈ প্ৰেছ আৰু বাতৰি কাকতৰ পৰিচালনাত আত্মপ্ৰকাশ কৰে। কিন্তু দূৰদৃষ্টিসম্পন্ন জ্ঞানী পিতৃৰ দৰে উপযুক্ত সময়ত, উপযুক্ত ক্ষণত তেওঁৰ জীৱনজোৰা সাধনাৰে গঢ়ি তোলা ট্ৰিবিউন প্ৰতিষ্ঠান আৰু ইয়াৰ পৰা প্ৰকাশিত তিনিওখন বাতৰি কাকতৰ দায়িত্ব তুলি দিছিল তিনি পুত্ৰৰ হাতত।

গুৱাহাটীৰ ষ্টেডিয়ামটো গঢ়ি তোলা সময়ৰে পৰা ৰাধাগোবিন্দই প্ৰেছৰ পৰা ধীৰে ধীৰে আঁতৰি গৈছিল। আঁতৰি গৈছিল মানে আঁতৰি যাবলৈ তেওঁ বাধ্য হৈছিল। ৰাধাগোবিন্দৰ সমগ্ৰ চিন্তা-ভাবনা তেতিয়া কেন্দ্ৰীভূত হৈছিল কেৱল ষ্টেডিয়ামটোৰ ওপৰত। দিনে-ৰাতিয়ে ষ্টেডিয়ামৰ কামত লাগি লাগি তাৰ মাজতে অতিৰিক্ত সময় আৰু কষ্টৰে প্ৰেছৰ কাম-কাজ চাইছিল। এই অতিৰিক্ত খাটনি, বিৰতিহীন চিন্তা, বিভিন্ন ঠাইলৈ দৌৰা-দৌৰিয়ে তেওঁক শাৰীৰিকভাৱে কিছু ক্ষতি কৰিছিল।

ব্যক্তিগত ক্ষতি তেতিয়া তেওঁৰ পৰিধিৰ মাজত নাছিল।

কৰাৰ আনন্দত উন্মাউল তেতিয়া।

ষ্টেডিয়াম যেতিয়া হৈ গৈছিল তেওঁৰ মনলৈ আহিছিল শান্তি। তেতিয়া আৰু নতুন কিবা কৰাৰ উদ্যোগ থাকিলেও শাৰীৰিক অৱস্থাই হেঙাৰ হৈ দেখা দিছিল।

'৭৫ চন মানৰ পৰা ৰাধাগোবিন্দ সম্পূৰ্ণ ঘৰতে থাকিছিল। বাহিৰৰ সকলো কাম আৰু দায়িত্বৰ পৰা তেওঁ ক্ৰমাগত আঁতৰি আহিছিল। সেই-বোৰ চিঠি বৰ কৰুণ য'তে তেওঁ লিখে যে শাৰীৰিক অৱস্থাৰ বাবে তেওঁক দায়িত্বৰ পৰা অব্যাহতি দিব লাগে। বিভিন্ন অনুষ্ঠান, সংগঠন, সন্থাৰ

পৰা এনেদৰে তেওঁ অব্যাহতি বিচাৰিছিল। একো কৰিব নোৱাৰি কেৱল নাম শুৱাই বহি থকা মানুহ ৰাধাগোবিন্দ বৰুৱা নাছিল।

বহুতো কৰাৰ পিছত অৱসৰ।

কি কৰিছিল এইবোৰ সময়? ইমান বছৰে অৱসৰ নোপোৱা ৰাধা-গোবিন্দই বুজিছিল, বাহিৰৰ কোনো আকৰ্ষণে আৰু তেওঁক সক্ৰিয় কৰিব নোৱাৰিব। গতিকে আৰম্ভ কৰিছিল কিতাপ পঢ়া। পঢ়াৰো ধৰণ কি। ওলাই যায় পাণবজাৰলৈ। সোমায় লয়াৰ্ছ বুকষ্টলত। যিমান অসমীয়া কিতাপ পায় লৈ আহে। পঢ়ে। কিছুমান ভাল পায়। কিছু-মান মনঃপূত নহয়। আকৌ এদিন গৈ আৰু লৈ আহে কিতাপ। কি পঢ়ে, কি আনে কব নোৱাৰে। গতিকে এখন কিতাপৰে চাৰি পাঁচোটা কপিৰে ঠাহ খাই পৰে ঘৰ।

কোনো ছিৰিয়াছ ৰিডিং নকৰিছিল। গতিকে পঢ়িছিল হেডলী চেজৰ মনোৰম ৰহস্য কাহিনী। ক'ৰবাত হেডলী ছেজৰ সম্পূৰ্ণ কিতাপৰ লিষ্ট এখন পাই নিজ হাতেৰে কিতাপৰ নাম টুকি ৰাখি কলিকতা অফি-চলৈ চিঠি লিখি সেই কিতাপ সংগ্ৰহ কৰিবলৈ নিৰ্দেশ দিয়াৰ উদাহৰণো আছে। পঢ়ে পেৰী মেছনৰ থ্ৰীলাৰ।

ফুৰিবলৈ যায় যোৰহাটলৈ। কলিকতালৈ; দিল্লীলৈ। অসমৰ ক'ৰবালৈ গ'লে পুৰণি বন্ধু-বান্ধৱ আত্মীয়-স্বজনৰ স'তে বৰ আনন্দত সময় কটায়। কলিকতালৈ গ'লে খুব থিয়েটাৰ চায়। উপভোগ কৰে কলি-কতীয়া থিয়েটাৰৰ নিত্য নতুন পৰীক্ষা।

জাপানৰ পৰা অনা আঠ এম এম মুভী কেমেৰাৰে ছবি তোলে। নিজে। আনেও। তাকে চায় ঘৰৰ আটাইবোৰৰ স'তে।

ঘৰলৈ কোনোবা আহিলে বৰ আনন্দিত হয়। কথা-বতৰা পাতি একেবাৰে ভাত-পানী খাইহে যাবলৈ এৰি দিয়ে। সমগ্ৰ জীৱনটো মানুহ-



জনে ইমান বাহিৰে বাহিৰে থাকিল যে শেষ জীৱনৰ সেই অৱসৰৰ দিনত একো নকৰাতকৈ তেনেদৰে কটাইয়ে হয়তো আনন্দ পাইছিল।

সুখৰ জিলিঙনি চৌদিশে। নিজৰ জীৱনত নোপোৱাৰ বেদনাই কেতিয়াও সেমেকাই তুলিব নোৱাৰিছিল। কেৱল ভয় হৈছিল, সেইযে কোনো জাননী নিদিয়াকৈ অহা মৃত্যুদূতৰ পদধ্বনি।

প্ৰথমে ৰোগৰ সৰ্কীয়াই দিয়া প্ৰতিকৃতিৰে। পিছলৈ নিৰ্মম মূৰ্তিৰে আত্মপ্ৰকাশ।

কেনেদৰে? ৰাধাগোবিন্দৰ শৰীৰটো পঙ্গু কৰিছিল বহু বহু বছৰ আগতে।

১৯৬২ চনতে।

ৰাধাগোবিন্দ তেতিয়া দপদপাই আছিল। গুৱাহাটী ষ্টেডিয়াম সম্পূৰ্ণ হৈ উঠিছে। বিভিন্ন ক্ষেত্ৰত বিভিন্ন কামেৰে তেওঁ স্বপ্ৰতিষ্ঠিত।

গৈছিল দিল্লীলৈ। স্মল ছেভিংছৰ চেণ্ট্ৰল কমিটিৰ বিশেষ মিটিঙত যোগদান দিবলৈ। তাৰেপৰা উভতি আহিছিল গুৱাহাটীলৈ। কলিকতাত নাথাকে। গতিকেই আসাম ট্ৰিবিউনৰ কলিকতা অফিচৰ মেনেজাৰ সুশীল চক্ৰবৰ্তীক ফোন যোগে নিৰ্দেশ দিছিল দমদম বিমানকোঠতে তেওঁক লগ ধৰিবলৈ; দিবলগীয়া নিৰ্দেশ আৰু কৰিবলগীয়া কামৰ বিষয়ে তাতেই ক'ব।

দিল্লীৰ পৰা বিমান এৰিছিল ঠিকেই। কলিকতাও পালেহি নিৰ্দিষ্ট সময়ত। তাতে গুৱাহাটীলৈ অহা বিমান আকৌ সলনি কৰিব লাগিব। পেচেঞ্জাৰ নামিছিল। এজন দুজনকৈ সকলো। দুৱাৰৰ সমুখত বিনম্ৰ ভঙ্গীত ইণ্ডিয়ান এয়াৰ লাইন্সৰ হোষ্টেছ। মুখত মৃদু হাঁহিৰে যন্ত্ৰবৎ 'নমস্তে'।

সকলোৱে সেই নমস্তে ল'লে। এজনৰ বাহিৰে।

ৰাধাগোবিন্দ বৰুৱা।

তেওঁ ক'ত ?

দেখা গ'ল নিজৰ নিৰ্দিষ্ট ছীটত এজন মানুহ অজ্ঞান হৈ পৰি আছে; হোষ্টেছে গাত হাত দিওঁতেই ঢলি পৰিল। হুলস্থূল লাগিল।

এয়াৰপ'ৰ্টৰ এম্বুলেন্স আহিল। ধৰা-ধৰিকৈ যাত্ৰীক নমোৱা হ'ল। অজ্ঞান সেই যাত্ৰীজনেই ৰাধাগোবিন্দ বৰুৱা। কলিকতাৰ ট্ৰিবিউন অফিচৰ চক্ৰবৰ্তী আছিলেই। ততালিকে হস্পিতাললৈ নিয়া হ'ল।

চিকিৎসকে চাই মন্তব্য দিলে : ষ্ট্ৰ'ক হৈছিল।

দহ-পোন্ধৰ দিনমান কলিকতাত থাকিবলগীয়া হ'ল।

সুস্থ হৈ উঠিল যেতিয়া তেতিয়া দেখা গ'ল বিচনাৰ পৰা নমাত কষ্ট হৈছে; অৰ্থাৎ সোঁভৰিখন পক্ষাঘাত ৰোগেৰে নিথৰ হৈ গৈছে! সোঁভৰিখন চোঁচৰাই, লেকেচিয়াই লেকেচিয়াই খোজ কাঢ়িব লাগে।

নিয়তিৰ কি নিষ্ঠুৰ পৰিহাস!

যিটো বছৰত ৰাধাগোবিন্দই অসমৰ পূৰ্ণাঙ্গ আউটড'ৰ ষ্টেডিয়াম সম্পূৰ্ণ কৰি তুলিছিল, য'ত ধাইকৈ শ শ ফুটবল খেলুৱৈৰ ভৰিৰ মসৃন খেলক দৰ্শকে চোৱাৰ আৰু খেলুৱৈয়ে খেলাৰ সুবিধা কৰি দিছিল, সেইজন মানুহেই নিজৰ এখন ভৰিৰ স্বাভাৱিক শক্তি হেৰুৱাই পেলাইছিল।

এইটো ৰাধাগোবিন্দৰ বাবে চেলেঞ্জিং মুহূৰ্ত আছিল। কাৰণ তেতিয়াও তেওঁ কৰিবলগীয়া, কৰাবলগীয়া, চাবলগীয়া, উপভোগ কৰিবলগীয়া বহু কাম বাকী আছিল। বহুতো।

লেকেচিয়াই নিথৰ হৈ যোৱা সোঁভৰিখন ৰাধাগোবিন্দই বুজিছিল, তেওঁৰ অঙ্গশ্ৰীৰ সৌন্দৰ্য্য হানিকৰ অঙ্গ। ১৯৬২ চনৰ পৰা ১৯৭৮ চনলৈ সমগ্ৰ গুৱাহাটী বা অসমত যিয়েই ৰাধাগোবিন্দক দেখিছে, নক'লে, নাজা-



নিলে ক'ব নোৱাৰিব যে সেই মানুহ অঙ্গক্ষতৰ দোষেৰে সীমিত। স্ব-ব্যক্তিত্ব আৰু অসাধাৰণ মনোবলেৰে ৰোগৰ ঘূণে ধৰা ভৰিখনকে তেওঁৰ নিজস্ব ভঙ্গীমাৰে এক ষ্টাইল কৰি লৈছিল। ঠিক চাৰ্লি চেপলীনৰ চুটি ভৰিখনৰ সেই অনিন্দ্যসুন্দৰ ভঙ্গীমাৰ খোজৰ দৰে।

উল্লেখযোগ্য কথা যে অঙ্গক্ষত হৈ নিথৰ ভৰিখনৰ বোজা কঢ়িয়াইও ৰাধাগোবিন্দই যেনেদৰে বিভিন্ন ৰাজহুৱা কাম নিয়াৰিকৈ কৰি গৈছিল, তেনেদৰেই বিদেশলৈও গৈছিল। গৈছিল জাপানৰ এক্সপো ছেভেণ্টীলৈ। মিউনিক অলিম্পিকলৈ।

প্ৰথম মৃত্যু পদধ্বনিৰ বিৰুদ্ধে এনেদৰেই যুঁজিছিল।

তাৰ প্ৰায় চাৰি-পাঁচ বছৰ পিছৰ কথা। ষ্টেডিয়ামত অনুষ্ঠিত খেলৰ শেষৰ পৰা অথবা চহৰৰ একমাত্ৰ জনপ্ৰিয় গুৱাহাটী ক্লাবৰ পৰা ৰাধা-গোবিন্দই সদায় খোজ কাঢ়িয়ে ঘৰলৈ আহিছিল। বা মৰমৰ মেৰুন ক্ৰীম ৰঙৰ ডজ্ গাড়ীখন চান্দমাৰীৰ এটা নিৰ্দিষ্ট ঠাইত ৰৈ থাকিবলৈ দি তালৈ খোজ কাঢ়ি আহি মন গ'লে গাড়ীত উঠিছিল। মন নগ'লে খোজ কাঢ়িয়ে আহি থাকিছিল।

খোজ কাঢ়ি আহি থকা ৰাধাগোবিন্দক এবাৰ এনেদৰেই সৰু পুতেক বোৱাৰীয়েক প্ৰদীপ-মায়াই গাড়ী ৰখাই যাব নেকি সুধিলে। আগতেও তেনেদৰে কেতিয়াবা বাটতে লগ পালে গাড়ী ৰখাই সোধে। নাযাওঁ বুলি কয়।

সেইদিনা কিন্তু উঠি ললে।

উঠি লোৱাটো স্বাভাৱিক বুলিয়ে লৈছিল।

ঘৰ পাই ক'লে যে ৰাতি একো নাখায়। ঠাণ্ডা গাখীৰ। কেই-চকলমান ৰুটী। সেয়ে হ'ব।

কি হৈছে বুলি সোধাত ক'লে : গেষ্ট্ৰিকৰ গণ্ডগোল।

খুব ৰাতিপুৱাই পিছদিনা উঠি ৰাধাগোবিন্দই ডাক্তৰৰ ওচৰলৈ যাব বিচাৰিলে। লৈ যোৱা হ'ল ডাঃ দেৱী চৌধুৰীৰ তালৈ।

ট্ৰাব'ল কিহৰ, গেষ্ট্ৰিকৰনে ? ডাঃ চৌধুৰীয়ে পৰীক্ষা কৰি খং কৰি ক'লে যে এনে অৱস্থাৰে তেওঁক কিয় তেনেদৰে লৈ অহা হৈছে ? ফোন এটা কৰিলেই তেওঁ নিজে গৈ ওলালহেঁতেন।

জনা যায় যে আগদিনা সন্ধিয়া গাড়ীত উঠি আহোঁতেই ৰাধাগোবিন্দ আন এটা massive heart attackৰ কবলত পৰিছিল।

পিছৰ যিটো দ্বিতীয় আক্ৰমণে ৰাধাগোবিন্দক একেবাৰে নিথৰ কৰি দিলে সেইটো '৭৩ৰ শেষৰ ফালে। তেতিয়াও তেওঁ খোজ কাঢ়ি ফুৰাৰ অভ্যাস অব্যাহত ৰাখিছিল। সন্ধিয়া গা ধুই আহি বাৰাণ্ডাতে বহে। বীয়েৰ খায়। নেপালী কাঞ্চা এটাই গাটো মালিচ কৰি থাকে। তেনেতে তেওঁ গম পাইছিল যে বাওঁহাতখন ঝিনঝিনাইছে। আকৌ সেই ভয়াবহ সতৰ্কবাণী।

এইটো এটেক্‌তে ৰাধাগোবিন্দৰ বাওঁহাতখনকে লৈ বাওঁদিশটো পক্ষাঘাতগ্ৰস্ত হৈ পৰে। শৰীৰটোৰ ওপৰত এই যন্ত্ৰণা তেওঁৰ সহ্য হোৱা নাছিল। মনে নামানে বহু কথা। নাতি-জোঁৱাই বিশিষ্ট চিকিৎসক ডাঃ দুলাল বৰকটকীয়ে চাইছিল ৰাধাগোবিন্দক। ডাঃ বৰকটকীৰ বৰ্ণনাত :

> 'As his left side was getting rapidly and increasingly weak, he asked me how long it would take for the recovery and whether he would be able to attend a meeting of Small Savings Scheme scheduled for a week or ten days later in New Delhi. But he knew my answer and with a smile said "Dul, I am lucky that it is my left hand." How often a man in the face of such an impending disaster could say that ? I am yet to see one. That shows what a zest of life he had, how indomitable his courage was.'



দুৰ্জ্জেয় সাহসেই আছিল। সেই অনুপম অথচ কষ্টকৰ দৃশ্য নেদেখিলে অনুভৱ কৰিব নোৱাৰি, যেতিয়া গা ধুই সদায় গোসাঁইৰ আগত ধূপকাঠি ডাল জ্বলাবলৈ যোৱা ৰাধাগোবিন্দই জুইকাঠী মাৰিব নোৱাৰা হ'ল, বৰ কষ্টেৰে বাওঁহাতখন যিমান পাৰে সিমান ওপৰলৈ আনি হাতযোৰ কৰি গোসাঁইৰ সমুখত প্ৰণাম জনায়।

'মোৰ বাওঁহাতখনহে বেয়া হৈছে'। এইটোকে তেওঁ সান্ত্বনা ল'লে। আৰু পাহৰি গ'ল যে শৰীৰটোৰ এখন হাত নিশ্চল, নিথৰ। এই শৰীৰৰ অৱস্থা লৈয়ে ৰাধাগোবিন্দই গুৱাহাটীৰ পৌৰ নিগমৰ নিৰ্বাচনত যুঁজিছিল, জয়ী হৈছিল, আৰু শেষত প্ৰথম মেয়ৰ পদ শোভা কৰাৰ গৌৰৱো অৰ্জন কৰিছিল।

কিন্তু ডাঃ বৰকটকীৰ দৃষ্টিত :

'Inspite of my repeated warning not to run for the councillorship and later for the Mayorship of the Corporation with his health condition, he fought well and won but it put a terrible strain on his heart and the nervous system and gradually his condition started a downhill progress. But even then on many occasions he defied death and was back at his jolly mood enquiring about his grand children and relations and giving directions about his menu for the day. If I failed to see him for a day or two, he would immediately quip if I was not well. He was a good patient but same time a difficult patient.

ডাঃ বৰকটকীয়ে 'ৰোগী' ৰাধাগোবিন্দক এনেদৰে ফঁহিয়াইছে :

'A patient reflects the person he or she was before falling ill, for a person is not merely his body or Soma but a complex admixture of his body (Soma) and mind (Psche). Many bodily diseases and the outcome of a disturbed mind and certainly all bodily deseases disturb the mind in a varied way that determines the manifestation and progress of the disease. It is with the above context we will have to consider 'Papa' as a patient.........'

সন্দেহ নাই, শৰীৰটোৰ ওপৰত কিছু অকথনীয় অত্যাচাৰেও তেওঁৰ জীৱন ঘড়ীৰ কাঁটাডাল ক্ষীপ্ৰ গতিত চলোৱাত সহায় হৈ পৰিছিল। প্ৰয়ো-

জনতকৈ বা শৰীৰে টানিব পৰা পৰিশ্ৰমৰ বোজাতকৈ অধিক বোজা তেওঁ কঢ়িয়াইছিল। ৰাজহুৱা কামৰ বোজা এনেয়ে দুৰ্বিসহ। ৰাধাগোবিন্দৰ দৰে নিখুঁত কাম বিচৰা মানুহৰ বাবে এই পৰিশ্ৰম হৈ পৰে অভাৱনীয়।

সেইবাবেই হয়তো আন এজন ঘৰুৱা চিকিৎসকে এনেদৰে আক্ষেপ কৰিছে :

'পাপাক পৰীক্ষা কৰি ওলাই আহি বাৰাণ্ডাৰ চকীখনত বহিলোঁ। মনটো গধুৰ হৈ পৰিছিল। ই পাপাৰ অন্তিম প্ৰয়াণৰ ছমাহমানৰ আগৰ কথা।......মই চেম্বাৰৰ পৰা উভতিবলৈ যোগাৰ কৰিছিলোঁ। তেনেতে ভাইটিয়ে পাপাৰ অসুখৰ কথা কোৱাত সকলোকে এৰি দৌৰি গুছি আহিছিলোঁ।......মোৰ কপালৰ শিৰকেইডাল ফুলি উঠা যেন লাগিছিল—ভাগৰত নে দুশ্চিন্তাত কব নোৱাৰোঁ।......পাপাৰ কথাকে চিন্তা কৰিছোঁ। তেওঁৰ শক্তিশালী কলিজাটোৱে সিদিনা শৰীৰটোৰ বাবে প্ৰয়োজনীয় তেজখিনি যোগান ধৰিবলৈ বৰ পৰিশ্ৰম কৰিবলগীয়া হৈছিল। তাৰ নিঃসহায় আৰ্তৰাও যেন মই শুনিবলৈ পাইছিলোঁ। হঠাৎ মূৰ দাঙি ভাঙি পৰা ভাইটিক দেখিবলৈ পালোঁ। মোক কৈছিল যে ৰাতিপুৱা দহমান বজাৰ পৰা পাপাই বৰ কষ্ট পাই আছে।

'মোক তেতিয়াই খবৰ দিয়া নাই কিয় ?

'পাপাই হাক দিছিল।

'পাপাই মোক পুত্ৰবৎ জ্ঞান কৰিছিল। মোৰ কিবা অসুবিধা হ'ব বুলি ভাবি অথবা তেওঁৰ তিনিকুৰি বছৰীয়া আত্মবিশ্বাসৰ বলত তেওঁ আগতে মাতিবলৈ বাধা দিছিল। ডাক্তৰৰ সহায় নোহোৱাকৈ জীৱনৰ এই চৰম পৰীক্ষাত উত্তীৰ্ণ হ'বলৈ তেওঁ চেষ্টা কৰিছে। এটা অজেয় শক্তিৰ লগতো তেওঁ যুঁজ নকৰাকৈ নেৰে। মই



তাত বহি থাকোঁতেই অন্যান্য ডাক্তৰো আহি পালে। তেওঁৰ নাতি-জোঁৱাই নিজে এজন বিশিষ্ট ডাক্তৰ। আমি সকলোটিয়ে যথাবিহিত ব্যৱস্থা কৰিছিলোঁ যদিও আমাৰ ভৰষা—দৰৱতকৈ এটা অদৃশ্য শক্তিৰ ওপৰতহে বেছি আছিল। পাপাই সিদিনা ৰাতিৰ যুদ্ধত জয়ী হৈছিল আৰু পিছদিনা নিয়মীয়া সান্ধ্য ভ্ৰমণৰ বাবে তেওঁৰ ডজ্ গাড়ীখনত শৰাইঘাট দলঙৰ পৰা ঘূৰি আহিছিল। এই অজেয় আত্মপ্ৰত্যয় আৰু জীৱনী শক্তিৰ নমুনা মোৰ ডাক্তৰী জীৱনত বৰ বেছি দেখা নাই। এই কথা মই বহুতকে কৈছোঁ আৰু হয়তো বহুতকে কৈ থাকিম। আজি মোৰ এনেহে লাগিছে যেন পাপাৰ মুখৰ সেই এষাৰ কথা এইমাত্ৰ শুনিবলৈ পাইছোঁ :

"গোসাঁই, শৰীৰটোৰ প্ৰতি মনযোগ দিবা।" যদি তেওঁক আকৌ এবাৰ লগ পালোহেঁতেন তেন্তে নিশ্চয় মই সুধিলোহেঁতেন "পাপা আপুনি কি কৰিলে? তিনি পুৰুষীয়া কাম—তিনিটা দশকত আৰু দহখন হাতৰ কাম দুখন হাতেৰে কৰি আপুনি শৰীৰটোৰ কিয় অৱহেলা কৰিছিল? আপুনি মনেৰে গুৱাহাটীৰ প্ৰথম মেয়ৰ হ'ল, কিন্তু দেহাই তো কাম কৰিবলৈ নিদিলে। আপুনি ভাবৰ ৰজা—অভাৱে আপোনাক পৰাজয় কৰিব পৰা নাছিল, সবল সেনাপতি ৰূপে দুৰ্বলতাৰ সমুখত থিয় হৈছিল। তেতিয়া কিয় স্মৰণ হোৱা নাছিল যে শৰীৰৰ প্ৰতি মনযোগ দিয়াৰ প্ৰয়োজন আপোনাৰো আছিল?

'পাপা, ডাক্তৰ হিচাপে মই আপোনাক ক্ষমা কৰিব নোৱাৰোঁ, যদিও আপোনাক অভিমানৰ বুলি সেৱা জনাই থাকিম।'

(ডাঃ প্ৰিয়নাথ গোস্বামী)

'৭৭ চনৰ পৰা খোজ কাঢ়ি ফুৰিব নোৱাৰা হ'ল। বন্ধ বন্ধ ঘৰৰ পৰিবেশত আৰু কিমান সময় কটাব? গতিকে আৰম্ভ কৰিলে গাড়ীত ফুৰিবলৈ যোৱা।

ডজ গাড়ীৰ পিছৰ ছিটত অকলশৰে বহি যায়।

সমুখৰ ছীটত সেই সময়ৰ সহচৰ, দুয়োটা কাম-বন কৰা ল'ৰা—চিন্তা আৰু প্ৰতুল। গাড়ী নিয়মিত স্পীডত আগবাঢ়ে। ক'লৈ যায়? কোনো ঠিক নাই। শৰাইঘাট দলঙৰ ফালে কেতিয়াবা, কেতিয়াবা বৰঝাৰ বিমান-কোঠৰ ফালে, কেতিয়াবা গোৱালপাৰা ৰাস্তাত, কেতিয়াবা গৈ গৈ ৰঙিয়াও পায়গৈ।

হাতত থাকে এটা টেবুল ক্লক। কিছু মিহিকৈ কটা তামোল-পাণ। নিয়মত তামোল খায়। ইফালে সিফালে চাই যায়। য'তেই মন যায়, তাতেই ড্ৰাইভাৰক কয় 'ঘূৰা'। 'ঘূৰা', মানে তাতেই ঘূৰাব লাগিব, য'তেই কয়। অসুবিধা হ'লেও। নিৰ্দেশৰ ভঙ্গীয়ে তেনেকুৱা।

কাকো লগত নিনিয়ে। ড্ৰাইভাৰ, চিন্তা আৰু প্ৰতুল একেলগে।

শেষৰ ফালে গুৱাহাটীত ৰাধাগোবিন্দৰ সেই গহীন মেৰুন ক্ৰীমৰঙৰ আসাম ট্ৰিবিউন লিখা ডজ গাড়ীখন আৰু গাড়ীৰ আৰোহী বিশেষ বিশেষ অঞ্চলত চিনাকি হৈ উঠিছিল। বিশ্ববিদ্যালয়ৰ অধ্যাপকে সোধে, ক'লৈ যায় প্ৰায়েই আসাম ট্ৰিবিউনৰ গাড়ী এইফালে? জালুকবাৰী থানাৰ বিষয়াই প্ৰশ্ন তুলিছিল ক'লৈ যায় এই গাড়ী এটা নিৰ্দিষ্ট সময়ত?

শৰাইঘাট পাৰ হৈ প্ৰায়েই গাড়ীত বহি বৰ লুইতলৈ চাই ৰয়। 'ক্লান্ত লুইতৰ হেঙুলীয়া পানী ......।' মনৰ মাজত হয়তো অলেখ চিন্তাৰ বুৰবুৰনি!...... নিশ্চল হৈ অহা দেহৰ প্ৰতি হয়তো কিছু অস্ফুট বক্ৰোক্তি।

জীৱনৰ প্ৰতি মুহূৰ্ত যিজন মানুহে অলেখ কাম আৰু ব্যস্ততাৰ মাজত অতিবাহিত কৰিছিল, এই সময়ৰ এই মূক নীৰৱতা অসহ্য হৈ আহিছিল। শৰীৰটোক এনেদৰে পঙ্গু কৰি দিয়াতো তেওঁ একেবাৰে সহিব পৰা নাছিল।

সেইবাবেই চিকিৎসা বিজ্ঞানৰ সকলো অত্যাধুনিক চিকিৎসা লোৱাৰ পিছতো অথবা লৈও তেওঁ যিয়ে যি উপদেশ দিছিল, তাকেই মানিছিল।



মনে মনে হয়তো এই কামনাকে কৰিছিল, আৰু কিছুদিন জীয়াই থাকিব পৰাহেঁতেন। আৰু কিবা কাম।

কিবা নতুন সপোন।

সেই আশাতে লৰৰি গৈছিল আইথানলৈ। আনকি ছাইবাবাৰ তালৈও।

অদৃশ্য শক্তিৰ স'তে যুঁজা ধেমালি নহয়। ৰাধাগোবিন্দইও নোৱাৰিলে।

শৰীৰ ক্ৰমাগত বেয়া হৈ আহিল। ক্ৰমাগত বেয়াৰ পৰা আৰু বেয়ালৈ।

ওচৰ চাপি আহিছিল সেই ভয়াবহ পদধ্বনি। ওচৰলৈ।

তেৰ জুলাই। ১৯৭৭ চন।

দুপৰীয়া ভাত পানী খাই সদায় শোৱাৰ দৰে তেওঁ শুইছিল। চোকা নিৰ্দেশ চাৰে চাৰি বজাত জগাই দিবলৈ। তাৰ পিছত সুন্দৰকৈ পিন্ধি উৰি ফুৰিবলৈ যাব।

চাৰে চাৰি বজাত প্ৰতুলে জগাই দিবলৈ চেষ্টা কৰিলে।

সাৰ নাপালে।

পোন্ধৰ মিনিটমান পিছত প্ৰতুলে গাত ধৰি জগাই দিব খুজিলে।

কোনো সঁহাৰি নাপাই প্ৰতুলে গাৰ জোৰেৰে উঠাই দিবলৈ যত্ন কৰিলে।

উঠিল। কিন্তু মানুহজন ধেনুভেৰীয়া হৈ গ'ল।

পৰ্দাৰ ফাঁকেৰে বোৱাৰীয়েক মায়াই কথাটো লক্ষ্য কৰিছিল। দৌৰি আহিল। প্ৰতুলক খঙো কৰিলে। কিন্তু। মানুহজন ভাঁজ লগা বাহৰ দৰে বিকৃত ভঙ্গীত বহি পৰিল। লগে লগে গেঙনি। জোৰে জোৰে উশাহ লৈছিল।

ফোন কৰা হ'ল। আটাইবোৰ দৌৰি আহিল। ডাক্তৰো।

চালে। ক'লে, ক'মা ষ্টেজ।

অক্সিজেন দিয়া হ'ল।

চাৰিওফালে খবৰ দিয়া হ'ল। ৰাধাগোবিন্দ গভীৰ নিদ্ৰাত

চৈধ্য জুলাই।

ৰাতিপুৱা ন মান বজাত টোপনিৰ পৰা সাৰ পালে।

চকু মেলিলে বৰ লাহে লাহে।

কিছু যেন শান্ত এনে এটা ভাব। ধৰি মেলি ইজী চেয়াৰত বহুৱাই দিয়া হ'ল। সেই অৱস্থাতে খবৰ লৈছিল বৰ পুত্ৰ তুলসী গোবিন্দৰ একমাত্ৰ জীয়েক মণিৰ কেঁচুৱাৰ। অৰ্থাৎ আজু-নাতিনীৰ। জন্মৰ ছদিন হৈছে মাত্ৰ।

কেঁচুৱাটো অনা হৈছিল। কোলাত লৈছিল। এনেয়ে ল'ব নাপাই বুলি বেগৰ পৰা টকা উলিয়াই দিয়াইছিল। সকলোৰে প্ৰতি মৰমমিহলি চাৱনি। ভাবটো এনেকুৱা : মোৰতো একো হোৱা নাই। চিন্তা কৰিবলৈ কি আছে ?

দুপৰীয়া যৎসামান্য খাই শুলে।

এইযে শুলে, সাৰ আৰু নাপালে।

ৰাতি ইনজেকশ্যন। কিছু শান্তিৰ বাবে অক্সিজেন মাস্ক। অস্ফুট গেঙনি। গভীৰ টোপনি। কেৱল ৰাতি তিনি-চাৰিমান বজাত এবাৰ চকু মেলি চাইছিল। প্ৰত্যক্ষদৰ্শীৰ মতে চৈধ্য জুলাইৰ শেষ ৰাতি সেই সময় ছোৱাত ৰাধাগোবিন্দ যেন কিছু অশান্ত হৈ পৰিছিল। ভাবলেশহীন চকুৰ চাৱনি। কিন্তু তাৰ মাজতো এক আচৰিত ছটফটনি। এই কথাটো কোৱা হৈছে এইবাবেই যে চৈধ্য জুলাইৰ মাজ ৰাতি প্ৰায় একে সময়তে আৰু এটা ঘটনা ঘটিছিল। ঘটনাটো গুৱাহাটীৰ চান্দমাৰীৰ ৰাধাগোবিন্দ বৰুৱাৰ বাস ভৱনত নহয়।

বহু দূৰৈত। গুৱাহাটীৰ পৰা বহু দূৰৈত। যোৰহাটৰ উত্তৰ কমলাবাৰীৰ (মাজুলী) সত্ৰৰ চৌহদৰ ভিতৰত—সত্ৰাধিকাৰৰ ঘৰত। সেইকথা পিছত হ'ব।

ওৰে নিশা কাৰো চকুত টোপনি নাই। ৰাতিপুৱাল।



আহিল সেই ভয়াবহ দিনটো।

পোন্ধৰ জুলাই। শুকুৰবাৰ।

গভীৰ টোপনিত ৰাধাগোবিন্দ বৰুৱা। যেন বহুদিন শোৱা নাই। বহুদিন জিৰণি লোৱা নাই। কোনো কোলাহলে আৰু তেওঁক জগাব নোৱাৰে।

প্রেক্ষ্যৰ সমগ্র মেছিন একেলগে বিকট শব্দ কৰি চলিলেও তেওঁ সাৰ নাপায়। সমগ্র ষ্টেডিয়ামৰ সকলোবোৰ গেলেৰীৰ পৰা হেজাৰ হেজাৰ ক্রীড়াপ্রেমী ৰাইজে চিঞৰিলেও সাৰ নাপায়। অসমৰ সকলো বিহুতলীৰ বিহু ঢোল আৰু বিহুনাম তথা বিহুবলিয়া নাচনিৰ বিহুৱা সুৰৰ ঝঙ্কাৰতো সাৰ নাপায়। সাৰ নাপায় সঙ্গীত সন্মিলনৰ চেতাৰ, সৰোদ, চাৰেঙ্গীৰ যুগ্ম শব্দধ্বনিত, সাৰ নাপায় আকাশী বিমানৰ গগণভেদী তীব্র চিঞৰত অথবা ৰাইফলৰ সীমা-সংখ্যাহীন গুলীৰ শব্দত।

যি নামেৰেই নামাতক সাৰ আৰু নাপায় কাৰোবাৰ 'পাপা', কাৰোবাৰ 'আৰ জি', কাৰোবাৰ 'মলু', কাৰোবাৰ 'বৰবাবু'ই।

সময় নাই উভতি চোৱাৰ। সময় নাই চকু মেলি আকৌ আৰু ৰোমন্থন কৰাৰ। এয়া গভীৰ প্রশান্তি। মাকৰ কোলাত পৰম শান্তিত কেঁচুৱা শোৱাৰ দৰে শুইছে।

এবাৰ মাত্র বমি কৰিছিল।

অলপ কাঁহিছিল।

তাৰ পিছত সকলো শেষ।

চান্দমাৰীৰ ঘৰৰ চৌহদ তাৰ বহু আগৰে পৰা মহানগৰৰ বিভিন্ন স্তৰৰ মানুহেৰে ভৰি গৈছিল। বনজুইৰ দৰে খন্তেকতে অবিশ্বাস্য বাতৰিটো বিয়পি পৰিছিল।

এটা জীৱনৰ এয়া শেষ নহয়। আৰম্ভণিহে।

মৃত্যুৰ অপযশ লবলৈ ৰাধাগোবিন্দৰ জন্মই হোৱা নাছিল।

কায়িক মৃত্যুৰ পোছাকী ৰূপে ৰাধাগোবিন্দক শেষ কৰিব নোৱাৰে।

তথাপি জীৱনৰ এনেদৰেই শেষ হয়।

মৃত্যুৰ চেচঁা হাতে আলফুলে চুই যোৱা ৰাধাগোবিন্দ কিন্তু তাৰ আগতে এই পৃথিৱীৰ বুকুৰ পৰা যাবলৈ সাজু হৈছিল নেকি? সম্ভৱতঃ হৈছিল।

কেনেকৈ ?

অবিশ্বাস্য যেন লাগিলেও এইটোৱে ঘটনা। আগতে উল্লেখ কৰা মাজুলীৰ উত্তৰ কমলাবাৰীৰ সত্ৰৰ চৌহদৰ ঘটনা।

মৃত্যুৰ চাৰিদিন পিছত এজন মানুহ আহিছিল।

লগত টোপোলা এটা। এখন চিঠি। চিঠিখন কঢ়িয়াই লৈ আহিছিল সত্ৰৰে ফণিধৰ হাজৰিকা আলধৰাই। লগত আদ্যশ্ৰাদ্ধৰ বাবে সত্ৰৰ নিৰ্মালি, বস্ত্ৰ আদি।

চিঠিখন দিছে উত্তৰ কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীকমলা কান্ত দেৱ গোস্বামীয়ে। ২৭-৭-৭৭ চনৰ সেই চিঠিৰ কথা এইখিনি :

'আপোনালোকৰ পিতৃ শ্ৰীযুত ৰাধাগোবিন্দ বৰুৱা ডাঙৰীয়া এগৰাকী আমাৰ সত্ৰৰ প্ৰধান শিষ্য লোক আছিল। তেখেতে ১৫ জুলাই তাৰিখে পৰলোক হোৱা বুলি ৰেডিঅ' আৰু বাতৰি কাকত যোগে জানিব পাৰি অতিশয় দুঃখীত হৈছোঁ। তাতোকৈ পৰিতাপৰ কথা যে ১৪ জুলাই বৃহস্পতিবাৰৰ দিনা শেষ ৰাতি সময়ত স্বপ্নত দেখা হয়। তেখেতে ভাল ধুতি চাদৰ গামোচা পৰিধান কৰি সত্ৰলৈ আহি কয়, প্ৰভু! আমাৰ শেষ সময়। প্ৰভুৱে সত্ৰৰ ঘাই মূল বস্তু সেৱা কৰাই সংসাৰ তৰণৰ বস্তু ভক্তিতত্ব প্ৰদান কৰিব লাগে। লগে লগেই আমি সাৰ পালোঁ। দেখিলোঁ, বাহিৰত কানি মুনি পোহৰ হৈ আহিছে। আমি বিচনাৰ পৰা উঠি আহি এখনি কঠত বহি স্বপ্নত দেখা তেখেতৰ



সুন্দৰ ৰূপটিকে বহু সময় স্মৰণ কৰি গুৰুজনাৰ চৰণতে শেষত প্ৰাৰ্থনা জনালোঁ।* হে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ গুৰুজন। কৰ্মকৰ্তাৰ গৰাকী তুমি। যি ভাল দেখা কৰিবা। ১৫ জুলাই শুক্ৰবাৰে সন্ধ্যাৰ পৰে এজন ভকতৰ মুখে শুনিলোঁ যে ৰেডিঅ'ত সম্বাদ আহিছে আজি চাৰে দহ বজাত ৰাধাগোবিন্দ বৰুৱা পৰলোক হ'ল। শুনি, শোকে খুন্দা মাৰি ধৰিলে। স্বপ্নত দেখিলো কি? শুনিলোঁ কি।'

হয়তো সত্ৰাধিকাৰে ঠিকেই দেখিছিল।

কাৰণ চৈধ্য জুলাইৰ শেষ ৰাতি ৰাধাগোবিন্দই খন্তেক সময়ৰ বাবে চকু মেলিছিল। শূন্য চকুৰ দৃষ্টি। আৰু শৰীৰটো যেন কিছু অশান্ত হৈ উঠিছিল। এয়া প্ৰত্যক্ষদৰ্শী আত্মীয়-স্বজনৰ বৰ্ণনা।

দেখিছিল ঠিকেই, ভাল ধুতি চাদৰ গামোচা পৰিধান কৰি বিদায় মাগিছিল।

যিটো ৰাধাগোবিন্দ বৰুৱাই কেতিয়াও ক'ব খোজা নাছিল, তাকেই কৈছিল। কৈছিল : প্ৰভু মোৰ শেষ সময়।

সময় যোৱাৰ।

সত্ৰাধিকাৰদেৱে নক'লেও, এটা কথা অনুমান কৰি ল'ব পাৰি যে ৰাধাগোবিন্দই সংসাৰ এৰি যোৱাৰ সময়ত নিশ্চয় সংগোপনে মৃত্যু শয্যাত এই কথাই কৈছিল সমগ্ৰ অসমৰ ৰাইজক হয়তো কৈছিল : মই মোৰ সীমিত শক্তি সামৰ্থ্যৰে যি পাৰো কৰিলোঁ। কৰিবলৈ বহু বাকী থাকি গ'ল। কোনোবাই আৰু কৰিলে মই আনন্দিত হ'ম।

আৰু নিশ্চয় কৈছিল : অ' মোৰ অসম, মোৰ চিকুণী দেশ। তোমাক মই বৰ ভাল পাইছিলোঁ। আৰু সেই বাবেই মই যত্ন কৰিছিলোঁ তোমাক সজাবলৈ। তোমাক ভাৰত তথা বিশ্বৰ চকুত দাঙি ধৰিবলৈ।

এক আচৰিত জ্যোতি আৰু দৃঢ়তা ৰাধাগোবিন্দৰ মৃত্যু-মুখত উদ্ভাসিত

হৈছিল। যিখন নিবাক মুখে হয়তো তেতিয়াও চিঞৰি ক'ব খোজে: দহৰ বাবে কিবা এটা কৰাৰ সমান আনন্দ নাই।

কৰাৰ আনন্দৰ জ্যোতিৰ বিচ্ছুৰিত প্ৰতিফলন চৌদিশে।

সেই পোহৰত ৰাধাগোবিন্দ বৰুৱা নিজেই জ্যাতিষ্কাৰ।



**চিকাৰ ভালপোৱা ৰাধাগোবিন্দৰ**
**নিজৰ সৰস বৰ্ণনাত**

---

# মোৰ বাঘ চিকাৰ ঃ দুখন সুকীয়া ছবি

সুপ্ৰসিদ্ধ চিকাৰী স্বৰ্গীয় তৰুণৰাম ফুকন ডাঙৰীয়াই কোনোবা এটি চিকাৰ কাহিনীত লিখিছিল যে চিকাৰীৰ বাবে চিকাৰ কৰিবলৈ যোৱাৰ প্ৰস্তুতিৰ যি উত্তেজনা, যি আবেগ—সেয়া চিকাৰীৰ চিকাৰ-সাফল্যৰ পিছত আৰু নাথাকে। সাফল্যই মন ভৰাই তোলে, সন্দেহ নাই ; কিন্তু তাৰ লগে লগে মনৰ গভীৰ কোণত কেতিয়াবা সৰু-বৰ কিছুমান শূন্যতা এৰি থৈ যায়—যিবোৰৰ স্মৃতি সতকাই পাহৰি যোৱা টান।

মোৰ প্ৰথম চিকাৰৰ অভিজ্ঞতায়ো ঠিক তেনে এক শূন্যতাৰে মন ভৰাই তুলিছিল। যি দুটি অভিজ্ঞতা মই লিপিবদ্ধ কৰিব খুজিছো তাৰে এটিত আছে বন্যজন্তুৰ অভাৱনীয় আচৰণৰ বাবে মোৰ চিকাৰ কৰাৰ অসমৰ্থতা আৰু আনটিত সাফল্যৰ বিজয় গৌৰৱ। এটিত আছে মোৰ

বাবে অবুজ এক শিহৰণ আৰু অভিজ্ঞতাৰ স্তূপ ; আনটিত আছে সাফল্যৰ উত্তেজনাবে মোৰ কৃতিত্ব। অথচ ইমানদিনৰ মূৰত এতিয়া সেই অভি-জ্ঞতাৰ কাহিনী ক্ষীণ হৈ যোৱা স্মৃতিৰ মাজৰ পৰা উলিয়াই আনিবলৈ বিচাৰিছো—চাৰিওকালে মই ধূঁৱলী-কুঁৱলী দেখোঁ। মন মোৰ উভতি যায় বহু বছৰ আগলৈ। বহুত বছৰ আগলৈ।

মই তেতিয়া ডিব্রুগড়ত। নানান কামৰ ব্যস্ততাৰ মাজৰ পৰা মনটো মুকলি কৰিবলৈ প্ৰায়ে মই গৈছিলোঁ বুঢ়ীসুঁতিলৈ। ব্ৰহ্মপুত্ৰৰ এটি সুঁতিৰ নাম বুঢ়ীসুঁতি। এই নৈখন চালে চকু ৰোৱা। নৈৰ পাৰত ভালেমান দূৰ জুৰি কঁহুৱা আৰু ঝাউবনৰ গছ। জন-কোলাহৰ পৰা ভালেমান নিলগত এই বুঢ়ীসুঁতিৰ পাৰতে চৰকাৰী পৰিদৰ্শন বঙলা এটা আছিল। নিৰ্জন সেই ঠাইত বঙলাতো প্ৰায়ে খালি হৈ থাকে। মই গৈছে যেনিবা মাজে মাজে হুলস্থূল অলপ কৰোঁ।

সপ্তাহান্ত উপভোগৰ বাবে এনেদৰে বুঢ়ীসুঁতিলৈ যোৱাৰ সময়ত মোৰ লগত প্ৰায়ে থাকে 'হেণ্ড্ৰেড' আৰু 'অঁকৰা'। 'হেণ্ড্ৰেড'ৰ আচল নাম ৰবীন গোস্বামী, ঘৰত 'নাইনা'। এদিন বিয়াৰ দৰা ভেটিবলৈ গৈ এশ টকাৰ কমে দৰা এৰি দিয়া নহব কথাষাৰ ৰবীন গোস্বামীৰ মুখত ভেজাল হৈ আখৈ ফুটাদি 'হেণ্ড্ৰেড' 'হেণ্ড্ৰেড'কৈ ফুটাত আমাৰ বন্ধু-বান্ধৱ সকলোৰে মাজত তাৰ নাম হ'ল 'হেণ্ড্ৰেড'। 'অঁকৰা' ডিব্রুগড়ৰ আমগুৰিৰ ল'ৰা। সি বোবা আৰু কলাও। ল'ৰাটো কিন্তু বৰ বুদ্ধিমান। মুখৰ পৰা তাৰ হাঁহি নুগুছেই। অঁকৰাৰ মুখৰ ভাব-ভঙ্গীবোৰ মই সুন্দৰকৈ বুজি পাওঁ আৰু তাকো মই বুজাব পাৰোঁ মোৰ মনৰ কথা। মৰমতে মই তাক ভৱিষৎ সংস্থাপনৰ বাবে মটৰৰ কাম শিকিবলৈ বন্দৱস্ত কৰি দিছিলোঁ। সি এতিয়া 'ৱালফ'ৰ্ড' কোম্পানীৰ ডিব্রুগড় শাখাৰ ভাল মেকানিক।

মোৰ সপ্তাহান্ত উপভোগৰ সহযাত্ৰী স্বৰূপে অবনী ৰাজখোৱা, বিপিন বৰগোহাঁই, অনঙ্গ ৰাজখোৱা আৰু মিলিকো মাজে মাজে যায়। অইন সময়ত আমি আটাইবোৰ লগ নহ'লেও বিহু আদি উছৱত আটাইবোৰে দলে-বলে গৈ আনন্দ কৰিছিলোঁ।

এয়া ১৯৩৬ চনৰ কথা। ৰঙালী বিহু উপভোগৰ বাবে আমি সেইবাৰ দলে-বলে যাত্ৰা কৰিলোঁ বুঢ়ীসুঁতিলৈ। ইতিমধ্যে চাকৰি-বাকৰি নোহোৱা হেণ্ড্ৰেডক ময়ে সেই সময়ৰ পি-ডব্লিউ-ডিৰ একজিকিউটিভ ইঞ্জিনীয়াৰ

শ্ৰীহৰিপ্ৰসাদ বৰুৱাক কৈ-মেলি বুঢ়ীসুঁতিতে পি-ডব্লিউ-ডিৰ মহৰী কাম এটা দিয়াইছিলোঁ। গতিকে হেণ্ড্ৰেডলৈ আগতে খবৰ পঠিওৱা হৈছিলেই। হেণ্ড্ৰেড বৈ আছিল। আমি সন্ধিয়া পৰত যেতিয়া গৈ বুঢ়ীসুঁতি পাইছিলোঁ তেতিয়া হেণ্ড্ৰেডৰ স'তে স্থানীয় কানি মহলৰ মহলদাৰ শ্ৰীপৰমাও আছিল। পৰমা অৱস্থাপন্ন মিৰি মানুহ। সেই অঞ্চলত পৰমাৰ কথা মানুহে সমীহ কৰি চলে।

পৰমাই সেই নিশাই আমাক বিহু নাচ চাবলৈ গাওঁবুঢ়াৰ ঘৰলৈ নিলে। গাওঁবুঢ়া বয়সস্থ মানুহ হ'লেও মন বুঢ়া নহয়। আমাৰ আটাইকে আথে-বেথে বহিবলৈ দি বিহুনাচৰ নিৰ্দেশ দিলে। মিৰি গাভৰুৰ ললী দেহ-ভঙ্গিমাৰে মিৰি বিহুৰ মধুৰ গীত সহ মধুৰ নৃত্য আমি উপভোগ কৰিলোঁ। গাওঁবুঢ়াৰ ঘৰত বিহু বাৰুকৈয়ে চোৱা হ'ল। এনেয়ে বিহুৰ বতৰ। তাতে সন্ধিয়া সময়ত আমি সাক্ষাৎ দামোদৰ হৈ ওলাইছোঁগৈ। গতিকে জলপান নোখোৱাকৈ গাওঁবুঢ়াই আহিবলৈ কিয় দিব? জলপান মানে 'আপং' অৰ্থাৎ মিৰি ফটিকা। নাচনী দলটিক টকা দহোটাৰে মান ধৰি গা-মন ৰাইজাই কৰা অৱস্থাৰে আমি আমাৰ নিৰ্দিষ্ট স্থান পালোহি।

ৰাতিপুৱা উধাতু খাই লৰৰি আহি পৰমাই খবৰ দিলে যে যোৱা ৰাতি হালকটা শ্ব মিলৰ ওচৰত বাঘে কেইবাটাও গৰু মাৰিছে। মই গিৰিপকৈ উঠিলোঁ। চিকাৰৰ হাবিয়াস বহু দিনৰ পৰাই আছিল। মনতে ভাবিলো, —এইবাৰ সুযোগ মিলিল। খৰধৰকৈ ওলালোঁ। হাতীৰ কথা কওঁতে পৰমাই ক'লে যে ওচৰত হাতী নাই। শ্ব মিলৰ ওচৰত পোৱা যাব পাৰে। আমি প্ৰথমে হাতীৰ খবৰকে কৰোঁ বুলি ওলালোঁ। আমি চাৰিও নৈৰ দাঁতিয়ে দাঁতিয়ে শ্ব মিললৈ বুলি গৈ আছো। চিকমিকাই থকা বালিত আমি বাঘৰ খোজ স্পষ্টভাৱে দেখি গৈছো। বাঘৰ খোজ-বোৰ চাই চাই আমি সম্ভাব্য কথাকে পাতি গৈছোঁ।

কিছুদূৰ যোৱাৰ পিছত দেখিলোঁ বাঘৰ খোজ শেষ হ'ল। সেইখিনিতে বাঘ হাবিত সোমাইছেগৈ। হাবি হ'লেও বৰ বেছি গহীন হাবি নহয়। বাঘ সৰকি যোৱাৰ এটি ক্ষীণ আভাস পোৱা যায়। সেই হাবিকণ পাৰ হ'লেই আমি আকৌ মুকলি ওলামগৈ। শ্ব মিললৈও বৰ বেছি দূৰ নাই।

মানুহ-গৰু আহ-যাহ কৰা লুংলুঙীয়া বাটেৰেই আমি আগবাঢ়ি গ'লোঁ। কাৰো মুখত কথা নাই। সুতীক্ষ্ণ দৃষ্টি। এনেতে নাকত ভেকেটা-ভেকেট গোন্ধ এটা লাগিলহি। নিশ্চিন্ত হ'লোঁ যে বাঘ ক'ৰবাত ওচৰতে

আছে। আমি আকৌ নিঃশব্দে আগবাঢ়িলোঁ। মনতে ভাবিলোঁ—চাৰি-জন মানুহ আছো, টপৰাই বাঘে একো নকৰেহি।

কিন্তু! আমি একো উৰাদিহ নৌ পাওঁতেই গোজৰণি এটা মাৰি প্ৰকাণ্ড ঢেকীয়াপতীয়া বাঘিনী এজনী আমাৰ আগত ওলালহি। বাঘিনী-জনীৰ লগতে সৰু পোৱালি এটা।

আকস্মিক এই আক্ৰমণৰ বাবে আমি কোনো প্ৰস্তুত নাছিলোঁ। আমি কিন্তু আটাইকেইজন সেই সময়ত নিৰ্ভীকভাৱে স্থিৰ হৈ ৰলোঁ। আমি জানিছিলোঁ, মনলৈ ভয় ভাব নানি স্থিৰ দৃষ্টিৰে বাঘলৈ চাই থাকিলে, সতকাই বাঘে একো অন্যায় নকৰে। সেই ভাবিয়ে মই হাতৰ বন্দুক টোঁৱাই বাঘিনীজনীলৈ একেখিৰে চাই ৰলোঁ। মোৰ সহযাত্ৰীসকলেও মোকেই অনুসৰণ কৰিলে। গুলীয়ে চুকি পোৱা অৱস্থাতে পোৱালিটোৰে সৈতে বাঘিনীজনী আছে; কিন্তু এই অৱস্থাত গুলী এৰাটো উচিত নহব। মোৰ মনত পৰিল মটক চাহ বাগিছাৰ সহকাৰী মেনেজাৰ মিঃ লাইচেট বাৰ্টে ঠিক এনে দূৰত্বৰ পৰাই বাঘলৈ গুলী এৰাত গুলীবিদ্ধ বাঘে মাৰিলে। আৰু কি আচৰিত ঘটনা-সংযোগ। সেইদিনা মোৰ হাতত যিটো বন্দুক আছিল সেইটো মিঃ বাৰ্টৰে বন্দুক। অৱশ্যে বন্দুক সেইটো হ'লেও তাৰ ওপৰত আস্থা হেৰুওৱা নাছিলোঁ।

আনহাতে মই মাৰিবলৈ সুচল পোৱা নাই বুলি ভাবি মিলিকে মাৰিব খুজিলে। মই পৰিস্থিতিৰ গুৰুত্ব বুজি মিলিকক কিলাকুটিৰে খুন্দিয়াই তাক গুলী নামাৰিবলৈ ইঙ্গিত দি আমি লাহে লাহে পাছুলৈ ভৰি চলালো। বাঘিনীয়ে আমালৈ চকু ঘোপা কৰি স্থিৰ দৃষ্টিৰে চাই আছে আৰু মাজে মাজে কাষতে নিৰ্বিকাৰভাৱে থিয় হৈ থকা পোৱালিটোলৈকো চকু দিছে। আমি পাছুৱাই আহি আছোঁ। এটা কথা মই ঠিৰাংকৈ বুজিছিলোঁ যে সেই মহূৰ্তত বাঘে আমাক আক্ৰমণ নকৰে, অন্ততঃ পোৱালিটো যি মুহূৰ্তত তাইৰ লগত আছে। সেইদৰে আমি বহুদূৰ পালোঁহি। বাঘিনী আমাৰ চকুৰ আৰ হ'ল।

কিয় যে ক'ব নোৱাৰোঁ, মোৰ প্ৰথম বাঘ চিকাৰৰ এই অকৃতকাৰ্য্যতাই মোৰ মনটোক অকণো বেজাৰ দিব নোৱাৰিলে। তাৰ সলনি এক আচৰিত সত্য মোৰ চকুৰ আগত উদ্ভাসিত হৈ উঠিল। নিজৰ সন্তানৰ মায়াত বনৰ অমাত বাঘিনীজনীয়েও মানুহৰ স'তে কি আচৰিত আচৰণ কৰিলে। মনে মনে ভাবিলোঁ, সেই সময়ত মানুহ-চিকাৰতকৈও নিজৰ পোৱালিটোৰ

নিৰাপত্তাই নিশ্চয় বাঘিনীক উন্মাউল কৰি তুলিছিল। হেজাৰে হওক, আয়ো মাতৃ। সেয়েহে ইমান স্থিৰ শান্ত ৰূপ। ইমান নির্বোধ চাৱনি।

নৈৰ পাৰ পাই দেখোঁ, আমাৰ চাৰি বীৰৰ তিনিজনহে আছোঁ। পৰমা আগতে পলাল। উভতি অহাৰ বাটত মিলিকক বহু কথা বুজাব-লগীয়াত পৰিলোঁ। সি ইমান ওচৰতে বাঘ পায়ো মাৰিবলৈ নাপাই উচুপিচাই আছিল। বিপিন মনে মনে আছিল। বোধহয় ভয় খাইছিল। এনেতে আমি গৈ থাকোঁতে নৈৰ কাষেদিয়ে বায়ুবেগে পাৰ হ'ল এটি হৰিণা। নৈৰ পাৰতে এজন মিৰি মানুহে হাতত পঁচাৰে মাছলৈ বৈ আছিল। সি 'পহু পহু' বুলি চিঞৰিলে। আমি পহুটো দেখিলোঁ। মিলিক আৰু বিপিনে পহুটোলৈ খেদি গ'ল। তেনেতে দেখিলোঁ, আমাৰ আগেৰে বিৰাট সাপ এডাল হৰিণাটো যোৱাৰ ফালে তীব্ৰ গতিৰে গুচি গ'ল। আমিও মানুহটোক 'সাপ' 'সাপ' বুলি সতর্ক কৰি দিলোঁ। এই লৰা-ঢপৰাবোৰৰ কোনো কাৰণ বিচাৰি নাপালোঁ। বুজিলো যে বাঘৰ খেদাত হৰিণাটো লৰিছে ফোপাই-জোপাই ; কিন্তু সাপডালক কিহে পাইছে এনেদৰে লৰিবলৈ ? যিয়েই নহওক বাটত আন আৰু কোনো বিভীষিকা নোহোৱাকৈ কেম্প পালোহি। মনে মনে ভাবিছিলোঁ হাবিৰ জন্তু হাবিত নাথাকি থাকিব ক'ত ? আৰু আমিয়েবা তাহাঁতক বিচাৰি নাহিম কিয় ?

আহিছিলোঁ।

এই মোহ এৰিব নোৱাৰিলে আকৌ হাবিলৈ লৰি গৈছিলোঁ।

বহু দিনৰ কথা। সেই সময়ত সমগ্ৰ ইউৰোপত হিটলাৰৰ দপ্দপনি। সেই সময়ৰে কথা। মাজুলীত মই খেৰৰ মহল লৈছোঁ। ব্ৰহ্মপুত্ৰ নদীৰ পাৰত এক বিৰাট সীমা জুৰি মোৰ খেৰৰ মহল। দিচাংমুখৰ পৰা জাঁজীলৈ মোৰ সাতোটা কেম্প। গোটেই অঞ্চলটো চলাবলৈ মই কেম্পবোৰ পাতি দিছিলোঁ। শ্ৰীগোপীৰঞ্জন বৰুৱাক মেনেজাৰ পাতি দিছিলোঁ।

সেই অঞ্চলত খেৰ প্ৰচুৰ। ঠিকা হিচাপত খেৰকটীয়াই খেৰ কাটিছে। দাম কৰি নিবলৈ থৈ গৈছে। কিন্তু চিন্তা হ'ল—ঘাটলৈ খেৰবোৰ নিয়া যায় কিহেৰে ? মাধ্যম দুটা। হয় মানুহে কঢ়িয়াব লাগিব নাইবা হাতী-গাড়ীৰে। গৰুৰ গাড়ী নচলে। হাতী-গাড়ীৰে কঢ়িওৱাত খৰচ বেছি বাবে মোৰ এটা উপায়ো ভাল নালাগিল। গ'ত্তিকে ছেকেণ্ড-হেণ্ড লৰী

এখন কিনি পেলালোঁ। নৰী মহল পোৱালোহি। লগতে পেট্ৰমাক্স লাইট দুটা। সেই বাতিয়েই সকলো খেৰ কাটি, কচিয়াই ঘাটত দ'ম কৰালোঁ। পিছদিনা মানুহে দেখি তবধ মানিলে।

বাতিয়ে গাৱঁত প্ৰচাৰ হ'ল যে 'আদা' বাবুৱে (মোৰ নামটো মিৰি মানুহৰ মুখত পৰি এই ৰূপ লৈছিল।) মটৰ আনিছে। সেই অঞ্চলত মটৰ তেতিয়ালৈ দেখাই নাছিল। গতিকে পিছদিনা ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ীৰে ভৰি পৰিল। জুমি জুমি সকলোৱে মটৰ চালে।

মহলবোৰৰ পৰা প্ৰায়ে খেৰ চুৰি হয়। গতিকে মই প্ৰায়ে হাতীত উঠি ঘূৰি মেলি চাই ফুৰোঁ। এইদৰে ফুৰাৰ অন্য এটা উদ্দেশ্য অৱশ্যে পশু চিকাৰ কৰা।

এদিনৰ কথা। মই লতাচোৰ নামৰ কেম্পটোৰ পৰা উজাই গৈছো। হাতীৰ পিঠিত মই আৰু মিৰি ঠিকাদাৰ লম্বোদৰ। ঝাউ আৰু উলুবনি ভাঙি হাতীটো আগবাঢ়ি আছে। এনেতে মই হাবিৰ মাজত গছ এজোপাৰ তলত চকামকা কিবা এটা দেখিলোঁ। প্ৰথমে ভাবিলোঁ, ৰ'দৰ প্ৰখৰতাৰ বাবেই চাগে' তেনে কিবা এটা দেখিছো। কিন্তু নহয়। সেইটো এটা প্ৰকাণ্ড ঢেকীয়াপতীয়া বাঘ। বন্দুকত গুলী ভৰোৱা আছিল আৰু বাঘো মোৰ ৰেঞ্জৰ ভিতৰত। অকণো অপেক্ষা নকৰি ঠিক লক্ষ্য কৰি গুলী এৰিলোঁ। প্ৰথম গুলীটো বোধহয় নালাগিল। বাঘটোৱে হা কৰি মুখ মেলি আক্ৰমণাত্মক দৃষ্টিৰে চালে। হাতীটোৱে ইতিমধ্যে ভৰি দুখন ওপৰলৈ কৰি শুঁৰডাল ওপৰলৈ উঠাই এক আচৰিত ভঙ্গীত থিয় হৈ ৰ'ল। তেনেতে মই এৰিলোঁ দ্বিতীয়টো গুলী। গুলী খাই বিকট চিঞৰ মাৰি জপিয়াই বাঘটো হাবিত সোমালগৈ। গুলীবিদ্ধ বাঘৰ পাছ নলৈ আমি অলপ মুকলিৰ ফাললৈ আহিলোঁ। বন্দুক ঠিক কৰি লৈ চাৰিওফাললৈ সতৰ্ক দৃষ্টি ৰাখিলোঁ। মোৰ ভয় লাগিছিল। হাতী আগবঢ়াবলৈ কোৱা নাছিলোঁ। সাহসী মিৰি মাউতটোৱে ক'লে—'কি ভয় কৰিছ! মোক বন্দুকটো মাৰিব শিকাই দেচোন—মই বাঘটো গুলীয়াই মাৰিম।' মই ক'লো, 'চুপ, যি পাৰ তাকে নকৰি। তোকেই গুলীয়াম।' ধমকি দিলে কি হব, ডিঙি শুকাই গৈছিল ভয়ত।

এনেতে কিছুদূৰ গৈ হাতীটো ৰৈ গ'ল। সি আৰু আগ নাবাঢ়ে। বাঘৰ গোন্ধ পালে হাতীয়ে তেনেদৰে ঠেহ ধৰে। এনেতে লম্বোদৰে মোক দেখুৱালে আমাৰ সমুখত দূৰৰ উলুবনিৰ আৰ লৈ বাঘ এটা শুই

আছে। কাণ দুখন থিয় কৰি থোৱা। ওচৰৰ উলুৱনিখিনি বৈ বৈ কঁপি আছে। বন্দুক টোৱাই কেইবা জাঁয়ো গুলী মাৰিলোঁ।

অলপ সময়ৰ নীৰৱতা। হাতীটো আগবঢ়াই নিলোঁ। লম্বোদৰে ক'লে—বাঘ মৰিল। সি হাতীৰ পৰা নামিল। সি ইকৰা এড়ালেৰে বাঘটো খুচি চালে। ময়ো নামিলো হাতীৰ পৰা। দেখিলোঁ—গুলী খোৱা বাঘ সেইটোৱেই।

ইতিমধ্যে ওচৰৰ মেটমৰা গাঁৱৰ মানুহেৰে ঠাইখিনি ভৰি পৰিল। সকলোৱে মোক প্ৰশংসা কৰিলে। ৰাইজৰ শত্ৰু বধ কৰা বাবে সকলোৱে ভাল পালে। মোৰো মনটো তেতিয়া বৰ ভাল লাগিছিল—ৰাইজৰ কিবা এটা ভাল হোৱা বাবে। দৰা নিয়াৰ দৰে মোক আদৰি নি গামোছা তামোল-পাণেৰে সন্মান যাচিলে। এনে কাৰ্য্যত ফটিকা নাযাচি পাৰেনে? বাঘটো গাৱঁৰ মানুহৰ সহায়ত ধাটলৈ আনি তাৰপৰা দিচাংমুখলৈ পাৰ হৈ আমাৰ শিৱসাগৰৰ পৰা আমাৰ মটৰখন আনি বনেটৰ ওপৰত বাঘটো বান্ধি লৈ ডিব্ৰুগড়লৈ যাত্ৰা কৰিলোঁ। আগতে মই যদিও একো ভবা নাছিলো, পিছত বুজিছিলোঁ যে মোৰ গাড়ীখন এখন চলন্ত প্ৰদৰ্শনীত পৰিণত হৈছে। যাওঁতে বাটত কেইবা ঠাইতো বৈ বৈ যাবলগীয়া হৈছিল। বিশেষকৈ মিলিটেৰীবোৰৰ বাৰেকুৰি প্ৰশ্নৰ উত্তৰ—কেনেকৈ বাঘটো মাৰিলোঁ তাৰ বিৱৰণ দি যাব লগা হৈছিল। নৰলেও ৰক্ষা নাই। বন্দুক টোৱাই ৰবলৈ বাধ্য কৰায়। আৰু মজাৰ কথা, ৰখোৱাই নহয়, চাহাবহঁতে কোনোৱাই বাঘৰ কাণকে মোচৰে, কোনোবাই নোম কেইডালমানকে উভালি লয়। ইয়াকেই ক'য় হবলা 'বাঘৰ নেগুৰেৰে কাণ খজুওৱাৰ হেঁপাহ'।

ঘৰ যেতিয়া পাইছিলোঁ তেতিয়া গধূলি হৈছিল। ঘড়ীলৈ চাই হিচাপ কৰিলোঁ—পঞ্চাশ মাইল বাট যাওঁতে সময় লাগিল পাঁচ ঘণ্টা।

কেতিয়াবা ভাবি চাওঁ দুখন সুকীয়া ছবি। এখনত সন্তান কাষত লৈ গৰৱিনী মাতৃ—যাক মোৰ বন্দুকে বধিব নোৱাৰিলে আৰু আনখন—গুলীৰ আঘাতত ৰাঙলী এটি ভয়ঙ্কৰ মূৰ্তি। মোৰ বাবে দুয়োখন ছবি খুব উজ্জ্বল।

জীৱন বীমাৰ এজেন্ট হিচাপে
যাৰ কৃতিত্ব তেতিয়াই সৰ্বভাৰতীয় মানদণ্ডত
ভাৰতীয় জীৱন বীমাৰ শতবাৰ্ষিকী উৎসৱত
তেওঁৰ ভাষণ মূলবাণী

---

# মানুহৰ কল্যাণকামী অনুষ্ঠান

I am indeed very happy and consider myself highly honoured at being able to associate myself with the Centenary celebrations of the Indian life insurance. I am pleased because I myself in my life time was actively connected with life insurance business, and honoured because life insurance is a great boon to mankind and the insurance agents one of the greatest social workers. The agents of the National Savings Organization and Life Insurance agents are greatest social workers because they not only inculcate in their clients the habit of thrift, but help them to make provision for the future. Some people have no doubt a tendency to avoid the insurance agent like the plague, but they do not know that by so doing they may be bringing their own disaster. Savings in these hard days of ever-increasing prices is a difficult matter, but the need of savings is indeed great and in this the agents of Life Insurance and National Savings play a vital role.

Life insurance as a form of saving is without parallel. I find from my experience that people who buy National Savings Certificates or have a deposit in the Post Office Savings Bank encash these certificates or withdraw the deposits at the slightest pretext, even when the need is not so urgent. But life insurance is another matter. Apart from the risk an insurance policy covers in case of the sudden or accidental death of the policy-holder, there is almost an element of near-compulsion in paying the premiums in time. Hence while it is not always possible to maintain other forms of deposit the insurance policy continues despite many a hardship and very often this policy may have save a household from total ruination.

It is for this reason that I say that life insurance is a great boon to mankind.

I was convinced of the utility and benefits of life insurance early in life and was an active agent of the Bombay Mutual Life Insurance Company, the first company that was established in India exactly one hundred year ago. I am proud to say that I was a good agent and in 1936-37 I did record business for the Company and secured the top place in India. Those days were difficult for insurance agents for the public did not know much about life insurance and cared less. Life was easy, and the people did not worry much about the future. The people have today become more insurance minded and they know all about the trade. But those who took the profession with earnestness could do well.

An insurance agent must necessarily be a good student of human nature. For different persons he has to adopt different technique of approach. I remember once a tea garden manager who was dead set against taking out a policy. He invited me to tea one day and enjoined that I say nothing about insurance. I kept my promise till the ayah brought his 8-month-old child in a pram to the drawing room. I praised the young boy, his looks and wished him all success in future life and casually asked my host what he throught he would like his offspring to be. I then told him that he could ensure the future of the boy and make ample provision for sending him to England abroad for higher studies when he grew up. My host asked if there was any such scheme. I was then in my home ground and the scoffer become a convert in less than no time and I came out with a big policy, fully signed in my portfolio.

There are many similar episodes which I still remember. A businessman who allowed all his policies to lapse was my next target. But I never mooted the subject to him. We went together on a deer shooting trip and though we spent the whole night on elephant back it was a blank trip. He was very apologetic as he arranged the safari. While taking his leave the next day, I simply handed him the proposal form which I had kept ready—and it was a sixfigure proposal—and he quietly

signed on the dotted line. He asked me to wait and going inside came back with a big bag weighing about 10 kilos and containing the amount of the first premium in coins and notes—mostly in coins.

I am sure most of the agents have similar reminiscences, but I am straying beside the point. Life Insurance is, as I have said earlier, a boon to mankind and a saviour in many cases. Those who are associated with it are really great benefactors. They should not feel embrrassed or ashamed. Instead they should hold their heads high.

On the occasion of the Centenary of Indian life insurance I wish Life Insurance will thrive on our soil and continue to serve the people for years and years.

**অসম সংগীত সন্মিলনৰ জন্মদাতা
হিচাপে অসমৰ সংগীত চৰ্চা তথা
ভাৰতৰ শাস্ত্ৰীয় সংগীতৰ প্ৰতি মনোভাৱ কেনে ?
১৯৫৫-৫৬ চনৰ সদৌ অসম সংগীত
সন্মিলনৰ তৃতীয় অধিবেশনৰ
অভ্যৰ্থনা সমিতিৰ সভাপতিৰ আদৰণী ভাষণ**

# সঙ্গীতক জনসাধৰণৰ মাজলৈ আনক

অসম সঙ্গীত সন্মিলনৰ এই তৃতীয় অধিবেশনৰ আনন্দমুখৰ সভা মণ্ডপত উপস্থিত থকা সঙ্গীত প্ৰিয় সমূহ ৰাইজলৈ স্বাগত সম্ভাষণ জনাবলৈ পাই মই গৌৰবান্বিত বোধ কৰিছোঁ। অসম সঙ্গীত সন্মিলনে জন্ম গ্ৰহণ কৰাৰ সৰহ দিন হোৱা নাই, কিন্তু এই কম সময়ৰ ভিতৰতে সন্মিলনে আপোনালোকৰ পৰা যে ইমান চেনেহ আৰু আদৰ লাভ কৰিব পাৰিছে তাৰ বাবে সন্মিলনৰ কাৰ্য্যকাৰকসকল আপোনালোকৰ ওচৰত কৃতজ্ঞ। ই আপোনালোকৰ সঙ্গীতানুৰাগৰ চিন। আপোনালোকৰ এই সঙ্গীতানুৰাগ দেখি আশা হৈছে অসমৰ গীত-নৃত্যৰ এটি নতুন গৌৰৱময় অধ্যায় আৰম্ভ হবলৈ আৰু সৰহ দিন নাই।

আমাৰ চিকুণী অসম দেশ অকল প্ৰাকৃতিক সৌন্দৰ্য্যৰেই ভৰপূৰ দেশ নহয়, সুৰদি সঙ্গীতৰ ঝঙ্কাৰেৰেও ই মধুৰিমাময়। অসমৰ ইশ্বৰ পৰা

সিমূৰলৈকে গাঁৱে-ভূঁয়ে, হাবিয়ে-বননিয়ে, পৰ্বতে-কন্দৰে গীতৰ সুৰ আৰু নৃত্যৰ লহৰ। বিশাল ব্ৰহ্মপুত্ৰৰ উদ্দাম সোঁতৰ দৰেই তাৰ পটভূমিত থকা এই অসমকো গীত-নৃত্যৰ উদ্দাম প্ৰবাহ এটিয়ে চিৰ-প্লাবিত কৰি ৰাখিছে। বাৰিষা ফেনে-ফোটোকাৰে উথাউল ব্ৰহ্মপুত্ৰৰ গুৰু-গম্ভীৰ গৰ্জন আৰু তাণ্ডৱ মূৰ্তি এই গীত-নৃত্যত আছে, আৰু আছে খৰালিৰ শান্ত-সুস্থিৰ ব্ৰহ্মপুত্ৰৰ কোমল-আকুল সুন্দৰৰ কাকলি আৰু লাস্যৰ মধুৰ ভঙ্গিমা। প্ৰাচীন কালৰ তিব্বত-বৰ্মী, বড়ো, মিৰি, গাৰো, খাচীয়া আদি আৰু পিছৰ যুগৰ আহোম, ব্ৰাহ্মণ, কায়স্থ আদি বংশধৰসকলক লৈ আজি যি অসমীয়া জাতি গঠিত হৈছে সেই অসমীয়া জাতিৰ প্ৰাণৰ পৰশেৰে এই গীত-নৃত্য মহীয়ান। অসমৰ গীত-নৃত্য, আৰ্য্য আৰু অনাৰ্য্য সংস্কৃতিৰ বহুমূলীয়া অৱদান।

আম্যৰ গৰখীয়া নাম, বিহু নাম, বিয়া নাম, ধাই নাম, আই নাম, নাও-খেলাৰ গীত, টোকাৰি গীত, বাৰমাহী গীত, হুঁচৰি গীত, দেহা-বিচাৰ গীত আদিৰ পৰা শাস্ত্ৰীয় বাগত বন্ধা বৰগীত, মালঞ্চ গীত, ব্যাহ গীতলৈকে সকলোবিলাকৰ সংস্কাৰ সাধন কৰা দৰকাৰ হৈ পৰিছে। বৰগীত উচচাঙ্গ বা শাস্ত্ৰীয় সঙ্গীতৰ শ্ৰেণীত পৰে নে লোক সঙ্গীতৰ পৰ্য্যায়ত পৰে এই বিষয়ে কলাবিদসকলে একমত নহয়। কিন্তু আমি বৰ্ত্তমান যি বৰগীত শুনিবলৈ পাওঁ তাৰ যে ঠেৰ্ হেৰাইছে সেই বিষয়ে মতৰ অমিল নাই। স্বৰলিপি কৰোঁতে বিভিন্ন সুৰৰ বৰগীতে আহি প্ৰায় একেটা স্বৰলিপিতে আত্ম-প্ৰকাশ কৰাৰ কাৰণ কি? একেটা বৰগীতেই অসমৰ বিভিন্ন ৰূপ পাবলৈ পালে কেনেকৈ? এইবিলাক ভাবিবলগীয়া কথা, আৰু ভাবি-চিন্তি ভালকৈ আলোচনা কৰি কেনেকৈ বৰগীতৰ পুনৰ ভালদৰে উদ্ধাৰ কৰিব পাৰি তাৰ অৰ্থে যত্ন কৰা আমাৰ সঙ্গীতজ্ঞসকলৰ কৰ্ত্তব্য।

অকল বৰগীতৰ ক্ষেত্ৰতে নহয় আন গীতৰ ক্ষেত্ৰটো আমাৰ সঙ্গীতজ্ঞসকল উদাসীন হৈ থাকিলে নহব। আমাৰ বিহু নাম, বিয়া নাম, টোকাৰি গীত, হুঁচৰি গীত আদি লোক-সঙ্গীতবিলাকৰো সমৃদ্ধি সাধন কৰিব লাগিব। কোনে জানে হয়তো সুদক্ষ কলাবিদে ভালকৈ মন দি লাগিলে এই গীতবিলাক অতি উপাদেয় বস্তুৱেই হৈ পৰিব। পূৰ্ববঙ্গৰ নাৱৰীয়াবিলাকে ভটিয়নী পানীত নাও বাই যাওঁতে যি গীত গায় সেয়ে ভাটিয়ালী গীত। কিন্তু আগৰ ভাটিয়ালী গীততে

প্ৰতিষ্ঠিত যদিও আজিৰ ভাটিয়ালী গীত আগৰ ভাটিয়ালী গীত নহয়। সাধক শিল্পীৰ হাতত পৰি এই গীতে ৰূপ-ৰহণ সানি ৰাইজৰ আগত চিত্ত মনোৰঞ্জক হৈ পৰিছে। মহীশুৰৰ হাতী-মাউতবিলাকৰ গীতেও বোলে সেইদৰে তানচেনৰ হাতত পৰি এক অভিনৱ বস্তু হৈ পৰিল, আৰু দিল্লীৰ মোগল বাদচাহৰ দৰবাৰত সগৌৰৱে আসন লাভ কৰি দৰবাৰী কানাৰা নামে প্ৰখ্যাত হৈ উঠিল। আমাৰ বাৰমাহী গীতৰ স্ৰষ্টাও বোলে হাতী-মাউতেই। অসমীয়া সঙ্গীতজ্ঞ এজনৰ মতে বনৰীয়া হাতী ধৰি আনি বশ কৰিবলৈ শিক্ষা দিয়াৰ সময়ত মাউতবিলাকে সাধাৰণতে বাৰমাহী গীত গায়। কিন্তু স্বাধীন ভাৰতৰ দিনতো অসমৰ এই বাৰমাহী গীত দিল্লীৰ দৰবাৰলৈ নি তাত সন্মানৰ আসন দিয়াৰ পৰা শিল্পী আমাৰ আজিও ওলোৱা নাই।

আনে কি ভাবে কব নোৱাৰোঁ। কিন্তু মোৰ বোধেৰে হ'লে শাস্ত্ৰীয় বা উচ্চাঙ্গ সঙ্গীতৰো সংস্কাৰৰ আৱশ্যক হৈ পৰিছে। আজিকালি জনসাধাৰণৰ দিন। কিন্তু বৰ্তমান উচ্চাঙ্গ সঙ্গীত যেনেভাৱে চলিছে তেনেভাৱে চলিলে ই সৰ্বসাধাৰণৰ বোধগম্যও নহব আৰু বোধগম্য হবলৈ সৰ্বসাধাৰণেও মন বা সময়ো এটাও দিব নোৱাৰিব। সঙ্গীতৰ উদ্দেশ্য যদি ঘাইকৈ আনন্দ দান কৰাই হয়, তেনেহ'লে জনসাধাৰণৰ ক্ষেত্ৰত উচ্চাঙ্গ সঙ্গীতে যে সেই উদ্দেশ্য সম্যকৰূপে সাধন কৰিব পৰা নাই তাক অস্বীকাৰ কৰিব নোৱাৰি। কথাছবিৰ গান আজি ইমান লোকৰঞ্জক হৈ উঠাৰ ঘাই কাৰণ এয়ে যে এই গান বুজিবলৈ সহজ আৰু এই গানে সূক্ষ্ম স্বৰ-বিতানৰ জ্ঞান নথকা লোককো আনন্দ দিব পাৰে। কথা-ছবিৰ গান সন্তীয়া আৰু তাৰ ৰস পাবলৈ সঙ্গীতৰ বিশেষ জ্ঞান নালাগে। উচ্চাঙ্গ সঙ্গীত অকল আহুকালেই নহয়, অনেকৰ কাৰণে ই দুৰ্বোধ্য আৰু মহঙা। জনসাধাৰণলৈ চকু ৰাখি উচ্চাঙ্গ সঙ্গীতৰ কিছু লঘু সংস্কৰণ কৰিব পাৰিলে ই সৰ্বসাধাৰণ ৰাইজৰ মনোৰঞ্জক হব নোৱাৰাৰ একো কাৰণ নাই। এতিয়া ৰজা-মহাৰজাৰ দিন উকলিছে যেতিয়া, উচ্চাঙ্গ সঙ্গীতক ৰাজ-দৰবাৰ আৰু অৰ্থশালী লোকৰ বৈঠকখানাৰ পৰা নমাই জনসাধাৰণৰ মাজলৈ আনিবলৈ সঙ্গীতজ্ঞসকল কুণ্ঠিত হব নালাগে। উচ্চাঙ্গ সঙ্গীতক জনসাধাৰণৰ মাজলৈ আনিবলৈহে মই কৈছো, বজাৰৰ ভিৰৰ মাজলৈ আনিবলৈ কোৱা নাই।

আজি সঙ্গীত সম্বন্ধে আমাৰ মাজত যি উৎসাহ-উদ্দীপনা দেখা গৈছে সি বৰ আনন্দৰ কথা। কিন্তু এই উৎসাহ-উদ্দীপনাৰ একো অৰ্থ নাথাকিব যদি কাৰ্য্যক্ষেত্ৰত আমি উপযুক্তভাৱে আগবাঢ়িব নোৱাৰোঁ আৰু আগবাঢ়ি অসমৰ গীত-নৃত্যৰ মাধুৰীৰে ভাৰতীয় গীত-নৃত্যক অকল আপ্লুতেই নহয় বসাল আৰু সজীৱ কৰি তুলিব নোৱাৰোঁ। সাধনা হলেহে সিদ্ধি লাভ কৰিব পাৰি; আমাৰ সঙ্গীতজ্ঞসকলৰ আশাশুধীয়া চেষ্টাৰ ওপৰতে অনেক নিৰ্ভৰ কৰে। অসম সঙ্গীত সন্মিলনে সময়ৰ সহাঁৰি দিছে আৰু লগতে কিছু কামো হাতত লৈছে। আমাক এতিয়া এদল সঙ্গীত শাস্ত্ৰজ্ঞ কলাকাৰ লাগে যি দলে উচ্চাঙ্গ সঙ্গীতেই হওক বা লোক-সঙ্গীতেই হওক তাক বিজ্ঞানসন্মতভাৱে চৰ্চা আৰু অনুশীলন কৰি তাৰ সমৃদ্ধি সাধনত নিজকে নিয়োগ কৰিব। এনে এটি পাৰদৰ্শী গৱেষকৰ দল যাতে ওলাব পাৰে সেই অৰ্থে সঙ্গীত শিক্ষাৰ ব্যৱস্থা কৰাত অসম সঙ্গীত সন্মিলনে মনোনিবেশ কৰিছে।

এতিয়ালৈকে অসমৰ প্ৰায়বোৰ মহকুমাতে সঙ্গীত সন্মিলনৰ শাখা স্থাপিত হৈছে। শাখাসভাৰ তৎপৰতাত কেইবা ঠাইতো সঙ্গীত বিদ্যালয়ৰ দুৱাৰ মুকলি হৈছে। শাখাৰ এলেকাত পৰা ঠাইৰ সঙ্গীত শিক্ষাৰ্থীৰ মাজত এটা সুযোগ উপস্থিত হোৱাৰ উপৰিও প্ৰতি-যোগিতাৰ মাজেদি শিক্ষাৰ উৎকৰ্ষ সাধিত হৈছে। এতিয়া এই শিক্ষাৰ্থীবিলাকৰ সাধনাক উচ্চমুখী আৰু কেন্দ্ৰীভূত কৰিবলৈ আমাক এখন কেন্দ্ৰীয় সঙ্গীত মহাবিদ্যালয়ৰ প্ৰয়োজন হৈছে। ইতিমধ্যে পূৰ্ণাঙ্গ কেন্দ্ৰীয় সঙ্গীত কলেজ এখন গুৱাহাটীত পাতিবলৈ এখন আঁচনি চৰকাৰৰ ওচৰত উপস্থাপিত কৰিছোঁ। চৰকাৰৰ পৰাও সেই বিষয়ে উৎসাহপূৰ্ণ সঁহাৰি পাই আমি আশান্বিত হব পাৰিছো। এতিয়া বাইজৰ পৰা সহায় সহানুভূতি পালে, সহায়তা পালে, সঙ্গীত সেৱাৰ এই কাৰ্য্যত আমি আশাতীতভাৱে আগুৱাব পাৰিম। অসমত অচিৰে এনে এটা সঙ্গীতৰ দল ওলাব যাৰ সাধনাৰ ফলত ভাৰতৰ সঙ্গীত সভাত অসমেও শ্ৰেষ্ঠ আসন লাভ কৰিব।

খেল-ধেমালিৰ প্ৰতি ৰাধাগোবিন্দৰ
দৃষ্টিভংগী কেনে আছিল ?
গোলাঘাটত অনুষ্ঠিত ঊনবিংশতম অসম
আন্তঃ জিলা ফুটবল মুকলি কৰি দিয়া
ভাষণৰ পৰা

---

# ‘বেয়া খেলি জিকাতকৈ ভাল খেলি হৰাহে ভাল’

ঊনবিংশতম অসম আন্তঃজিলা ফুটবল প্ৰতিযোগিতা মুকলি কৰিবলৈ পাই নিজকে ধন্য মানিছোঁ। এইবেলিৰে সৈতে গোলাঘাট চহৰত দ্বিতীয়বাৰৰ বাবে অসমৰ এই মুখ্য ফটবল প্ৰতিযোগিতা পতা হৈছে।

এটা কথা কবই লাগিব যে ফুটবল খেল আজিকালি অসমৰ গাৱেঁ ভূএঁ সৰবৰহী হোৱা স্বত্বেও এই খেলত আমি ভালেখিনি বাট আগুৱাই যাবলৈ এতিয়াও বাকী আছে। অৱশ্যে এইটো স্বীকাৰ কৰিব লাগিব যে সন্তোষ ট্ৰফীত কেইবাবাৰো অসমত সুনাম আৰ্জিছে। কলিকটত অসমে তৃতীয় স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছিল। অসমৰ জুনিয়ৰ দল-টোৱেও জয়পুৰত অনুস্থিত খেলত ফাইনেল খেলাৰ সৌভাগ্য অৰ্জন কৰিছিল। কিন্তু ভাৰতত এটা লেখত লবলগীয়া ফুটবল দল হিচাবে স্বীকৃতি পাবলৈ অসমৰ আৰু কিছুদিন লাগিব।

ভাল ফুটবল খেলিবলৈ, ফুটবল কিয়— সকলো খেলাকে ভালদৰে খেলিবলৈ হ'লে তিনিটা গুণৰ আৱশ্যক। Stamina বা দম, প্ৰচুৰ অনুশীলন বা Practice আৰু Coaching বা প্ৰশিক্ষণ। খেলুৱৈৰ দম নিৰ্ভৰ কৰে তেওঁৰ স্বাস্থ্যৰ ওপৰত। ভাল স্বাস্থ্য নাথাকিলে কোনো খেলুৱৈয়ে ওপৰলৈ উধাব নোৱাৰে। স্বাস্থ্য ৰাখিবলৈ হ'লে পুষ্টিকৰ আহাৰৰ প্ৰয়োজন। এইখিনিতে আপোনালোকে কব পাৰে যে আজি-কালি দেশত মানুহৰ দুবেলা দুমুঠি খাবলৈকে নাই—পুষ্টিকৰ আহাৰ পাব ক'ৰ পৰা ? কিন্তু মই এই কথাও কওঁ যে নাখাই মৰা মানুহতকৈ খাই মৰা মানুহ বহুগুণে বেছি। অতি ভোজন বা over-eating আমাৰ এটা জাতীয় স্বভাৱ হৈ পৰিছে। আমি যি আহাৰ খাওঁ তাক শতকৰা ৫০

ভাগৰ বেছি মানুহেই ভালকৈ হজম কৰিব নোৱাৰে। আহাৰৰ বাহিৰেও আন এটা বিষয়ত খেলুৱৈৰ নজৰ থকা দৰকাৰ। সেইটো হৈছে—সময়মতে খোৱা আৰু নিয়মত চলা—ইংৰাজীত যাক কয় regular habits-অঙ্গপ্ৰত্যঙ্গৰ শিথিলতা গুচাবলৈ নিতৌ exerciseৰো প্ৰয়োজন। এই অভ্যাস ভালেমান খেলুৱৈৰ নাই। সেইবাবে তেওঁলোকে অলপ খেলিয়েই ভাগৰি পৰে।

নিতৌ practice কৰা সম্পৰ্কে বোধকৰো বেছি কোৱাৰ প্ৰয়োজন নাই। ইংৰাজীত এফাকি কথা আছে— Practice makes a man perfect-খেলুৱৈসকলৰ বাবে practice এটা অপৰিহাৰ্য্য কৰ্তব্য। আমাৰ খেলুৱৈসকলে কেৱল match practice হে কৰা দেখা যায়। কিন্তু ডাঙৰ দলসমূহক practiceত খুব গুৰুত্ব দিয়া দেখা যায়। যোৱা বছৰ গুৱাহাটীত সন্তোষ ট্ৰফীৰ খেল হওঁতে দেখিছিলো মহাৰাষ্ট্ৰ, অন্ধ্ৰপ্ৰদেশ, ৰেলৱেজ, বঙ্গ আদি বাচকবনীয়া টিমৰ খেলুৱৈসকলে খুব ৰাতিপুৱাতে উঠি practice কৰেগৈ। য়ুৰোপ, লেটিন আমেৰিকা আদিৰ খ্যাতনামা টিমবোৰে practiceত যথেষ্ট গুৰুত্ব আৰোপ কৰে। নিয়মিত practice লৈ নাহিলে তেওঁলোকে অতি কৃতী খেলুৱৈকো দলৰ পৰা বাদ দিবলৈ কুণ্ঠাবোধ নকৰে। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে অলপতে লণ্ডনত হৈ যোৱা বিশ্ব ফুটবল প্ৰতিযোগিতাৰ দুজন কৃতী খলুৱৈ ব্ৰাজিলৰ পেলে আৰু পৰ্টুগালৰ ইউছেবিওই হেনো দিনে ৫।৬ ঘণ্টাকৈ বন্ধ কোঠালীত টেনিচ বল লৈ practice কৰা দেখা গৈছিল। অথচ তেওঁলোকৰ মেধাৰ খেলুৱৈৰ সেইকণ অভ্যাসৰ হয়তো কোনো প্ৰয়োজনেই নাছিল।

এইখিনিতে এটা প্ৰশ্ন উঠিব পাৰে আমাৰ খেলুৱৈসকলে practiceৰ সুযোগ বা সুবিধা যিমান পোৱা উচিত সিমান হয়তো নাপায়। ইয়াৰ প্ৰধান অসুবিধা হৈছে খেল পথাৰৰ অভাৱ। ফুটবল খেলৰ উপযোগী পথাৰ হয়তো এখন চহৰত তিনিচাৰিখনতকৈ বেছি নাই। কিন্তু অলপ যত্ন কৰিলেই আৰু কৰ্তৃপক্ষই অলপ মনযোগ দিলেই চহৰৰ খালি ঠাই কেইবা ডোখৰো খেল পথাৰত পৰিণত কৰিব পাৰি। Indian Council of Sports এ খেলপথাৰৰ প্ৰয়োজনীয়তাৰ ওপৰত যথেষ্ট গুৰুত্ব দিছে। চৰকাৰ, Municipality আদিয়ে আগ্ৰহশীল হ'লে আৰু কৰ্মকৰ্তাসকল উৎসাহী হ'লে খেলপথাৰৰ অভাৱ কিছুপৰিমাণে দূৰ হব। সেইবাবে খেলপথাৰৰ অভাৱ practice ৰ অন্তৰায় বুলি মই নাভাবোঁ।

প্ৰশিক্ষণ বা coaching সম্বন্ধেও সম্প্ৰতি যথেষ্ট সুযোগ আৰু সুবিধা আমাৰ খেলুৱৈসকলৰ বাবে মুকলি হৈছে। অৱশ্যে প্ৰতিখন চহৰত coaching camp খুলিবলৈ আমাৰ কিছু সময় লাগিব। কিন্তু বছৰে আমি যদি দুটা বা তিনিটা ঠাইত camp পৰিচালনা কৰিব পাৰো তাৰ পৰা আমাৰ খেলুৱৈসকল যথেষ্ট লাভৱান হব পাৰিব বুলি ভাবো। খেলুৱৈসকলকো মই অনুৰোধ কৰো যেন তেওঁলোকে coahcingৰ সুবিধা পালে সেই সুবিধা কেতিয়াও গ্ৰহণ নকৰাকৈ নাথাকে।

মই আশা কৰিছো এই প্ৰতিযোগিতাখন যেন সকলো দিশৰ পৰা সাফল্যমণ্ডিত হয়। এই কামত খেলুৱৈ, দৰ্শক, কৰ্মকৰ্তা সকলোৰে সহযোগীতা আৱশ্যক। খেলত হৰা জিকা আছেই। কিন্তু বেয়া খেলি জিকাতকৈ ভালখেল হৰাহে ভাল। মই আশা কৰিছো the best team may win this tournament.

**অসমৰ প্ৰথম লায়ন্স ক্লাবৰ**
**প্ৰথম সভাপতি আছিল**
**ৰাধাগোবিন্দ বৰুৱা। ডিব্ৰুগড় লায়ন্স ক্লাবৰ**
**বছৰেকীয়া সভা এখনত দিয়া ভাষণ**

---

# ‘আমি সেৱা কৰো’ হওঁক বেদমন্ত্ৰ

I consider it a proud privilege to be given an opportunity to address you at this anniversary of your Charter Presentation day. As I was the first President of the first Lions Club in Assam, namely the Lions Club at Gauhati, my love for Lionism perhaps requires no proof. It is true that with age and being burdened with various kinds of work, I have ceased to be what you may call a "devoted Lion". But my love and appreciation of Lionism is always their. In my younger days when I was struggling various odds, I had some fixed principles. Firstly, I always thought that in building up my business it was not necessary to destroy somebody else's business. Secondly, I knew that I had an obligation to my community and should try to contribute in my own humble way, to their civic and social welfare. When I joined the Lions Club, I found that

these were the ethics of a Lion and that is why Lionism appealed to me.

Brother Lions, you are all learned people and enthusiastic Lions. It will only be an audacity on my part to lecture you on your duties. But I can tell you that I myself feel very proud to be a Lion because the Lions Club is the biggest "service club" in the world.

I hope that more and more Lions Clubs will be established in this State. If every club takes up a service programme, however humble it may be, the total effect will be great. There are some Lions clubs which take up humble programmes like digging of tube-wells, Text-book pools etc. Others have more ambitious programmes like Free Medical Centres, Mobile hospitals etc. It is the spirit of service that ultimately counts and not the magnitude of the programme.

"We serve" that is the motto of a Lion. Let this motto take root in the hearts of the new generation. Let Lions Clubs encourage this and guide them.

শিক্ষক, শিক্ষা আৰু
সংস্কৃতি ঃ সদৌ ভাৰত প্ৰাথমিক শিক্ষক
সংস্থাৰ (১৯৬১) ষষ্ঠ অধিবেশনৰ
কৃষ্টি শাখাৰ মধ্য অতিথিৰ ভাষণ

---

# 'শিক্ষকসকল ভৱন নিৰ্মাণৰ ভেটি স্থাপন কৰোঁতা'

আজি আপোনালোকৰ এই সমাবেশত উপস্থিত হবলৈ পাই নথৈ সুখী হৈছোঁ। আজি সদৌ ভাৰত প্ৰাথমিক শিক্ষক ফেডাৰেশ্যনৰ ষষ্ঠ বাৰ্ষিক অধিবেশনৰ কৃতকাৰ্য্যতাৰে সামৰণি পৰিছে। এই অনুষ্ঠানটিও মধুৰ নৃত্য-গীতেৰে আয়োজন কৰি 'মধুৰেণ সমাপয়েৎ' কৰা আপোনালোকৰ এই সফল আৰু সমাৰোহপূৰ্ণ উৎসৱৰ সৰ্বশেষ উপভোগ এটিহে। মই সুখী হৈছোঁ যে আপোনালোকৰ সন্মিলন ভালে ভালে শেষ হ'ল। কথাতে

কয় যে যাৰ শেষ ভাল তাৰ সকলো ভাল। মই নিশ্চিত যে এই অধি-বেশনত আলোচনা-বিলোচনাৰ পৰা আপোনালোক ভালেখিনি উপকৃত হব পাৰিছে আৰু নিজ নিজ ঘৰলৈ উভতি যোৱাৰ পিছতো এই শেহতীয়া অনুষ্ঠানৰ উপভোগে আপোনালোকৰ ৰসাস্বাদন কৰাব পাৰিব।

অধিবেশনৰ লগতে তিনিদিন সন্ধিয়া সাংস্কৃতিক মৌ-মেল পতাৰ নিশ্চয় তাৎপৰ্য্য আছে। আমাৰ জীৱনত শিক্ষা আৰু সংস্কৃতিৰ পাৰম্পৰিক সম্বন্ধ আছে। শিক্ষা সংস্কৃতিৰ এটা অবিচ্ছিন্ন অংশ। মানুহৰ জীৱনত সংস্কৃতিয়ে বাট দেখুৱাই দিব পাৰিলে শিক্ষাই সেই জীৱনক সুস্থ আৰু পৰি-পূৰ্ণ কৰি প্ৰতিষ্ঠিত হোৱাত সহায় কৰিব। সংস্কৃতিৰ মাজেদি যি জীৱনৰ আত্মপ্ৰকাশ হয়, সেই জীৱনৰ পথ নিৰ্মাণ কৰাত শিক্ষাইহে সহায় কৰে। সেই কাৰণে শিক্ষাই সমাজ আৰু সংস্কৃতি উভয়কে উন্নত কৰাত অতি গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। আৰু এনে শিক্ষাৰে আটাইতকৈ দায়িত্ব-পূৰ্ণ ভূমিকা গ্ৰহণ কৰে শিক্ষকসকলে।

আমি লক্ষ্য কৰা উচিত যে আজিৰ যুগৰ আধুনিক একোটা বৃহৎ ভৱন নিৰ্মাণ কৰোঁতে যাইকৈ দুজন মানুহৰ কামৰ দৰকাৰ হয়। তেওঁ-লোকৰ এজন হৈছে ইঞ্জিনীয়াৰ আৰু আনজন হৈছে স্থপতিবিদ (Architect)। এই দুয়োজনে পৰস্পৰৰ যোগাযোগ ৰক্ষা কৰি কৰা কামেৰেহে বৃহৎ ভৱনটো থিয় হবগৈ পাৰে। কিয়নো ইঞ্জিনীয়াৰজনে ভৱনটোৰ পৰিকল্পনা কৰি আৰু সেই পৰিকল্পনা অনুযায়ী ভেটি স্থাপন কৰিব আৰু স্থপতিবিদজনে সেই ভেটিৰে ওপৰত নিৰ্মাণ হৈ উঠা ভৱনটোৰ কাৰু-কাৰ্য্য ধুনীয়াকৈ ফুটাই তুলিব। এনেদৰে দুয়োজনৰে কাৰ্য্যকলাপৰ ফল হিচাপেহে এটা সম্পূৰ্ণ ভৱন হৈ উঠিব পাৰে। কিন্তু কেতিয়াবা কাৰু-কাৰ্য্য অৰ্থাৎ বাহ্যিক সৌন্দৰ্য্য নোহোৱাকৈয়ো একোটা ঘৰ নিৰ্মাণ হয়; কিন্তু ঘৰৰ ভেটিটো নোহোৱাকৈ জানো ঘৰটো হব পাৰে? অৰ্থাৎ ওপৰত কোৱা স্থপতিবিদজন নহ'লেও ভৱনটো নিশ্চয় নিৰ্মাণ হব পাৰে। ইঞ্জিনীয়াৰজনৰ সহায়ো আৰু সেৱা আমাক লাগিবই; কিন্তু ভৱনটো নিৰ্মাণ কৰোতে ভেটি সবল হব লাগিব। তেতিয়াহে ইঞ্জিনীয়াৰ আৰু স্থপতিজনৰ কাৰ্য্য থাকিব। আপোনালোক প্ৰাইমাৰী শিক্ষকসকল ভৱন নিৰ্মাণৰ ভেটি স্থাপন কৰোঁতা।

এতেকে শিক্ষাৰ ক্ষেত্ৰতো প্ৰাথমিক শিক্ষকসকলৰ ভূমিকা খুব গুৰুত্বপূৰ্ণ। আপোনালোকেই আমাৰ গোটেই শিক্ষা পদ্ধতিটোত এটা

এৰাব নোৱাৰা অংশ অধিকাৰ কৰি আছে। কাৰণ আপোনালোকেই আমাৰ ৰাষ্ট্ৰীয় জীৱন স্বৰূপ এই বৃহৎ ভৱনটোৰ প্ৰথম আধাৰশিলা স্থাপন নকৰিলে আমাৰ স্থিতি নাইকিয়া হৈ পৰে। আপোনালোকে কোমলমতি ছাত্ৰ-ছাত্ৰীসকলক এই ভেটিত দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰাৰ প্ৰথম আৰু প্ৰধান দায়িত্ব গ্ৰহণ কৰে। আপোনালোকেই এই ছাত্ৰ-ছাত্ৰীসকলৰ অন্তৰত প্ৰথম জ্ঞানৰ পোহৰ পেলাব লাগিব ; নহ'লে এওঁলোকৰ জীৱনলৈ কেতিয়াও জ্ঞানৰ সূৰ্য্য উদয় হৈ নাহে। সেইবাবেই মই কব খোজো জ্ঞানৰ ভেটি স্থাপন কৰোতা। আপোনালোকৰ কামৰ ওপৰতেই শিক্ষাৰ ওপৰ-ভাগৰ প্ৰসাৰ আৰু সৌন্দৰ্য্য নিৰ্ভৰ কৰে।

আপোনালোকৰ পিছত যিসকল মাধ্যমিক আৰু উচচ মাধ্যমিক শিক্ষকে আপোনালোকৰ ছাত্ৰসকলক পাবগৈ, সেইসকল শিক্ষক আচলতে মই কব খোজা স্থপতিবিদসকলৰ দৰে। কাৰণ তেখেতসকলে আপোনালোকে প্ৰথম জ্ঞান দান দিয়া ছাত্ৰ-ছাত্ৰীসকলৰ জ্ঞানৰ সৌধটি আৰু ঘঁহি-মচি নিকা আৰু উজ্জ্বলহে মাত্ৰ কৰি যাব। গতিকে গুৰিতেই যদি আপো-লোকে জ্ঞানৰ সৌধটি দৃঢ়ভাৱে গঠন কৰি নিদিয়ে, তাক উজ্জ্বল কৰাতো দূৰৈৰ কথা, সি সামান্য এটা আঘাততে ভাঙি খহি পৰিবগৈ। সেয়েহে আপোনালোকে এই কণ কণ ছাত্ৰ-ছাত্ৰীৰ সমাজক সুপথে আৰু শুদ্ধভাৱে গঢ়ি নিবৰ গধুৰ দায়িত্ব আৰু কৰ্তব্য বহন কৰিব লাগিব।

দেশৰ প্ৰাথমিক শিক্ষকসকলে যি গধুৰ কৰ্তব্যৰ বোজা বহন কৰিব-লগীয়া হৈছে তাক আমাৰ ৰাষ্ট্ৰীয় চৰকাৰে নিশ্চয় জানে। চৰকাৰে এই শিক্ষক সমাজৰ অভাৱ-অভিযোগসমূহ দূৰ কৰিবৰ বাবে চেষ্টা কৰি আছে। আপোনালোকৰ ভিতৰৰে যি সকল এতিয়ালৈকে ৰাষ্ট্ৰীয় বঁটা আঁচনিমতে বছৰি পুৰস্কৃত কৰা হৈছে, তাৰ পৰাই আপোনালোকে অনুমান কৰিব পাৰে যে চৰকাৰে প্ৰাথমিক শিক্ষকসকলৰ প্ৰতি ন্যায্য মৰ্য্যাদা দান কৰাত হেলা কৰা নাই। এনেবিলাক কাৰ্য্য নিশ্চয় আশাজনক। সময়ৰ লগে লগে আমি প্ৰাথমিক শিক্ষকসকলৰ ক্ৰমান্বয়ে উন্নতি হোৱা দেখি যাবলৈ আশা কৰিছোঁ।

আপোনালোকৰ কৰ্তব্য আৰু দায়িত্ব আদিৰ বিষয়ে বহলাই কবলৈ যোৱাটো মোৰ পক্ষে উচিতো নহয় ; কিয়নো আপোনালোকে সেই বিষয়ে নিজেই সৰহকৈ জানে। তদুপৰি আপোনালোকে এই অধিবেশনৰ সুদীৰ্ঘ আলোচনা-বিলোচনাৰ পিছত আজিৰ মধুৰ মৌ-মেলৰ সূচীলৈকে

বেছি অপেক্ষা কৰাটো স্বাভাৱিক। গতিকে প্ৰাথমিক শিক্ষকবৰ্গ আৰু ফেডাৰেশ্যনৰ প্ৰতি মোৰ অকৃত্ৰিম আৰু আন্তৰিক শুভেচ্ছা জনাইছোঁ।

সংস্কৃতি সম্পৰ্কে মোৰ কবৰ যোগ্যতা নাই; মাত্ৰ এইখিনিকে কব বিচাৰিছো যে আমাৰ সত্ৰীয়া নাচ, গীত-মাত আদি সাংস্কৃতিক সম্বল আছে। সেইবোৰ বৰ্তমান সমাজত খাপ খোৱাকৈ ৰূপায়িত কৰিব পাৰিলে আমাৰ সাংস্কৃতিক জীৱন চহকী হব।



## গুনমুগ্ধৰ দৃষ্টিত

অসম মাতৃৰ নীৰৱ পূজাৰী বৰুৱাৰ সপোন আছিল নিচলি অসমীক সকলো প্ৰকাৰে বিকশিত কৰি এখনি সৰ্বাঙ্গসুন্দৰ আগশাৰীৰ ৰাজ্য ৰূপে প্ৰতিষ্ঠা কৰা। সেই বাবে এই দূৰদৰ্শী পুৰুষজনাই অসমৰ অভাবৰ ঠাইবোৰ পূৰাবলৈ মনত সাঁচিছিল অদম্য হেঁপাহ। অপৰিসীম দৃঢ়তা আৰু কৰ্মশক্তিৰে অসমত বিভিন্ন উদ্যোগ স্থাপন কৰিবলৈ সমৰ্থ হৈছিল। বৰুৱাৰ অদম্য সংগঠন শক্তিৰে অসমৰ কলা-সংস্কৃতি, খেল-ধেমালি, সংগীত, বিহু, বাতৰি কাকতৰ অৰিহণাৰে অসমক আগবঢ়াই থৈ যাব পাৰিলে। বৰুৱাই অকলশৰীয়াভাৱে বহুত কষ্ট স্বীকাৰ কৰি বাতৰি কাকত প্ৰতিষ্ঠা কৰিলে। বিশেষকৈ ইংৰাজী বাতৰি কাকতখন প্ৰচাৰ নকৰা হ'লে, অসম বহু ক্ষেত্ৰত আজি পিছপৰি থাকিলহেঁতেন। বাতৰি উদ্যোগৰ ফলতে অসমৰ নাম বহিৰ্জগতত প্ৰচাৰ হৈছে। বৰুৱাই 'ট্ৰিবিউন' প্ৰকাশ নকৰা হ'লে ইংৰাজী দৈনিক কাকতৰ অভাৱত অসমে বহুতো অসুবিধা ভুগিবলগীয়া হ'লহেঁতেন। বৰুৱাৰ শ্ৰম আৰু উৎসাহত গঢ়ি উঠা 'নেহৰু ষ্টেডিয়ামে' আজি অসমৰ গৌৰৱ বৃদ্ধি কৰিছে। অসমৰ যুৱ জগতত এটা শক্তি সঞ্চাৰ কৰিবলৈ সমৰ্থ হৈছে।

অসমৰ প্ৰায়বিলাক বিকাশৰ ক্ষেত্ৰতে আধুনিক অসম গঢ়োতা বৰুৱাৰ বৰঙণি চিৰযুগমীয়া হৈ অসমৰ নতুন পুৰুষক প্ৰেৰণা যোগাব। বৰুৱাৰ আদৰ্শ লৈ উত্তৰপুৰুষে নিজৰ কৰ্ম-উদ্যোগেৰে মাতভূমিৰ সেৱাত আত্ম-নিয়োগ কৰিবলৈ বাট বিচাৰি পাব।

ওম শান্তি

॥ নলিনীবালা দেৱী ॥

ৰাধাগোবিন্দ নামটো যেনে সুন্দৰ, স্বৰ্গগত, ৰাধাগোবিন্দ বৰুৱাৰ কামবোৰো আছিল তেনে সুন্দৰ, সুদূৰপ্ৰসাৰী আৰু সুপৰিকল্পিত। সেই কাৰণে মই তেওঁৰ নামৰ আগত 'ৰূপখনিকৰ' শব্দটো বহুৱাই ভাল পাইছো। সুন্দৰৰ সেৱক, কৰ্মদেৱতাৰ পূজাৰী বৰুৱাৰ গাত কবিৰ কল্পনা, যোগীৰ সাধনা আৰু বাস্তৱবাদীৰ কৰ্মপ্ৰেৰণাৰ সুসমন্বয় ঘটিছিল। এইজন ভীমকৰ্মা পুৰুষে নানা প্ৰতিকূল অৱস্থাৰ মাজেদি নিজক গঢ়িছিল, পৰিয়ালক গঢ়িছিল, জাতিক গঢ়িছিল, দেশক গঢ়িছিল। অসমৰ সুপ্ৰসিদ্ধ বেজবৰুৱা বংশৰ গোলাপ জোপাত এটা ঠালত ফুলা এপাহ বগা গোলাপ আছিল সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা আৰু আন এটা ঠালত ফুলা এপাহ ৰঙা গোলাপ সংস্কৃতিৰথী ৰাধাগোবিন্দ বৰুৱা। ৰাধা-গোবিন্দ বৰুৱাই অৱশ্যে বেজবৰুৱা উপাধিৰ 'বেজ' অংশ ব্যৱহাৰ কৰা নাছিল। সেয়ে হ'লেও লক্ষ্মীনাথে যেনেকৈ সাহিত্যত বেজালি কৰিছিল ৰাধাগোবিন্দয়ো তেনেকৈ অসমৰ সংস্কৃতি, সংবাদ-পত্ৰ আৰু খেল-জগতত বেজালি কৰিছিল। * * *

এইখিনিতে মোৰ নিজৰ ব্যক্তিগত কথা অলপ কওঁ। আজি কেই-বছৰমানৰ আগতে মই ভাৰত চৰকাৰৰ পৰা পদ্মশ্ৰী 'সন্মান' (উপাধি নহয়) লাভ কৰিছিলো। সেই উপলক্ষে নানাজনৰ পৰা শতাধিক শুভেচ্ছা-বাণী পাইছিলো। সেইবোৰ আজিও মই আলফুলকৈ মৰমৰ স'ফুৰাত সাঁচি থৈছো। তাৰ ভিতৰত আটাইতকৈ উল্লেখযোগ্য আছিল ৰাধাগোবিন্দ বৰুৱাই গুৱাহাটীৰ পৰাই বিজুলী ডাকৰ যোগেদি পঠোৱা দীঘলীয়া শুভেচ্ছা-সন্দেশ। বৰুৱাই এনেদৰে পোন্ধৰ কুৰি টকা ভৰি স্থানীয় টেলিগ্ৰাম নপঠাই কোনোবা কটকীৰ যোগেদি মোলৈ পঠাব পাৰিলেহেঁতেন। আমাৰ দুয়োৰো থকা স্থানৰ দূৰত্ব বেছি নহয়। তাকে নকৰি এনে কৰাৰ উদ্দেশ্য আছিল বোধকৰোঁ, মই সন্মান

পোৱাত তেওঁ অপৰিসীম আনন্দ পাইছিল আৰু সেই বাবেহে এই পত্ৰ লৈছিল। তাৰ উত্তৰত মই লিখিছিলো, "বৰুৱা ডাঙৰীয়া, এই সন্মান বহুত দিন আগতে আপোনাৰহে প্ৰাপ্য আছিল।" সেইদিনা মই অনুভৱ কৰিছিলো আৰু আজিও অনুভৱ কৰো যে পাত্ৰ-অপাত্ৰ বিচাৰ নকৰি এনেবোৰ সন্মান বিতৰণত ৰাজনৈতিক দৃষ্টিভংগী আৰু স্বজন-প্ৰীতিৰহে উমান পোৱা যায়। প্ৰতি বছৰে ৰাজ-সন্মানৰ তালিকাত মই শ্ৰীবেণুধৰ শৰ্মা আৰু ৰাধাগোবিন্দ বৰুৱাৰ নাম নেদেখি ব্যথা অনুভৱ কৰি আহিছো। সম্প্ৰতি জনতা চৰকাৰে খেনোক দেখি ৰঙ্গা-বঢ়া আৰু খেনোক দেখি দুৱাৰত দাং দিয়া ৰাজ-সন্মান বিতৰণৰ ৰীতি ৰহিত কৰা দেখি বহুতৰ দৰে ময়ো সুখী হৈছো।

আমাৰ এষাৰ কথা আছে বোলে জীয়াই থাকোতে নিদিলে ফটাকানি মৰিলে দিয়ে শ্ৰীআওঠি। ৰাধাগোবিন্দ বৰুৱাৰ ক্ষেত্ৰতো সেয়ে হৈছে। আজি তেওঁৰ মৃত্যুত কেইবাজনো ৰাজপুৰুষে চকুত তেল দি কান্দিছে। কিন্তু বৰুৱা জীয়াই থাকোঁতে সেইসকলে তেওঁক দিলে কি? দিল্লীৰ পৰা সামান্য ৰাজ-সন্মান এটাও আদায় কৰি দিব নোৱাৰিলে কিয়?

॥ অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা ॥

আমাৰ জীৱনত গুৱাহাটীত কেইগৰাকীমান ব্যক্তিত্বসম্পন্ন, সভাশুৱনী লোক দেখাৰ সৌভাগ্য ঘটিছে। আচৰিত কথা, লোককেইজন দেখিবলৈ যেনে আকৰ্ষণীয়, গুণতো আছিল গদগদ। এওঁলোকক বাটেপথে, বা মেলে-মিটিঙে দেখিলে মন ভাল লাগে, আশান্বিত হওঁ, গৌৰৱ অনুভৱ কৰোঁ। তেওঁলোক দেশৰ গৌৰৱ। সেইকেইজন বৰেণ্য পুৰুষ হ'ল লক্ষ্মীনাথ বেজবৰুৱা, তৰুণৰাম ফুকন, জ্ঞানদাভিৰাম বৰুৱা আৰু ৰাধ-গোবিন্দ বৰুৱা। এই কেইজন আছিল সাত্বিক লোক। কিন্তু ৰজগুণত আছিল সমাজৰ অপ্ৰতিদ্বন্দী নেতা।

সুপৰিকল্পনা আৰু তাক কৃতকাৰ্য্যতাৰে সম্পূৰ্ণ কৰাটোৱেই ৰাধা-গোবিন্দ বৰুৱাৰ আছিল বিশেষত্ব। কোনো কামতে লেজুত ধৰি বল নিদিয়া বিধৰ লোক তেওঁ নাছিল। বেজীটোৰ পৰা তৰোৱালখনলৈ সকলো আহিলা যুগুতাই লৈহে বৰুৱাই কামত হাত দিছিল। সেয়ে তেওঁৰ কৃতকাৰ্য্যতা আছিল অৱশ্যম্ভাৱী।

কৰ্মযোগী বৰুৱা। দেশমাতৃকাৰ একান্ত সেৱক বৰুৱা। তেওঁ আছিল নিন্দা-স্তুতিত নিৰ্বিকাৰ। বৰুৱাৰ অন্তৰৰ সদ্ গুণৰাশি দেহ, মন আৰু কৰ্মৰ মাজেৰে বিৰিঙি ওলাই, বৰুৱাক উদ্ভাসিত কৰি তুলিছিল।

খেলপথাৰত, বিহুতলিত, ছপাশালত আৰু জনতাৰ সেৱাত বৰুৱাৰ নিচিনা আৰু এজন আপোনজন সতকাই পাবলৈ টান হব।

সেয়ে সদায় শ্ৰদ্ধাৰে সুৱৰিম ৰাধাগোবিন্দ বৰুৱাক।

॥ মংগল দাস ॥

* * * R. G's powerfull mind, tremendous drive, passionate devotion to the work at hand, honesty, integrity, affability, sympathy, unique power to radiate enthusiasm and confidence, and singular ability to get along with all sorts of workers, made him one too many for any one in any field where he worked. A person of unusual force and leadership—that was R. G. It is, therefore, no wonder that whatever work he undertook he could invariably ring the bell.

In his own principal occupation, namely organisation and administration of the Assam Tribune group the huge organisation which he built brick by brick literally going it alone—he intuitively practised all the sound principles which people have to learn labouriously from the voluminous literature on the science and art of modern administration. As head, rather leader, of the organisation, R. G. was potent, not a potentate ; a guide, not a dictator. He was strict but never harsh. He could be angry yet could sound friendly. He always drew the hearts of all the employees towards him. He was 'Papa'—pater familias—to all, young and old. To R. G. who was always an eager beaver, hard and purposeful action was life, and inaction death. Of course, he regularly took time off to unwind after the hard day's grind.

This great man blazed a trail in many a segment of our socio-economic fields and displayed prodigies with regard to popularisation and development of sports and games, music and cultural activities. He has definitely scored deep marks on the histories of all such fields of activities. * * *

|| G. C. S. BAROOA ||

* * * My long association with Sri Baruah so far as the newspaper profession is concerned has left on me a mark which I shall cherish throughout the rest of my life. In our propritor-editor relationship I found in him a man of understanding who greatly valued others' points of view. He never interfered with the functions of the editor whom he allowed to discharge the editorial duties independently of the management. I believe that has been the secret of the success of The Assam Tribune group of newspapers—The Assam Tribune, Dainik Asam, and Asam Bani. It is true that R. G. Baruah was the father figure in the Tribune organisation but I cannot ever remember him losing his temper or his relation with over 400 employees being anything but affectionate. It is true that Sri R. G. Baruah weilded immense influence in whatever project he undertook for the promotion of his newspaper interest or sports or cultural activities for the public benefit ; it is equally true that he stamped his personality on them, but he left no doubt in the mind of his co-workers that he had full trust in the latter, and that was probably the key to his success in life.

|| SATISH CH. KAKATI ||

If an impartial and realistic assessment is made as to who has made the greatest contribution to Assam in modern times the name of Sri Radha Gobinda Baruah will undoubtedly top the list. The speciality of 'RG's contribution is that it is solid and concrete.

I have often wondered how one man could have so many ideas and how-determined he had been in seeing his ideas see fruition. For, RG is one man I have seen who was brilliant in conception, meticulous in planning and masterly in execution of any new idea and once he got hold of a new idea nothing or nobody could deter him. He had a single-minded devotion and unfincing determination which enabled him to make a success of whatever he laid his hands on. Besides, he possessed a rare and almost uncanny knack of picking up his man. This fair and judgement of his of picking up the right man for the right job was one of the main planks of his success in various fields. This is a virtue of leadership and RG was a born leader, for he

not only exuded confidence through every pore but could generate it among his lieutenants and everyone automatically gave him their devotion.

As one who had had the opportunity of studying Sri R. G. Baruah from close quarters for more than a quarter century, I can unhesitatingly say that he was a man who combined all the qualities of greatness. He always thought big, planned big and did everything in a big and grand scale. * * *

|| **R. N. BOROOAH** ||

* * * The maxim he taught us were maxims he learnt from his own life, and which guided him. His first maxim was: 'Life is for living and enjoying' and live and enjoy he did each moment of the day. 'Did you enjoy it ?' he would ask after each party we attended or each movie we saw. "Are you enjoying it ?" he would remind us in the middle of such everyday matters as a meal or a car ride.

His next maxim was 'Strike while the iron is hot' ; and strike he did when the iron was very hot. It was this impatient trait in him, this restlessness to get things done immediately that helped him to achieve what he did. But it also landed him in great difficulties at times. * * *

What a queer mix-up my granddad's character was ! Overbearing, overdominating, stubborn, impatient but oh ! so gentle, so understanding, big hearted, brave and strong. He is our 'God-father', not our grandfather" a rebel grandchild once said and it was true. But we all lived not under the shadow but under the shade of his overdominating personality. He had everybody's welfare at heart and at one time had so many children of relatives and friends staying with us to study in Gauhati, that we renamed our home 'Students' Hostel'. * * *

|| **BUBI BORKATOKY** ||

* * * Not only RGB will live immortal in the newspaper and sports world of Assam and India who built not only his family institution but also the public institutions upon the barest minimum solely on the strength of his will power which helps

the desired to do anything, burning determination to achieve it and indomitable capacity to work. He set an example which we should be able to emulate in order to achieve success in individual and community life. He wished to become the first Mayor of Gauhati Corporation. Because of the man he was it easily came to him and he has gone down to history as that and many other an institution.

**|| PURNA NARAYAN SINHA ||**

With the death of Sri R. G. Baruah, India, Assam, Gauhati and the whole N. E. Region have lost a great and outstanding leader.

There was a geniality and amiability about Sri Baruah that made him a citizen of the world . Foreigners from all over the world enjoyed his hospitality in Gauhati. Indians from every State in India felt at home with him. He was a fatherly figure whome everybody loved. * * *

**|| REV. FR. PATRIK BURNS ||**

জীৱনত এজন মানুহৰ স্মৃতি অবিস্মৰণীয় হৈ থাকে। মাত্ৰ কেইবছৰমানৰ সান্নিধ্যই শ্ৰদ্ধেয় ৰাধাগোবিন্দ বৰুৱাক মোৰ মনত স্থায়ী কৰি ৰাখিছে। সোৰোপা-কানিয়া নামেৰে কুখ্যাত, 'লাহে লাহে'ৰ দেশৰ বাসিন্দা অসমীয়াৰ মাজত বৰুৱাদেৱ আছিল এক বিশেষ ব্যতিক্ৰম। উৎসাহ-উদ্দীপনাৰ বলত এজন ব্যক্তিয়ে কিমান অসাধ্য সাধন কৰিব পাৰে তাৰ জ্বলন্ত নিদৰ্শন বৰুৱাদেৱ। তেখেতক অনায়াসেই 'সিংহ-পুৰুষ' আখ্যা দিব পাৰি।

'আসাম-ট্ৰিবিউন' প্ৰতিষ্ঠানৰ অঙ্গ-বিশেষ 'সাহিত্য-প্ৰকাশ' নামৰ গ্ৰন্থ-প্ৰকাশ বিভাগটোৰ তত্ত্বাৱধায়কৰূপে মই স্বৰ্গীয় বৰুৱাৰ অধীনত তিনিবছৰমান কাম কৰিছিলোঁ। প্ৰেছৰ প্ৰায়বিলাক কাম তেতিয়া মই শিকিবলৈ সুযোগ পাওঁ। লক্ষ্মীনাথ বেজবৰুৱা, ৰজনীকান্ত বৰদলৈ আদি সুখ্যাত সাহিত্যিকসকলৰ গ্ৰন্থসমূহ তেতিয়া (ছপাৰ অভাৱত) দুষ্প্ৰাপ্য হৈ পৰিছিল। বহুত যত্ন কৰি পুৰণি 'কপি' বিচাৰি আনি সেইবোৰ ছপোৱাৰ ভাৰ লয় 'সাহিত্য-প্ৰকাশে'। তেতিয়া ১৯৪৮-৪৯-৫০ চন। 'সাহিত্য-প্ৰকাশ'ত কাম কৰিলেও আমি তেতিয়ামাত্ৰ নিৰ্দিষ্ট বিভাগত আৱদ্ধ হৈ থকা

নাছিলোঁ। আজৰি সময়ত অন্যান্য বিভাগবোৰতো ইটো-সিটো কৰি ফুৰিছিলোঁ। এবাৰ দুমাহমানৰ বাবে 'ট্ৰিবিউন'ৰ 'ষ্টাফ্ ৰিপ'টাৰ'ৰ কামো কৰি দিছিলোঁ মই। বৰুৱাদেৱে এই বিষয়ত উৎসাহ দিছিল। তেতিয়াও 'অসম বাণী' কাকতৰ জন্ম হোৱা নাছিল আৰু 'দৈনিক অসম' কল্পনাও কৰা হোৱা নাছিল। 'অসম বাণীৰ' বাবে যো-জা কৰা হৈছিল।

কামৰ বিষয়ত, অফিচ আৰু প্ৰেছৰ ভিতৰত বৰুৱাদেৱ বাঘৰ দৰে উগ্ৰ, চোকা আৰু প্ৰখৰ-প্ৰতাপী আছিল। তেখেতৰ মূৰ্তি দেখিলেই সকলো কৰ্মী কম্পমান হৈছিল। কোনেও কামত হেলা কৰিবলৈ সাহ নকৰিছিল। বৰুৱাদেৱৰ নিজৰ উদ্যম আৰু উৎসাহ সকলো কৰ্মীলৈকে বিয়পি-বাগৰি গৈছিল। এইটোক আমি এটা ডাঙৰ 'প্ৰভাৱ'ৰ গুণ বুলি ক'ব লাগিব। যাৰ ব্যক্তিত্ব যিমানেই ডাঙৰ, তেওঁৰ প্ৰভাৱো সিমানেই শক্তিশালী। ৺বৰুৱাদেৱৰ ক্ষেত্ৰত এই কথা খাটে। কামৰ মাজে মাজে তেখেতে আমাক কেতিয়াবা উপদেশ-পৰামৰ্শও দিছিল। তেনে এটা উপদেশ মোৰ মনত আছে। তেখেতে কৈছিল—'সদায় ফাৰ্ষ্ট (প্ৰথম) হ'বলৈ চেষ্টা কৰিবা। কেতিয়াও চেকেণ্ড (দ্বিতীয়) নহবা।' তেখেতৰ জীৱন আৰু কৰ্মত এই নীতি নিশ্চয় মানি চলিছিল—অসমীয়া ৰাইজে তাৰ প্ৰমাণ দেখিছেই।

বৰুৱাদেৱ নিজে যেনে গুণশালী ব্যক্তি আছিল, তেনেভাৱে আছিল গুণগ্ৰাহীও। আমি তেতিয়া 'আসাম ট্ৰিবিউন' প্ৰতিষ্ঠানত পতা বছেৰেকীয়া বিশ্বকৰ্মা পূজা উপলক্ষে কৰ্মীসকলে একোখন নাটৰ অভিনয় কৰিছিলোঁ। তাত বৰুৱাদেৱে আমাক বিশেষভাৱে (ৰিহাৰ্চেলত উপস্থিত থাকিও) উৎসাহিত কৰিছিল (তেখেত নিজেও এজন নিপুণ অভিনেতা আছিল; 'মনোমতী' কথাছবিৰ দৰ্শকসকলে জানে।) আৰু অলপ ভাল হ'লে অকুণ্ঠ প্ৰশংসা কৰিছিল। তেখেতৰ উৎসাহতে আমি পোনপ্ৰথমবাৰৰ বাবে গুৱাহাটীত 'ৰাজহুৱা ৰঙালী বিহু' (বোধহয় ১৯৫০ চন) পাতিছিলো 'কুমাৰ ভাস্কৰ নাট্যমন্দিৰ'ত। তাৰ পিছতহে এখন এখনকৈ মুকলিৰ বিহুতলিবোৰ হ'বলৈ ধৰিলে।

প্ৰেছৰ ভিতৰুৱা কামতো আমি তেখেতৰ ঘনিষ্ঠ হৈ বহুত কথা শিকি-ছিলোঁ। তেতিয়া এবাৰ 'সাধাৰণ নিৰ্বাচন'ৰ বাবে ভোটাৰ তালিকা আদি অজস্ৰ কামৰ ভাৰ লৈছিল ট্ৰিবিউন প্ৰেছে। যুদ্ধকালীন ক্ষিপ্ৰতাৰে প্ৰেছৰ কাম চলিছিল দিনে-ৰাতিয়ে। ভোটাৰ তালিকা আদিৰ 'প্ৰুফ' চোৱা

কামত আমি আটায়ে হাত লগাইছিলোঁ। কেতিয়াবা বৰুৱাদেৱো আহি সেই কামত বহি পৰিছিল। তেখেতৰ পৰম আত্মবিশ্বাস আছিল যে তেখেতে চাই দিয়া প্ৰুফ কাকতত কোনো ভুল থাকিব নোৱাৰে। এদিন প্ৰুফ চাই থকা সময়ত তেখেতৰ ওচৰতে ময়ো নিমাতে থিয় দি আছিলোঁ। এখন কাকতৰ প্ৰুফ্ চাই তেখেতে যেতিয়া শেষ কৰিলে, তেতিয়া মই কাকতখন আনি তেখেতক এটা ভুল দেখুৱাই দিলো। মই প্ৰথমতে ভাবিছিলোঁ যে তেতিয়া তেখেতে নিশ্চয় মোক গৰ্জি উঠিব—তেখেতৰ আত্মবিশ্বাসটো ভাঙি দিয়াৰ কাৰণে। কিন্তু মই ভবাৰ বিপৰীতে, তেখেতে উদাৰ-ভাৱে হাঁহি ক'লে—'আমাৰ সৌভাগ্য যে আমাৰ ইয়াত মোৰ ভুল দেখুৱাব পৰা এজন মানুহ আছে।'

॥ কিৰণ শৰ্মা ॥

ৰাধাগোবিন্দ বৰুৱা মানুহৰ মাজত এজন জায়েণ্ট্ আছিল। কিন্তু সিংহপুৰুষো আছিল। পশুৰাজৰ সাহ-পিত আৰু গাম্ভীৰ্য্য গুণেৰে অলঙ্কৃত। হ'লেও তেওঁ বজ্ৰৰ দৰে কঠোৰ অথচ ফুলৰ দৰে কোমল আছিল। কি ৰাজহুৱা কামত, কি তেওঁৰ ব্যৱসায়িক অনুষ্ঠানৰ কামত, ভাবপ্ৰৱণতাক নিয়মানুবৰ্তিতা আৰু শৃংখলা ৰক্ষাৰ ওপৰত লেশমাত্ৰও প্ৰভাৱ বিস্তাৰ কৰিবলৈ নিদিছিল। সেইবুলি আকৌ তেওঁ অযথা শ্লেভ্ ড্ৰাইভিং স্বভাৱকো প্ৰশ্ৰয় নিদিছিল। সেই বাবেই তলৰ পৰা মুধচলৈকে সকলো সহকৰ্মীয়েই তেওঁক অকপটভাৱে ভক্তি শ্ৰদ্ধা কৰিছিল। কিন্তু এই সিংহপুৰুষ গৰাকীয়েই ল'ৰাৰ দৰে ভাবপ্ৰৱণতাত অভিভূত হৈ পৰা দৃশ্য মই দুবাৰহে দেখা পাইছিলো। প্ৰথম তেখেতৰ অতি প্ৰিয় ভাৰ্য্যাৰ অন্তিম শয়ন অৱস্থাত, তেওঁৰ চকুৰ পৰা টপটপকৈ লোতক সৰি পৰি থাকোঁতে ; দ্বিতীয় তেওঁৰ মাহীমাকৰ পুত্ৰ সোদৰ-তুল্য অতি মৰমৰ সৰু ভাই 'বাপচন' (কৃষ্ণগোবিন্দ বৰুৱা)ৰ শ'টো চায়েই চিঞৰি চিঞৰি হুকুহুকুকৈ কান্দোতে। বৰুৱা গুৱাহাটীৰ পৰা প্লেনেৰে ডিব্ৰুগড় পোৱাহিলৈকে মৃতদেহ ঘৰত ৰাখি থোৱা হৈছিল। মটৰৰ পৰা নামি পোনে পোনে মৃতদেহ শুৱাই থোৱা কোঠাত সোমাই মূৰৰ পৰা ঢাকি থোৱা চাদৰখন দাঙি তেওঁক মুখখন দেখুৱাৰ লগে লগে তেওঁ একেবাৰে বিহ্বল হৈ পৰিল। অথচ এইজন মানুহেই কতবাৰ নেহৰু ষ্টেডিয়ামত হাজাৰ হাজাৰ উত্তেজিত জনতাৰ মাজলৈ সোমাই গৈ জলদ, গম্ভীৰ মাতেৰে শান্ত কৰিছিলগৈ। এইজন সিংহপুৰুষেই কিংকং আৰু দাৰা সিং আৰু তেওঁলোকৰ লগৰীয়া ৰেচলাৰসকলৰ প্ৰদৰ্শনী

খেলত হাত-ভৰিৰ হাড় ভগা আৰু পতিতজনৰ কৰুণ আৰ্তনাদ, এজনে আনজনৰ চুলি জোকৰা, ৰেফাৰীৰ ওপৰত খং কৰি ৰেফাৰীকে আক্ৰমণ কৰা, যুঁজাৰু দুজনে মল্লযুঁজ কৰি থাকোঁতেই কেনেবাকৈ ৰেফাৰী ৰপুৰাই দুইৰো মাজত পাক খাই সোমাই পৰি দুইৰো সৈতে দুয়োৰে তলত মজিয়াত লাং খাই পৰি ছটফটাই থকা দৃশ্য—এইবোৰ যে তেনেই ভুৱা, অজানা দৰ্শকবৃন্দক সঁচা বুলি প্ৰত্যয় নিয়াবৰ উদ্দেশ্যেৰেহে 'ব্যৱসায়িক' ট্ৰিক, সেই কথা মোক কৈ কৈ বৰুৱাই বিৰাট জনতাৰ সম্মুখতে হো-হোৱাই হাঁহিছিল।

পিছদিনা পুৱা ট্ৰিবিউন অফিচত গম্ভীৰ হৈ বহি থকা ৰাধাগোবিন্দ বৰুৱা নামৰ মানুহজন কিন্তু একেবাৰে বেলেগ মানুহ। গধূলিলৈকে আকৌ বিপৰীত, হাঁহি-ধেমালিৰে ভৰপূৰ। মানুহজনৰ ভাৰসাম্য গুণটো সঁচাকৈয়ে বিস্ময়কৰ আছিল। ৰাধাগোবিন্দ বৰুৱাৰ কৰ্মনিপুণতাও বিচক্ষণ ধৰণৰ আছিল। নিজহাতে পুতেকহঁতক দি থৈ যোৱা ট্ৰেইনিং যে অকণো সুৰুঙা নেৰাকৈ আখৰে আখৰে আয়ত্ত কৰিলে। তাৰ নিদৰ্শন ট্ৰিবিউন প্ৰতিষ্ঠাতা ৰাধাগোবিন্দ বৰুৱাই নিজ চকুৰে চাই অপাৰ তৃপ্তি লাভ কৰি যাব পাৰিলে। সেই কথা মই ৰাধাগোবিন্দ বৰুৱাৰ এজন মৰমৰ পাত্ৰ আৰু বৰুৱা পৰিয়ালৰ এজন অতি অন্তৰঙ্গ বন্ধু হিচাপে কবলৈ পাই নিজেই বৰ আনন্দ অনুভৱ কৰিছোঁ।

এই প্ৰবন্ধটো সামৰাৰ আগতে মই দুটা অতি ব্যক্তিগত কথা উল্লেখ নকৰাকৈ থাকিব নোৱাৰিহে এইয়া ক'বলৈ ওলাইছো ; বৰুৱাদেৱৰ মহৎ হৃদয় আৰু এক্স্‌ট্ৰিম থট্‌ফুলনেছৰ নিদৰ্শনৰ প্ৰমাণ হিচাবে। প্ৰথমটি হ'ল, যোৱা ভাৰত পাকিস্তান যুদ্ধ চলি থকাৰ সময়তে মোৰ একমাত্ৰ সন্তান ৰীতাৰ বিয়াখন অতি কম সময়ৰ ভিতৰতে পাতিবলগীয়া হোৱাত আত্মীয়-কুটুম, হিতকাংঙ্ক্ষী, আৰু বন্ধু-বান্ধৱসকলৰ ভালেকেইজনলৈ নিমন্ত্ৰণ পত্ৰ পঠাব বা সংবাদটো জনাব পৰা নহ'ল। ৰাধগোবিন্দ বৰুৱাৰপৰা বিয়াৰ আগদিনাখন নৱ-দম্পতিলৈ তেওঁৰ শুভকামনা জনাই পঠোৱা পত্ৰ এখন পাই যে ইমান অভিভূত হ'লোঁ, সেই কথা জীৱনত সদাই একেবাৰে সেউজীয়া হৈ আছে। তেখেতে নিজ হাতেৰে লিখিছিল, 'ৰীতাৰ বিয়াৰ নিমন্ত্ৰণ পত্ৰ মোলৈ নিশ্চয় পঠাইছা ; মই পোৱাহে নাই, আজিকালি ডাকৰ ঘিহে বেমেজালি। বৰ-কন্যাক মোৰ আন্তৰিক শুভেচ্ছা জনাবা। ইতি। দাদা।'' খুব সন্তৱ আচলতে মই নিমন্ত্ৰণ পত্ৰ পঠাবলৈ পাহৰিলোঁ।

দ্বিতীয়টো হ'ল, মই জানিছিলোঁ, তেওঁ প'টচ পেজটো (আৰু বিজ্ঞাপনবোৰ) ট্ৰিবিউনৰ আন কথাবোৰ সাধাৰণতে নপঢ়িছিল। চাই চাই বাচি বাচি কেতিয়াবা আন কথাও দুই চাৰিটা পঢ়িছিল। তাৰ প্ৰমাণ পাইছিলোঁ তেওঁ মই 'বিবি' ছদ্মনামত 'অফ্‌দি মাইণ্ড' শিৰোনামাৰ তলত লিখা কলমটোত ওলোৱা কেইবাটাও বিষয়ৰ উল্লেখকৰি পঢ়ি তেওঁ বৰ ভাল পালে বুলি কৈ মোক বৰ উদগণি দিছিল। এই যে অকণমান এটি প্ৰশংসাসূচক কথাই উদ্দেশ্য কৰি কোৱা ব্যক্তিজনৰ হৃদয় ধন-সোণ নিদিয়াকৈ জয় কৰি ল'ব পাৰে। সেই মহৎ গুণটো আমাৰ মাজতবা কেইজনৰ মাজত আছে ?

॥ বিপিন বৰগোহাঁই ॥

দেখাত গম্ভীৰ অথচ ফলশালী তৰুণ অনুৰূপ নতশিৰ স্বভাৱসুলভ মধুৰ হাঁহিৰে মানুহৰ মনজয় কৰিব পৰা লোক আছিল ৰাধাগোবিন্দ বৰুৱাদেৱ। * * * তেখেত কৈছিল অসমত তাগ্নানিৰপৰা নৃত্য পটিয়সী চিত্ৰলেখাৰ পৰা আৰম্ভ কৰি মঘাই ওজালৈকে সকলো আছে কেৱল আমি অসমখনত এইখিনি সজাই পৰাই নোলোৱাতোৱেই আমাৰ দুৰ্বলতা। আমাৰ অসমীয়া ল'ৰানো কিয় আন ঠাইৰ মানুহৰ দৰে 'চেম্পিয়ন' হব নোৱাৰিব ? কৃতকাৰ্য্যতাৰ বাবে লাগে আমাক আঁকোৰগজালি মনোভাৱ আৰু লগে লগে লাগে সমাজৰ নিষ্ঠাৱান সহযোগ। চাওঁচোন কি কৰিব পাৰো।

॥ ললিত শৰ্মা বৰদলৈ ॥

১৯৫৪ চনমানত তিনিচুকীয়াৰ স্বৰ্গীয় সেমেশ্বৰ বৰুৱাৰ পুত্ৰ শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ লগত গুৱাহাটীলৈ যাওঁতে ৰাধাগোবিন্দ বৰুৱাৰ লগত সাক্ষাৎ লাভৰ সৌভাগ্য প্ৰথম বাৰলৈ মোৰ হৈছিল। সেই সময়ত ট্ৰিবিউন চৌহদৰ ভিতৰৰ বাসভৱনত তেখেতে বাস কৰিছিল। প্ৰথম পুত্ৰৰ বিবাহ কিছু-দিনৰ আগতে হৈ গৈছিল। পুৱা দহমান বজাত আমি গৈছিলোঁ। তিনি-চুকীয়া বৰুৱা পৰিয়ালৰ লগত তেখেতৰ যি মধুৰ সম্পৰ্ক আছিল, শ্ৰীপ্ৰফুল্ল বৰুৱাক দেখি তেখেতৰ ব্যৱহাৰৰ দ্বাৰাই সুস্পষ্টভাৱেই বুজা গৈছিল। সেই সুযোগতে ময়ো তেখেতৰ আপোন হৈ পৰিলো। অন্য ঠাইত দুপৰীয়া আহাৰৰ আমাৰ ব্যৱস্থা থকাত ৰাতিৰ সাজ ভাত তেখেতৰ লগত খাবলৈ শ্ৰীপ্ৰফুল্ল বৰুৱাৰ লগত যি দৰে মোক নিমন্ত্ৰণ কৰিছিল, তাক দেখি মই

নিজেই লাজ পাইছিলোঁ। তেখেত যেন মোৰ বহুত দিনৰ চিনাকি এজন পৰম আত্মীয়। কেৱল ঘৰত বহিয়েই তেখেতে নিমন্ত্ৰণ কৰা নাছিল, বাটৰ মুখলৈ আহি গাড়ীৰ দুৱাৰ মুখত মূৰ সুমুৱাই বাৰে বাৰে মোক কৈছিল, আপুনি নহাকৈ নাথাকিব দেই, নাহিলে কিন্তু বৰ বেয়া পাম। আমি থকা সময় চোৱাত তেখেতে আমাক প্ৰেছৰ কাম-কাজ দেখুৱাইছিল।

ৰাতি আমি তেখেতৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ গৈছিলোঁ। বাৰাণ্ডাত তিনিখন চকীত বহি তেখেতৰ লগত কথা পাতি আছো। এনেতে কোনোবা এজন ট্ৰিবিউন অফিচলৈ ৰাতিৰ খেপত কাম কৰিবলৈ আহিছে। বৰুৱাদেৱে মানুহজনক তেখেতৰ উপাধি ধৰি মাতি ঘৰৰ খা-খবৰ ললে আৰু নিজৰ এজন অন্তৰঙ্গ বন্ধুৰ দৰে ব্যৱহাৰ কৰা দেখি, তেখেতৰ অধীনৰ এজন কৰ্মচাৰী বুলি ধৰিবলৈ আমাৰ টান হৈছিল।

ভাত খোৱা টেবুলত আমি তিনিও বহিলোঁ। ন ছোৱালী বৰ বোৱাৰী-য়েকে আমাক পৰিবেশন কৰিছিল। আগতেই বৰ বোৱাৰীয়েকৰ লগত আমাৰ পৰিচয় কৰাই দিয়া হৈছিল। কাটা চামুচেৰে ভাত খোৱা অভ্যাস মোৰ বৰকৈ নাছিল। বহুদিনৰ আগতে কলিকতাত থাকোতে যদিও কেতিয়াবা হোটেলত খাইছিলোঁ, কিন্তু বহুদিন অভ্যাস নথকাত তাৰ ব্যৱহাৰ পাহৰাৰ নিচিনাই হৈছিল। অভ্যাস নথকাৰ কাৰণে এবাৰ এডোখৰ মাংস উফৰি মোৰ কাপোৰত পৰাত বাধা বৰুৱাই মোৰ ফালে দৃষ্টি দিলে আৰু ন ছোৱালী বৰ বোৱাৰীয়েক কিবা আনিবলৈ ভিতৰলৈ যোৱাৰ সুযোগতে মোক ক'লে, আপুনি আৰু মই হাতেৰেই খাওঁ দিয়ক। মোৰো সদায় কাটা চামুচেৰে খাবলৈ ভাল নালাগে। এই বুলি তেখেতে কাটা চামুচ থৈ হাতেৰেই খাবলৈ লাগিল। সকলো ডাঙৰ ডাঙৰ পাৰ্টিত খোৱা-বোৱা কৰি থকা এজন মানুহে মোৰ অসুবিধাৰ প্ৰতি লক্ষ্য ৰাখি নিজেই হাতেৰেই খাবলৈ ললে আৰু ন ছোৱালীৰ আগত মোৰ অৱস্থাৰ কথা জানিবলৈ নিদিয়াকৈ-বোৱাৰীয়েক ভিতৰলৈ যোৱাত মোক লাজৰ পৰা ৰক্ষা কৰিলে। সেইজন মানুহ, যিজন মানুহৰ চিন্তা সদায়ে নতুন গঢ়াৰ, সেই জন মানুহে এনে সৰু-সুৰা কথালৈও দৃষ্টি আন্তৰিকভাৱে দিয়া দেখি, মই অভিভূত হৈ পৰিছিলোঁ।

॥ যোগেন শৰ্মা ॥

১৯১৩ চনৰ কথা। তেতিয়া আমাৰ ঘৰ আছিল ডিব্ৰুগড়ৰ আমোলা-পটিত। এতিয়া সেই আমোলাপটি নাই। ব্ৰহ্মপুত্ৰই কেতিয়াবাই

থহাই নিলে। মই তেতিয়া ১৩ বছৰীয়া ল'ৰা। সেই বছৰতে আমাৰ ঘৰৰ পৰিয়ালৰ আন মানুহৰ বাহিৰেও মোৰ জুৰীয়া ল'ৰা এটিও আছিল। বয়সৰ মিলে সেই নতুনকৈ অহা ল'ৰাটিকে মোকে কাষ চপাই আনিলে। মাৰবল গুটি, টাংগুটি, ফুটবল আদি খেলাৰ পৰা আৰম্ভ কৰি লুইতৰ পাৰৰ প্ৰাকৃতিক পৰিবেশত চৰাই পোৱালি খেদালৈকে সৈতে আমি লগ এটা পালোঁ। এই ল'ৰাটিয়েই হ'ল ৰাধা, অৰ্থাৎ ৰাধাগোবিন্দ বৰুৱা। দেউতাকৰ নাম আছিল গুণগোবিন্দ বৰুৱা। প্ৰসিদ্ধ বেজ-বৰুৱা বংশৰ এই লোকজন ১৯১৩ চনত শিৱসাগৰৰ পৰা 'ৰেভিনিউ চিৰস্তাদাৰ' হৈ ডিব্ৰুগড় কেছাৰীলৈ বদলি হৈ আহিছিল। সেই দিনাৰে পৰা দিখৌ পৰীয়া ৰাধা লুইত পৰীয়া হ'ল।

আমাৰ লগ লোৱাৰে পৰা ৰাধা আমাৰ খেলা-ধূলা আৰু কৈশোৰৰ স্বভাৱসুলভ উৎপাতৰ সঙ্গী হৈ পৰিল। তেতিয়াই তাৰ চৰিত্ৰত মই এটা কথা মন কৰিছিলোঁ যে, কৰিম বুলি ভবা কথাবিলাকত পাছ হোহকা নামাৰি আগবণুৱা হোৱা আৰু প্ৰকৃতিৰ প্ৰতি মোহ। কৈশোৰৰ আনন্দময় জীৱনটো পাৰ কৰি প্ৰবেশিকা পৰীক্ষাৰ ডেওনা পাৰ হৈ দুয়োটা ক্ৰমে কলেজ পালোগৈ। মই বি-এছ্-চি পাছ কৰি চাকৰিত ধৰিলোগৈ আৰু ৰাধায়ো পঢ়া সাং কৰি ইম্পিৰিয়েল বেংকত চাকৰি আৰু বীমা ব্যৱসায়ত ধৰিলেহি। * * *

অফুৰন্ত কৰ্মশক্তি, একাগ্ৰতা, নিয়মানুৰ্বতিতা আৰু প্ৰবল আত্মবিশ্বাস আছিল তাৰ জীৱনৰ চিৰ লগৰীয়া। * * *

গুৱাহাটী পৌৰ নিগমৰ প্ৰথম মেয়ৰ নিৰ্বাচিত হোৱাৰ পিছত নানা ঠাইত সি সম্বৰ্দ্ধিত হৈছিল। সেই সময়ত ডিব্ৰুগড়তো আমোলাপট্টিৰ নাট্য মন্দিৰত সম্বৰ্দ্ধনাৰ আয়োজন হওতে আমি পুৰণা বন্ধুবোৰো গৈছিলোঁ। সেই সম্বৰ্দ্ধনা সভাত সি অভিভূত হৈ মোক কৈছিল— 'বুজিছ ইয়াত আজি গোটখোৱা এইসকল লোক গুৱাহাটীৰ পৌৰ নিগমৰ প্ৰথম মেয়ৰ ৰাধাগোবিন্দ বৰুৱাৰ কাৰণে অহা নাই। আহিছে আমোলাপট্টিৰ সেই ৰাধা আহিছে বুলিহে। আয়ৈ দেহি! ডিব্ৰুগড়ৰ মানুহৰ মোলৈ ইমান মৰম।'

গুৱাহাটীলৈ গ'লেই সদায় তাৰ ঘৰলৈ যাওঁ। কাৰণ যাবই লাগিব। যোৱা জুন মাহত গুৱাহাটীলৈ গৈছিলোঁ। ২৯-৬-৭৭ তাৰিখৰ দিনা গধূলি মই ৰাধাৰ ঘৰত তাৰ লগত ভালেমান পৰ কটালোঁ। কিন্তু সেইদিনা সি মৃত্যুৰ কথা গভীৰভাৱে উল্লেখ কৰিছিল। মই আন বিষয় উলিয়াই

কথাৰ মোৰ ঘূৰাবলৈ চেষ্টা কৰিছিলোঁ। তাৰ পৰা বিদায় লবৰ পৰত মোৰ হাত দুটা সাৱটি ধৰি থোকাথুকি মাতেৰে মোক কৈছিল—'আহিলি বৰ ভাল পালোঁ। আকৌ কেতিয়া আহিবি।' মই কৈছিলোঁ দুমাহমানৰ পিছত আহিম বুলি। কিন্তু মই ভবা নাছিলোঁ যে, দুমাহৰ পিছত গুৱাহাটীলৈ গ'লে নৱগিৰিৰ সেই ঘৰটোত মোৰ অন্তৰঙ্গ বন্ধুক আৰু কাহানিও দেখা নাপাম।

॥ শৈলজানন্দ বৰুৱা ॥

গুৱাহাটী স্পোর্টছ্ এছোচিয়েচনত মই ৰাইজিং ইলেভেন ক্লাবৰ প্রতিনিধিত্ব কৰিছিলোঁ। সেই সময়ত স্বর্গীয় বৰুৱা গুৱাহাটী স্পোর্টছ্ এছোচিয়েচনৰ সভাপতি আছিল। ঠিক মনত নাই যদিও '৫০ চনৰ শেষ ভাগৰ কথা। কব নোৱাৰো কিয় আৰু কেনেকৈ তেতিয়াৰ পৰাই আমাৰ দুয়োজনৰে পৰস্পৰৰ প্রতি শ্রদ্ধা আৰু ভাল ভাব উপজিছিল। তেওঁ আমাৰ ক্লাবৰ অভাৱ-অভিযোগৰ কথাবোৰ মনোযোগেৰে শুনিছিল আৰু সেইবোৰ আঁতৰোৱাৰ কার্য্যকৰী ব্যৱস্থাও লৈছিল।

১৯৬৩ চনৰ সময়ছোৱাত, মই গুৱাহাটী মিউনিচিপেল ব'র্ডৰ অস্থায়ী সভাপতি হৈছিলোঁ। সেই সুযোগতে স্বর্গীয় ৰাধাগোবিন্দ বৰুৱাৰ সান্নিধ্যলৈ অহাৰ আৰু এটি সুবিধা পাও। বর্তমানৰ গুৱাহাটীৰ ষ্টেডিয়াম যি ঠাইত অৱস্থিত, সেয়া গুৱাহাটী মিউনিচিপেল ব'র্ডৰ সম্পত্তি আছিল। সেই মাটিখিনি দুটা কামত ব্যৱহৃত হৈছিল—(১) জাবৰ-জোথৰ পেলাবলৈ আৰু (২) হৰিজনসকলৰ বসতিৰ বাবে। আনহাতে স্বর্গীয় বৰুৱাই তেতিয়া ষ্টেডিয়াম নির্মাণৰ কাম আৰম্ভ কৰিছে। চৰকাৰে মাটিখিনি দিলেও, সম্পূর্ণ দখলস্বত্ব তেওঁ পাব পৰা নাছিল। হৰিজন বস্তি থকাৰ কাৰণে, তাত থকা হৰিজনসকলে—ষ্টেডিয়ামৰ বাবে মাটিখিনি খালি কৰি দিবলৈ কোনোমতে ৰাজী হোৱা নাছিল। স্বর্গীয় বৰুৱাই মোক লগ ধৰে আৰু মাটিখিনিৰ সম্পূর্ণ দখল দিবলৈ অনুৰোধ জনায়।

মই প্রথমতে হৰিজনসকলৰ ফালেই আছিলো। কিন্তু স্বর্গীয় বৰুৱাই সমস্যাটো এনেদৰে বুজাই দিলে যে উক্ত ঠাইত হৰিজন বস্তি ৰখোৱাতকৈ ষ্টেডিয়াম গঢ়াটোহে অধিক আৱশ্যকীয়। ময়ো তেওঁৰ যুক্তিপূর্ণ বুজনি মানি লবলৈ বাধ্য হ'লোঁ। কিন্তু সেই কামত মই ভীষণভাৱে ব্যতিব্যস্ত হবলগীয়া পৰিস্থিতি এটাত পৰিছিলো। যিকি নহওক স্বর্গীয় বৰুৱাই

সকলো সময়তে লগত থাকি সমস্যাটো সমাধানত মোক সহায় কৰে। শেষত আমাৰ যুটীয়া প্ৰচেষ্টা সফল হয় আৰু হৰিজনসকলেও মাটিৰ দখল এৰি দিবলৈ নিজে নিজেই সন্মত হয়গৈ।

১৯৭৪ চনত ১৮ নম্বৰ ৱাৰ্ডৰ পৰ, কাউন্সিলৰ হিচাপে মই গুৱাহাটী পৌৰ নিগমলৈ নিৰ্বাচিত হওঁ। স্বৰ্গীয় বৰুৱাও ২৯ নং ৱাৰ্ডৰ পৰা নিৰ্বাচিত হয়। আমাৰ সংযুক্ত মৰ্চাই ঠিক কৰে যে স্বৰ্গীয় বৰুৱা গুৱাহাটী মহানগৰৰ প্ৰথম মেয়ৰ হব আৰু মই হব লাগে ডেপুটি মেয়ৰ। স্বৰ্গীয় বৰুৱা নিৰ্বাচিত হ'ল, কিন্তু দুৰ্ভাগ্যবশতঃ মই টছ্'ত হাৰিলো। আনহাতে ষ্টেডিং ফাইনেন্স কমিটীৰ চেয়াৰমেন মোক পতা হ'ল। ডেপুটি মেয়ৰ পদৰ বাবে হোৱা মোৰ পৰাজয়ৰ কাৰণে স্বৰ্গীয় বৰুৱা বৰ উদ্বিগ্ন আৰু হতাশ হৈছিল। মইহে তেওঁক উছাহ যোগাইছিলো। সেই সময়ত তেওঁৰ স্বাস্থ্য ভাল নাছিল। কিন্তু তথাপি পৌৰ নিগমৰ উপকাৰৰ বাবে তেওঁৰ মন সদাজাগ্ৰত আছিল। যি কোনো সমস্যা হ'লেই তেওঁ মোৰ পৰামৰ্শ লৈছিল। তেওঁ ভাবিছিল মই কিবা সহায় কৰিব পাৰিম। নাজানো, মই কিবা সহায়ত আহিছিলো নে নাই, কিন্তু উছাহ-উদগণি আৰু প্ৰশংসাৰে মোক অভিভূত কৰিছিল। সেয়ে তেওঁৰ মনৰ মহত্বৰ পৰিচয় দিয়ে। বহু সময়ত মোক ঘৰলৈ মাতি নি তেওঁ নগৰখনৰ উন্নতিকল্পে কি কৰিব পাৰি, তাৰ আলোচনা কৰিছিল। তেওঁৰ উদ্যোগতে এই বিষয়ে কেন্দ্ৰীয় চৰকাৰৰ লগত যোগাযোগ হৈছিল আৰু কেন্দ্ৰীয় চৰকাৰৰ বিষয়া এচামৰ লগত আলোচনা কৰাৰ সুযোগ ঘটিছিল। সেই আলোচনাত বৰুৱাৰ ব্যক্তিত্বৰ বাবে সহযোগৰ আশ্বাসো আমি পাব পাৰিছিলো। কিন্তু ভগ্ন-স্বাস্থ্যই তেওঁক নগৰখনৰ উন্নয়নৰ কামত সক্ৰিয়ভাৱে লাগি থাকিব নিদিলে। এবছৰহে তেওঁ মেয়ৰ হৈ থাকিলে। পিছৰবাৰ আৰু নিৰ্বাচনত উঠিব নুখুজিলে। মই ভাবো, যদি তেওঁ আৰু এবছৰলৈও মেয়ৰ হৈ থাকি কাম কৰিব পৰা দৈহিক শক্তি থাকিলহেঁতেন তেনেহ'লে পৌৰ নিগমৰ বহুতো উন্নতি হ'লহেঁতেন।

স্বৰ্গীয় বৰুৱাৰ দৰে ধীৰ, স্থিৰ, শান্ত মনোভাবৰ মানুহ কমেই পোৱা যায়। প্ৰকৃততে স্পৰ্টছ্‌মেন সকলৰ গাত থাকিবলগীয়া এই গুণৰ তেওঁ অধিকাৰী আছিল। সেয়েহে তেওঁক এগৰাকী প্ৰকৃত খেলুৱৈসুলভ মনোবৃত্তিৰ গৰাকী অৰ্থাৎ 'স্পৰ্টছ্‌মেন' বুলি নিশ্চিতভাৱে কব পাৰি। মই কোনোদিনে স্বৰ্গীয় বৰুৱাক খং উঠা দেখা নাছিলোঁ, আনকি নানাজনে

অতিশয় আক্ৰমণাত্মক মন্তব্য দিলেও তেওঁ ধীৰ স্থিৰভাৱে আছিল। মই তেওঁৰ মাজত এনে এটা ব্যক্তিত্ব অনুভৱ কৰিছিলো,—যি সহজে শত্ৰুৰ হৃদয়ো জয় কৰিব পাৰে।

॥ সৰোজ কুমাৰ সেন ॥

আমাৰ অতি মৰমৰ পাপাৰ বিষয়ে কিবা লিখিবলৈ যোৱাটো আমাৰ কাৰণে কি এক কষ্টসাধ্য প্ৰচেষ্টা তাক আমি নাতি-নাতিনীসকলে কিদৰে বুজাম ?

পাপা অকল ঘৰখনৰে মুৰব্বী নাছিল ; ঘৰখনৰ প্ৰত্যেকৰে মনৰ মুৰব্বীও আছিল পাপা। আমাৰ মনৰ শীৰ্ষবিন্দুত আজি অত বছৰে পাপাই এককভাৱে বিৰাজ কৰি আহিছিল। আমাৰ মনৰ ভাৱনা-চিন্তাত পাপাৰ অস্তিত্ব আমি সকলো সময়তে অনুভৱ কৰিছিলোঁ। ঘৰখনলৈ অনাৰ লগেই পাপাই আমাৰ মনলৈকো আনি দিছিল এটা গভীৰ মৰ্য্যাদাবোধ, যাক লৈ আমি আজিও গৌৰৱ কৰিব পাৰোঁ।

আমাৰ বিভিন্ন বয়সত পাপাক আমি বেলেগ বেলেগ ৰূপত পাইছো। পাপা যেতিয়া অনেক সংগঠনমূলক কামত ব্যস্ত থাকিছিল, আমি পাপাক ককা হিচাপে বৰকৈ কাষত নাপাইছিলো আৰু তেতিয়া পাপাৰ দৃঢ় মন, সাহস, উচচ অভিলাষ আৰু ব্যক্তিত্বই আমাক মুগ্ধ কৰি ৰাখিছিল। বিভিন্ন ৰাজহুৱা অনুষ্ঠান আদিত পাপাক দেখি দৰ্শকৰ শাৰীৰ পৰা আমি গৌৰৱান্বিত হৈছিলো : সেইয়া আমাৰেই পাপা। কিন্তু পাপা যদিও অতি ব্যস্ত মানুহ আছিল, পাৰিবাৰিক জীৱন সচল, সৰস কৰি ৰখাত পাপাই অতি গুৰুত্ব দিছিল। সকলোকে লৈ মটৰ লাঞ্চত পিক্‌নিকলৈ যোৱা, চিনেমা চোৱা, ঘৰুৱা উৎসৱসমূহ ধুমধামকৈ পতাত পাপাই বৰ প্ৰাধান্য দিছিল। পাপাৰ সমান আনন্দপ্ৰেমী মন অতি কম মানুহৰে আছে।

'অসফল' শব্দটো পাপাৰ কাৰণে এক লজ্জাৰ বিষয় ; প্ৰতিটো মুহূৰ্ত সফল কৰি তুলিবলৈ পাপাই সেই কাৰণেই সকলো প্ৰকাৰে চেষ্টা কৰিছিল। দীঘল জীৱনটোৰ কিছুমান ক্ষুদ্ৰতম মুহূৰ্তৰ আনন্দ পলে পলে উপভোগ কৰিবলৈ আমি পাপাৰ পৰাই শিকিছিলো। হয়তো, পাপাৰ অবচেতন মনে এই সত্য উপলব্ধি কৰিছিল যে দুখেই জীৱনৰ প্ৰধান সত্য। কিন্তু এই সত্য পাপাৰ ওচৰত যিমানেই কঠোৰ, কিছুমান দুৰ্লভ মুহূৰ্তৰ স্বৰ্গীয় আনন্দৰ সত্যতাও পাপাৰ ওচৰত সিমানেই শক্তিশালী। সেই

কাৰণে আমিও গান এটা শুনোতে বা চিনেমা-থিয়েটাৰ-পিক্‌নিক আদিলৈ গ'লে নাইবা অইন কোনো স্বতঃপ্ৰবৃত্ত কামতে সেইবোৰৰ অন্তৰ্নিহিত সৌন্দৰ্য্য প্ৰাণ ভৰি উপভোগ কৰিবলৈ চেষ্টা কৰিছিলোঁ।

উদাসীন, নিৰস জীৱনৰ মাজত পলে পলে বৈচিত্ৰৰ সন্ধান কৰাই আছিল পাপাৰ জীয়াই থকাৰ প্ৰেৰণা। সেয়ে কৰ্মৰ আঁৰে আঁৰে পাপাৰ মনে এই আনন্দময় বৈচিত্ৰ্যৰ সোৱাদ লৈছিল। এই সন্ধান আছিল হয়তো সঙ্গীতৰ মাজেদি, হয়তো খোৱাবোৱাৰ মাজেদি, অথবা কোনো কৃষ্টিমূলক কামৰ মাজেদি। অইন কোনেও যাতে পাপাই কৰাৰ নিচিনাকৈ জীৱনৰ কিছুমান নিষ্ঠুৰ আৰু কৰুণ বাস্তৱৰ শিহৰণ অনুভৱ কৰিব লগা নহয়,— পাপাৰ মনে হয়তো পৰোক্ষভাৱে তাকে বিচাৰিছিল আৰু সেই কাৰণেই সকলোৰে মন ভৰাই তুলিবলৈ চেষ্টা কৰিছিল। * * *

পাপাক আমি অকল এজন সাধাৰণ ককাদেউতা বুলি কেতিয়াও ভবা নাছিলো আৰু সেই কাৰণেই পাপা হেন সিংহ পৰুষৰ জীৱনলৈ বাৰ্দ্ধক্য নমাটো সহ্য কৰিবলৈ আমাৰ টান লাগিছিল। পাপাৰ চুম্বকৰ নিচিনা প্ৰভাৱশালী ব্যক্তিত্বক ম্লান হবলৈ আমি দিব নুখুজিছিলো। আমাৰ চকুত আজিও সেই দৃশ্যহে সজীৱ হৈ আছে : এজন সকলোকে আশ্ৰয় দিব পৰা ব্যক্তিত্বশালী পুৰুষ—যাৰ গাত ৰঙা চিল্কৰ ৰুমালেৰে সৈতে এজোৰ ক'লা 'ছুট', উচচশিৰে চকুত আভিজাত্যসম্পন্ন চাৱনি লৈ ৰাজকীয় পদক্ষেপেৰে নিজৰ মৰমৰ 'ডজ' গাড়ীখনৰ পিনে গৈ আছে। এই মনোমোহা দৃশ্য আমি কেনেকৈ পাহৰিম ?

॥ পূৰবী শৰ্ম্মা ॥

ৰাধা ককাইদেউৰ আমাৰ থলুৱা অসমীয়া মুছলমান সমাজ-খনৰ লগত এটা নিবিড় সম্বন্ধ আছিল। পুৰণি বজাৰ এতিয়া ব্ৰহ্মপুত্ৰৰ বুকুত। সেই পুৰণি বজাৰৰ যোৰহটীয়া পট্টিৰ ডেকা ল'ৰা চামৰ লগত ৰাধা ককাইদেউৰ এটা বেলেগ মধুৰ সম্পৰ্ক আছিল। তেওঁ সৰু-বৰ সকলোৰে লগত সুন্দৰভাৱে মিলিব জানিছিল। জাত-পাতৰ ঠেক মনোবৃত্তি আৰু সাম্প্ৰদায়িকতাৰ পৰা তেওঁ আছিল বহুত উৰ্দ্ধত। সেই বাবেই মুক্তা বৰদলৈ, ৰোহিনী বৰুৱা, ডাঃ প্ৰভাত দাস, নব কুমাৰ দত্ত যিদৰে তেওঁৰ বন্ধু আছিল—৺ইবনেইল গাৰ্ড, ৺আব্দুল

হালিম, আব্দুল্লা, ৺আজিজুল আৰু ৺জমৰুদ্দিন আহমদৰ লগতো সেই একেদৰে তেওঁৰ সমান বন্ধুত্ব আৰু সহৃদয়তা আছিল। * * *

বোধকৰো চনটো আছিল ১৯৬০-৬১ চন। মই আৰু ডিব্ৰুগড়ৰ পাঁচ আলিৰ বিখ্যাত ব্যৱসায়ী আব্দুল মজিদ ব্যৱসায় সম্পৰ্কত শ্বিলঙলৈ গৈছিলোঁ। ঘূৰি আহোঁতে দেখিলো মোৰ চিনাকি সেই মানুহ জন—ৰাধা ককাইদেউক। অকলশৰে মূৰত এটা টুপী পিন্ধি নিৰ্মিয়-মান গুৱাহাটী ষ্টেডিয়ামৰ কাম-কাজ পৰিদৰ্শন কৰিছে। এটা বিৰাট ৰ'ল ডজাৰ চলি আছে। মাটি সমান কৰিছে। আমি গাড়ী ৰাখিলো। মই অলপ আগবাঢ়ি গ'লোঁ। মোক দেখিয়েই সুধিলে—'কলিয়া দেখোন। কৰপৰা আহিলি?' মই উত্তৰ দিলো। তাৰ পিছত গাড়ীৰ পৰা নামি অহা মজিদৰ ফালে চাই ক'লে—'এওঁ কোন? চিনিব পৰা নাই।' উত্তৰত মই মজিদৰ লগৰ ককাইদেউক চিনাকি কৰাই দিলো। ৰাধা ককাইদেৱে তপৰাই ক'লে— 'অ' তুমি পাচঁআলিৰ আব্দুল হামিদৰ ভতিজা ল'ৰা। বৰ ভাল কথা। তোমালোকৰ ব্যৱসায়ত যথেষ্ট টকা। আমাৰ গুৱাহাটীৰ ষ্টেডিয়ামৰ বাবেও কিছু আৰ্থিক সাহায্য দিবা।' মজিদে ককাইদেউৰ এই অনুৰোধ নুই কৰিব নোৱাৰিলে। ডিব্ৰুলৈ ঘূৰি আহি এক বুজন পৰিমাণৰ ধন ষ্টেডিয়ামৰ নিৰ্মাণৰ বাবে দান কৰিলে। গুৱাহাটীৰ নেহেৰু ষ্টেডিয়াম যে তেওঁৰ জীউটো আছিল এই কথাই তাৰেই প্ৰমাণ দিয়ে। * * *

॥ কলিমুদ্দিন আহমেদ ॥

আৰ-জি বৰুৱা নামটো সকলোৰে পৰিচিত। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ গাওঁলীয়া-নগৰীয়া সকলোৱে এই নামটো শুনিলেই শ্ৰদ্ধাত মূৰ দোৱায়। তেওঁৰ আত্মবিশ্বাসত যেন অসমীয়া সমগ্ৰ জাতিটো অনুপ্ৰাণিত হৈ উঠে। * * *

আৰ-জি বৰুৱাই প্ৰথম অৱস্থাত কিন্তু বহু ঘাত-প্ৰতিঘাতৰ মাজেদি যুঁজ বাগৰ কৰিহে এই সফলতা লাভ কৰিবলৈ সমৰ্থ হৈছিল।

ইং ১৯৪৫ চনত মই গুৱাহাটী বেংকৰ কলিকতাৰ ৰামনাথ মজুমদাৰ ষ্ট্ৰীটত থকা শাখাৰ একাউণ্টেণ্ট হৈ আছিলো। জুলাই মাহৰ কোনো এটা দিনত আৰ-জি বৰুৱা গৈ বেংক ওলালগৈ। সেইদিনা ব্ৰাঞ্চৰ এজেণ্ট শ্ৰীউপেন্দ্ৰ চন্দ্ৰ চাংকাকতী নাছিল। তেওঁৰ মাক শ্ৰীমতী নলিনীবালা দেৱীক

(কৰি) লৈ পুৰীলৈ গৈছিল। এজেণ্টৰ কৰ্ত্তব্যৰ ভাৰো মোৰ ওপৰতে দি গৈছিল। গতিকে বৰুৱাই মোৰ লগতে কথা পাতিবলৈ আৰম্ভ কৰিলে।

প্ৰথমে তেওঁ মোক সুধিছিল মই তেওঁক চিনি পাওঁনে নাপাওঁ। মই উত্তৰত ক'লো যে ভালকৈ নাজানিলেও আন্দাজতে ধৰিব পাৰিছো।

তাৰ পিছত তেওঁ মোক সুধিলে ডিব্ৰুগড়ৰ পৰা ওলোৱা 'আসাম ট্ৰিবিউন' খনৰ কথা জানানে? মই সবিনয়ে ক'লো যে আসাম ট্ৰিবিউনখন তেজপুৰত থাকোতে পাইছোঁ। গতিকে জানো। আৰ-জিয়ে তেতিয়া ক'লে যে সেই আসাম ট্ৰিবিউনখনৰ তেৱেঁই মালিক। এতিয়া তেওঁ কাজগখন গুৱাহাটীৰ পৰা উলিয়াবলৈ যত্ন কৰিছে। গুৱাহাটীত প্ৰায় সকলো ঠিক হৈছে। তাৰ কামতে কলিকতালৈ আহিছে। কাম এতিয়া শেষ হ'ল। এতিয়া তেওঁ কিছু মাল-বস্তুৰে সৈতে ঘূৰি যাবলৈ অলপ পইচাৰ দিগদাৰ হৈছে। গতিকে গুৱাহাটী বেংকৰ শাখা কলিকতাত থকাত ইয়াৰ পৰাই টকা তিনিশ ধাৰলৈ লৈ যাব পাৰিম বুলি আহিছো।

মই অলপ বিমোৰত পৰিলো। প্ৰথমতে তেওঁৰ নামত ইয়াত কোনো হিচাপ নাই। গতিকে অভাৰড্ৰাফট দিব নোৱাৰি। ইফালে এজেণ্টো নাই। এনে অৱস্থাত মই কেনেকৈ তেওঁক সহায় কৰো। কিন্তু আৰ-জি বৰুৱাৰ ব্যক্তিত্বই ইতিমধ্যে মোক মুগ্ধ কৰিছে। মোৰ সমস্যাৰ কথা তেওঁক অকপটে জনালো।

তেওঁ ক'লে অসমৰ ল'ৰা থাকোতে মইনো এতিয়া কাৰ ওচৰলৈ হাত পাতিবলৈ যাম। গতিকে মোক কিবা এটা কৰিবলৈ ক'লে। তেওঁৰ কথাত এনে কিবা এটা আছিল যে মই অভিভূত হৈ পৰিলো।

অলপ ভাবি ক'লো যে মোৰ নিজৰ পৰাই আপোনাক তিনিশ টকা দিওঁ। টকা মই দিলো। তেওঁ গুৱাহাটী পায়ে টকাখিনি ঘূৰাই পঠিয়াম বুলি কৈ গুচি আহিল।

মই ঠিক দহ দিনমানৰ পিছতে মণিঅৰ্ডাৰ যোগে তেওঁৰ পৰা টকাখিনি ঘূৰাই পালো। আৰ-জিৰ লগত হোৱা সেইদিনাৰ দেখা-সাক্ষাতটো মোৰ অন্তৰত আজিও নতুন হৈ আছে। মানুহৰ সজ উদ্দেশ্য, অদমনীয় সাহস থাকিলে সকলো কামকে কৰিব পাৰি। এই বিষয়ত আৰ-জি বৰুৱা অসমৰ ডেকা সমাজলৈ জীৱন্ত আদৰ্শ।

॥ অৰুণ চন্দ্ৰ শৰ্মা ॥

ৰাধাগোবিন্দৰতো মৃত্যু হ'ব নোৱাৰে। এজন সৃষ্টিশীল ব্যক্তি হিচাপে তেওঁ চিৰদিন সন্মানিত হ'ব।

॥ ভূপেন হাজৰিকা ॥

মানৱ জীৱনৰ অৱস্থিতি যদি কীৰ্তিৰে জোখা হয় পৰম শ্ৰদ্ধাভাজন বৰুৱাদেৱ সেই কীৰ্তিৰ অধিকাৰী হ'ব পাৰিছিল চিন্তা আৰু কাৰ্য্যৰে অসমৰ সৰ্বাঙ্গীন উন্নতিৰ মাজেদি। শ্ৰদ্ধেয় বৰুৱাদেৱে আধুনিক অসমৰ যি ছবি কল্পনা কৰি তাত হাতে কামে লাগি ৰূপায়িত কৰিবলৈ জীৱনজোৰা প্ৰচেষ্টা চলালে আৰু এই প্ৰচেষ্টাৰ বাবেই অসমে সাংবাদিকতা, ক্ৰীড়া, সংস্কৃতি আদি বিভিন্ন ক্ষেত্ৰত বহুদূৰ আগবাঢ়ি গ'ল।

॥ বীৰেণ বৰকটকী ॥

তেখেত অসমৰ মহা মহা পুৰুষসকলৰ ভিতৰত অন্যতম আছিল আৰু অসমীয়াৰ প্ৰতি তেখেতৰ অৱদান সঁচাকৈয়ে অতি বেচি, মানুহে কোৱাতকৈয়ো বেচি।

॥ সৰোজ কুমাৰ বৰুৱা ॥

বৰ্তমান আৰু ভৱিষ্যত অসমৰ বংশধৰসকলৰ কাৰণে তেখেতৰ কৰ্মময় জীৱন এক আদৰ্শ আৰু প্ৰেৰণাৰ উৎস হৈ ৰ'ব।

॥ ছগনলাল জৈন ॥

আধুনিক অসমলৈ তেখেতৰ অৱিহণাৰ মূল্যায়ণ লাহে লাহেহে হ'ব।

॥ যজ্ঞেশ্বৰ শৰ্মা ॥

এইগৰাকী বিৰাট ব্যক্তিয়েনো কি কৰি থৈ নগ'ল? নিজৰ ভৰিত নিজে ঠিয় দি সৰু-সুৰা অৱস্থাৰ পৰা ক্ৰমাত কেনেকৈ বৃহৎ প্ৰতিষ্ঠান গঢ়ি তুলিলে সেইবোৰ আজি বুৰঞ্জীৰ কথা হ'ল। কিন্তু নিজৰ উন্নতিৰ লগে লগে ৰাজহুৱা জীৱনলৈ যি বৈপ্লৱিক পৰিবৰ্তন আৰু উন্নতি আনিলে, তাৰ তুলনা নাই।......এটা যুগৰ সমাপ্তি ঘটিল—এটা দুৰ্বাৰ শক্তি নিঃশেষ হৈ গ'ল। অসম বুলি এখন দেশ আৰু অসমীয়া বুলি এটা নিজস্ব বৈশিষ্ট্য থকা জাতি—এই গৰাকী মানুহে জগতৰ দৃষ্টিগোচৰ কৰি limelight লৈ আনিছিল।........

॥ যতীন্দ্ৰনাথ মেজৰবৰুৱা ॥

● ● ● ● ● ● ● ● ● ●

## 'প্ৰতি মুহূৰ্ততে তাৰ অফিচলৈ মনত পৰি থাকে'

কোনটো অফিচ ?

'৫৬ চনত ৰাধাগোবিন্দ লণ্ডনলৈ গৈছিল জাহাজেৰে। 'STATHAIRD' নামৰ জাহাজত। জাহাজৰ পৰাই ২১-৪-৫৬ তাৰিখে প'ৰ্ট ছুয়েজৰ পৰা এখন এৰোগ্ৰাম পোষ্ট কৰিছিল ট্ৰিবিউন প্ৰেছৰ মেনেজাৰ আৰু তেওঁৰ প্ৰেছ্ গঢ়াৰ সুখ-দুখৰ সমান অংশীদাৰ নব বৰঠাকুৰলৈ। সৰু এই চিঠিত ৰাধাগোবিন্দৰ দুমুখীয়া ব্যক্তিত্ব প্ৰতিফলিত। প্ৰথম : ৰাধাগোবিন্দৰ সূক্ষ্ম অবজাৰভেশ্যন। যেনে চিঠি আৰম্ভ কৰিছে এনেদৰে :

১৮ [illegible] Adam Park,
[illegible] adam [illegible],
[illegible] [illegible] [illegible]
[illegible] ১৫০০ [illegible] passenger [illegible].
[illegible] [illegible] ৯ [illegible] –,
৮ [illegible] (Decks A to H) passengers
[illegible] [illegible] [illegible] – Engine, store
[illegible] [illegible], [illegible] E Deck[illegible]
১৪ first class single cabin.
[illegible], [illegible] ফুট [illegible], [illegible]
[illegible] ৬৬৪' ফুট [illegible] ৮০' ফুট ও
[illegible] [illegible] ১৪০' ফুট। [illegible] spotlessly
clean.

তাৰ পিছত লিখিছে জাহাজখন কি কি সুবিধা আছে, কেইজন অসমীয় মানুহ লগ পাইছে, যোৱাৰ প্ৰাক মুহূৰ্তত তেওঁ কাৰ কাৰ পৰা শুভেচ্ছা বাণী পাইছিল ইত্যাদি।

সম্ভৱতঃ মাজে মাজে ৰাধাগোবিন্দৰ কঠোৰ দৃঢ় মনোভাৱসম্পন্ন ব্যক্তিত্বৰ মাজত এটি কাব্যিক মনেও ভুমুকি মাৰিছিল। সেয়েহে তেতিয়া প্ৰেছ্-বাতৰি কাকত আদিৰ স'তে জড়িত অকাব্যিক ৰাধাগোবিন্দই এনেদৰে লিখিছিল :

> 'সাগৰত ঢৌ বৰ্তমানলৈকে একেবাৰেই নাই। Gibraltor পাৰ হৈহে ঢৌ পামগৈ। জাহাজৰ ভিতৰত থাকিলে এখন সৰু neat descent European Hotel ত থকা যেন লাগে। জাহাজত সকলো ধৰণৰ পেচেঞ্জাৰ আছে। জাহাজৰ কেবিন বয, ষ্টুৱাৰ্ডচ্, ক্ৰুজ, বিয়েৰাৰচ, খানচামা সকলো চাহাব। ক্ৰুৰ ভিতৰত অলপ ছাউথ ইণ্ডিয়ান আছে।....'

সাগৰৰ ঢৌ, জাহাজৰ পৰিবেশ বৰ সুন্দৰভাৱে বৰ্ণনা কৰিলেও চিঠিৰ শেহৰ যিটো কথা কেইটোহে আচল। লিখিছে ৰাধাগোবিন্দই :

[illegible] London [illegible],
Prof. Sahitya Prakash, A.T. [illegible]
[illegible] detailed [illegible]
London Office [illegible]
Editorial Office extension [illegible]
[illegible] Office shift [illegible]
[illegible] Office [illegible]
[illegible] detailed [illegible]
[illegible]
[illegible]
[illegible] Prakash 20 [illegible]
order [illegible]

থাকক কোনো জাহাজত ৰজাৰ সুখত, লেখি থাকক অনামী ঢৌ সাগৰ বুকুত, কিন্তু ৰাধাগোবিন্দ সেইজন নহে প্ৰকৃত মানুহ যাৰ বাৰে বাৰে 'প্ৰতি মুহূৰ্ততে মনত পৰে' আসাম ট্ৰিবিউন অফিচলৈ, আসাম ট্ৰিবিউন; সাহিত্য-প্ৰকাশ, অসম বাণীৰ বিবিধ কথালৈ। কামৰ প্ৰতি অবিচল নিষ্ঠা, এই দৃঢ় চুম্বক আকৰ্ষণেই ৰাধাগোবিন্দক সহায় কৰিছিল তেওঁৰ সংগ্ৰামী জীৱন গঢ়াত।





## ছবিত বৰ্ণময় জীৱন

পিতৃ গুণগোবিন্দ বৰুৱা আৰু মাহীমাকৰ সতে মাজত সেয়া ৰাধাগোবিন্দ বৰুৱা। বাওঁহাতে তলত সেয়া ভাতৃ কৃষ্ণগোবিন্দ



প্ৰাণ প্ৰাচুৰ্য্যৰে ভৰপূৰ ডেকা কালৰ ছবি



কাঁধত বন্দুক লৈ চিকাৰী : কাষত ভাতৃ কৃষ্ণগোবিন্দ



বীমা কোম্পানীৰ এজেণ্ট হৈ থকাৰ সময়ত ঃ এই বয়সতে সৰ্বভাৰতীয় বিৰল কৃতিত্বৰে মহিমামণ্ডিত



গুৱাহাটীলৈ অহাৰ প্ৰথম অৱস্থাত প্ৰেছৰ দাঁতিৰ বহ, হাঁহি-কান্দোনৰ নাটক সংঘটিত ঘৰটোৰ বাৰাণ্ডাত



১৯৫৬ চনত লণ্ডনত আসাম ট্ৰিবিউন অফিচ উদ্বোধনৰ বাবে পিকাডিলীৰ ক্ৰাইটেৰীয়ন ৰেষ্টুৰেণ্টত আয়োজিত দুপৰীয়াৰ আহাৰৰ বিশেষ অতিথি তেতিয়াৰ লণ্ডনস্থ ভাৰতীয় হাইকমিচনাৰ শ্ৰীমতী বিজয়লক্ষ্মী পণ্ডিতৰ সৈতে



লণ্ডন অফিস উদ্বোধনী ভোজ সভাতে ভাষণরত অবস্থাতে। শ্রীমতী বিজয়লক্ষ্মী পণ্ডিত আর 'হিন্দু' কাগজের সম্পাদককে দেখা গেছে



গুৱাহাটী টাউন ক্লাবত প্ৰথম প্ৰৱেশ গুৱাহাটীৰ ক্ৰীড়া সংগঠনৰ ক্ষেত্ৰত।
খেলুৱৈৰ সতে কৰমৰ্দন অৱস্থাত



পনচাল্লিশ দিনত ইনড'ৰ ষ্টেডিয়াম সাজি অনুষ্ঠিত কৰা ৰাষ্ট্ৰীয় বেডমিন্টন প্ৰতিযোগীসকলক চাহ মেলেৰে আপ্যায়িত কৰিছিল ট্ৰিবিউন প্ৰতিষ্ঠানত



নেহৰু ষ্টেডিয়ামৰ কভাৰড্ গেলেৰী সাজি থকাৰ সময়ত। আঁতৰত বিণিকি বিণিকি ইনড'ৰ ষ্টেডিয়াম



সিপিঠিত সেয়া ১৯৬২ চনৰ ১৬ জুলাইত ষ্টেডিয়াম উদ্বোধনৰ দিনা
সমবেত দৰ্শকৰ একাংশ

ষ্টেডিয়াম কমপ্লেক্সৰে অভিনৱ সংযোজন নিৰ্ম্মীয়মান অৱস্থাত গেষ্ট হাউচ



ভূতপূৰ্ব মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ লগত । দুয়োৰে মুখত সাফল্যৰ হাঁহি



ষ্টেডিয়াম মুকলি কৰা হয় এখন প্ৰদৰ্শনী খেলেৰে। ওপৰত খেলুৱৈসকল। সমুখত মুখ্যমন্ত্ৰী চলিহা, সিদ্ধিনাথ শৰ্মা, ফখৰুদ্দিন আলি আহমদ, ত্ৰিপাঠী, বৈদ্য মুখাৰ্জী, দেৱকান্ত আদি



বৰদলৈ ট্ৰফী প্ৰদান উছৱত। কাষত সেযা তেতিয়াৰ ৰাজ্যপাল বি-কে নেহৰু



জাতীয় টেনিচ প্ৰতিযোগিতাৰ বঁটা বিতৰণী উৎসৱত



ষ্টেডিয়ামৰ কোনো ক্ৰীড়ানুষ্ঠানত ফখৰুদ্দিন আলি আহমদ, বিমলাপ্ৰসাদ চলিহাৰ সতে, আঁতৰত নুৰুল আমিন



সন্তোষ ট্ৰফীৰ ফাইনেলত ট্ৰফী দিছে সৰ্ববিখ্যাত পি কে বেনাৰ্জীৰ হাতত



বাম্পাৰ নে স্পিন ?



জাপানী টেবুল টেনিচ দলৰ খেলুৱৈৰ সতে



ভূতপূৰ্ব ৰাষ্ট্ৰপতি ভি ভি গিৰিৰ সম্বৰ্দ্ধনা সভাত



বিহু গামোচা মূৰত মাৰি সৰদানন্দ সিঙৰ লগত



প্ৰাগজ্যোতিষপুৰ কংগ্ৰেছ অধিৱেশনৰ সময়ত নেহৰু আৰু
মহেন্দ্ৰমোহন চৌধুৰীৰ লগত



ভূতপূৰ্ব ৰাষ্ট্ৰপতি ডঃ জাকিৰ হুছেইনক গুৱাহাটীবাসীৰ
হৈ আদৰণি জনাওতে



ভূতপূর্ব প্রধানমন্ত্রী শ্রীমতী ইন্দিরা গান্ধীর সঙ্গে



ভূতপূৰ্ব প্ৰধানমন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰীৰ লগত



এভাৰেষ্ট হিৰ' তেনজিং নৰকেৰ লগত




আসাম ট্ৰিবিউন কাকতৰ ৰূপালী জয়ন্তী মুখ্য কাৰ্য্যালয়ত : ভাষণৰত ৰাধাগোবিন্দ, কাষত তেতিয়াৰ শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱা, মুখ্যমন্ত্ৰী চালিহা, বিষ্ণুৰাম মেধি আৰু ভূতপূৰ্ব সম্পাদক সতীশ চন্দ্ৰ কাকতি



দিল্লীত ৰূপালী জয়ন্তী উছৱত তেতিয়াৰ প্ৰধানমন্ত্ৰী শাস্ত্ৰী আৰু তথ্য আৰু অনাতাৰ মন্ত্ৰী শ্ৰীমতী গান্ধীৰ স'তে



কলিকতাত ৰূপালী জয়ন্তী উছৱ উপলক্ষে গ্রেণ্ড হোটেলত আয়োজিত চাহমেল



বম্বেত অনুষ্ঠিত ৰূপালী জয়ন্তী উৎসৱত ভাষণৰত




মুখ্য কাৰ্য্যালয় গুৱাহাটীত ৰূপালী জয়ন্তীৰ সময়ত সজা তোৰণ



অসম সংগীত সন্মিলনত বক্তৃতাৰত অৱস্থাত। কাষত সন্মিলনৰ সম্পাদক ডাঃ তাৰিণী মোহন বৰুৱা



প্ৰথম চাহ নীলাম বজাৰৰ হেমাৰ নক্ কৰোঁতে



অভিনয় বলিয়া শিল্পী মনৰ প্ৰকাশ ঃ কোনো নাটৰ বিশেষ চৰিত্ৰৰ ৰূপসজ্জাত



'পুবেৰুণ' বোলছবিত চিত্ৰাভিনেত্ৰী জ্ঞানদা কাকতিৰ স'তে। ইয়াৰ উপৰিও তৃতীয় অসমীয়া ছবি 'মনোমতী'তো মান সেনাৰ ভাও ৰূপায়িত কৰিছিল

ষ্টেডিয়াম কমপ্লেক্সৰ ডঃ জাকিৰ হুছেইন স্মাৰক ব্যায়ামগাৰৰ আধাৰশিলা স্থাপন অনুষ্ঠানত। এই কামেই তেওঁ আধৰুৱা কৰি থৈ যায়



আনন্দৰ চকুপানী ঃ পৌৰ নিগমৰ প্ৰথম মেয়ৰ নিৰ্বাচিত হোৱা মুহূৰ্তত।
কাষত বৰ বোৱাৰীয়েক



পৌৰ নিগমৰ মেয়ৰ ৰূপে মেয়ৰৰ পোছাকী সাজ পিন্ধাওঁতে



অসমৰ ক্ৰীড়া সংগঠনত মণি কাঞ্চন সংযোগ আখ্যা দিব পৰা ভূতপূৰ্ব ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমদে ৰাষ্ট্ৰপতি ৰূপে প্ৰথমবাৰ অসমলৈ আহোতে অসুস্থ হৈ থকা ৰাধাগোবিন্দৰ বাসভৱনত দেখা কৰোঁতে গৃহীত ছবি



ৰাধাগোবিন্দ বৰুৱাৰ সহধৰ্মিণী স্বৰ্গীয়া লীলাৱতী দেৱী : একুৰি ষোল বছৰ আগতে ঢুকুৱা এই গৰাকী নাৰীয়ে স্বামীৰ অভাৱনীয় সাফল্য আৰু যশৰ আনন্দ চাই যাব নোৱাৰিলে